# অসমীয়া

# প্ৰয়োগ ৰত্নমালা ব্যাকৰণ

প্ৰথম সংস্কৰণ

১৯৮৯ ইং




লেখক—

শ্ৰীজিতেন্দ্ৰ নাথ ভট্টাচাৰ্য্য, ব্যাকৰণ শাস্ত্ৰী

অৱসৰপ্ৰাপ্ত শিক্ষক

কামৰূপ একাডেমী উচ্চতৰ মাধ্যমিক বিদ্যালয়।

গুৱাহাটী-৭৮১০০৩

**Asomiya Proyog Ratnamala Vyakaran** written by Sri Jitendra Nath Bhattacharya Vyakaran Sastri and published by M/s Hemkosh Prakashan, M. R. Dewan Road, Chandmari, Guwahati-781003.

প্ৰথম সংস্কৰণ ঃ
১৯৮৯ (জানুৱাৰী)

শ্ৰীযুত জিতেন্দ্ৰ নাথ ভট্টাচাৰ্য্য, ব্যাকৰণ শাস্ত্ৰী,
অৱসৰ প্ৰাপ্ত শিক্ষক
কামৰূপ একাডেমী উচ্চতৰ মাধ্যমিক বিদ্যালয়
গুৱাহাটী-৭৮১ ০০৩

প্ৰকাশ আৰু পৰিবেশক ঃ
হেমকোষ প্ৰকাশন
মণিৰাম দেৱান পথ, চান্দমাৰী
গুৱাহাটী-৩

মূল্য ঃ ৩৫.০০ টকা মাত্ৰ

ছপা ঃ
হেমকোষ প্ৰিণ্টাৰ্ছ
শিলপুখুৰী, গুৱাহাটী-৭৮১০০৩

# স্মৃতি-তৰ্পণ

যিজন মহাপুৰুষৰ কৃপাত সংসাৰত উপজি দুই চকু মেলি লাহে
লাহে সাধাৰণ জ্ঞান লাভ কৰিবৰ আশাত এখোজ দিবলৈ
প্ৰয়াস কৰিলোঁ সেইজন মোৰ পৰম আৰাধ্য
পিতৃদেৱতা স্বৰ্গীয় ৺হৰেশ্বৰ ভট্টাচাৰ্য্য উপাধ্যায়
ভাগৱত ৰাগীশ দেৱৰ স্মৃতি চাৰণত
এই ক্ষুদ্ৰ গ্ৰন্থখনকে তৰ্পণ কৰিলোঁ।

ইতি—

লেখক

২২।১২।১৯৮৮ ইং

গুৱাহাটী।

## লেখকৰ নিবেদন ঃ—

ভাৰতবৰ্ষত অতীত কালৰ পৰাই বিভিন্ন ভাষাসমূহৰ ব্যৱহাৰিক শৃঙ্খলা ৰক্ষা কৰিবৰ কাৰণে প্ৰান্তীয় ভাষাবোৰৰ ব্যাকৰণ পুথি প্ৰণয়ন কৰা হৈছিল যদিও সংস্কৃত ভাষা জগতত পণ্ডিতসকলে ধাৰণা কৰা মতে খ্ৰীষ্টপূৰ্ব্ব ষষ্ঠৰ পৰা অষ্টম শতিকাৰ ভিতৰত ৰচিত হোৱা "পাণিনি ব্যাকৰণ" খনেই সৰ্ব্বভাৰতীয় ভিত্তিত শিক্ষিত সকলো সমাজৰে গ্ৰহণযোগ্য হৈছিল। সকলোৱে সংস্কৃত ভাষাত উক্ত ব্যাকৰণখনকেই ব্যৱহাৰ কৰিছিল বুলি জনা যায়। তাৰ পিছত বহু শতিকা পাৰ হৈ যোৱাত ১৪৯০ শকাব্দত পুৰণি কামৰূপ ৰাজ্যৰ পণ্ডিত মহামহোপাধ্যায় ৺পুৰুষোত্তম ভট্টাচাৰ্য্য বিদ্যাবাগীশ মহোদয়ে সংস্কৃত ভাষাত "প্ৰয়োগ ৰত্নমালা ব্যাকৰণ" নাম দি আন এখন ব্যাকৰণ গ্ৰন্থ ৰচনা কৰিছিল আৰু পাণিনি ব্যাকৰণৰ পিছতে সংস্কৃত ৰত্নমালা ব্যাকৰণখনে ভাৰতত সংস্কৃত শিক্ষা জগতত আজিলৈকে এখন বিশিষ্ট স্থান অধিকাৰ কৰি আছিছে। সেই সংস্কৃত ৰত্নমালা গ্ৰন্থখনকেই "অসমীয়া প্ৰয়োগ ৰত্নমালা ব্যাকৰণ" নাম দি নতুনকৈ লিখি উলিওৱা হৈছে। এই গ্ৰন্থখনত মূল সংস্কৃত সূত্ৰবোৰৰ সৰল সংস্কৃত ব্যাখ্যা সহ সৰলাৰ্থ হিচাপে অসমীয়া ভাষাত লিখি প্ৰকাশ কৰা হৈছে আৰু সূত্ৰবোৰৰ যথা সম্ভৱ এটাকৈ সংস্কৃত উদাহৰণো ইয়াত সন্নিবিষ্ট কৰা হৈছে। এই কিতাপখন পাণ্ডুলিপি অৱস্থাতে এজন সংস্কৃত অধ্যাপকৰ দ্বাৰা শুদ্ধাশুদ্ধি পৰীক্ষা কৰোৱাৰ পিছত আৰু ইয়াক ছপাশালত দিয়াৰ আগতে গুৱাহাটী বিশ্ববিদ্যালয়ৰ সংস্কৃত বিভাগৰ মুৰব্বী অধ্যাপক প্ৰথিতযশা পণ্ডিত শ্ৰদ্ধেয় ডঃ শ্ৰীযুত মুকুন্দ মাধৱ শৰ্ম্মা কাব্যতীৰ্থদেৱে কিতাপখন

পঢ়ি চাই মন্তব্য কৰি লিখিছে যে :—

শ্ৰীযুত জিতেন্দ্ৰনাথ ভট্টাচাৰ্য্য ব্যাকৰণশাস্ত্ৰী ডাঙৰীয়াই অসমৰ গৌৰৱ পুৰুষোত্তম বিদ্যাবাগীশৰ দ্বাৰা ৰচিত প্ৰয়োগৰত্নমালা ব্যাকৰণৰ এটি সৰল সংস্কৃত ব্যাখ্যা আৰু সৰল অসমীয়া ব্যাখ্যাৰে সৈতে এটি নতুন অসমীয়া সংস্কৰণ যুগুতাই উলিয়াইছে। সুদীৰ্ঘ শিক্ষকতা জীৱনৰ পাছত অৱসৰ গ্ৰহণ কৰাৰ পিছত বহু পৰিশ্ৰম কৰি তেখেতে এই গ্ৰন্থখন লিখিছে। এই গ্ৰন্থ প্ৰকাশিত হ'লে অসমৰ টোলসমূহৰ ছাত্ৰ-ছাত্ৰী সকলৰ বাবে এটা ডাঙৰ অভাৱ পূৰণ হ'ব। সাধাৰণ জিজ্ঞাসু ব্যক্তিসকলেও সততে নাম শুনি থকা অথচ সহজে পঢ়িব নোৱাৰা এই পুথিখন সহজতে পাব পাৰিব। আশা কৰোঁ সুধী সমাজেও এই গ্ৰন্থখন আদৰি ল'ব। এই কামটো সমাধা কৰাৰ বাবে শ্ৰীযুত ভট্টাচাৰ্য্যলৈ মোৰ আন্তৰিক অভিনন্দন জনাইছোঁ। ইতি

শ্ৰীমুকুন্দমাধৱ শৰ্মা

[ড০ মুকুন্দমাধৱ শৰ্মা, এম.এ., পি-এইচ.ডি., ডি লিট., কাব্যতীৰ্থ, অধ্যক্ষ, সংস্কৃত বিভাগ, গুৱাহাটী বিশ্ববিদ্যালয়। ৫-৬-১৯৮৬]

এইখিনিতে মই পণ্ডিত ডঃ শ্ৰীশৰ্মাদেৱলৈ মোৰ আন্তৰিক অভিনন্দন জনাইছো। কিতাপখনৰ শুদ্ধাশুদ্ধি পৰীক্ষক কামৰূপ জিলাৰ ব্ৰহ্মপুত্ৰৰ দক্ষিণ পাৰৰ এখন মডেল টোলৰ প্ৰাক্তন অধ্যাপক পণ্ডিত শ্ৰীযুত হৰেশ্বৰ ভাগৱতী ব্যাকৰণ ন্যায়শাস্ত্ৰী দেৱলৈও মোৰ আন্তৰিক শ্ৰদ্ধা নিবেদন কৰিছোঁ। অসমৰ যোৰহাট জিলাৰ জগন্নাথ বৰুৱা মহাবিদ্যালয়ৰ সংস্কৃত বিভাগৰ মুৰব্বী আৰু প্ৰাক্তন অধ্যক্ষ পণ্ডিত শ্ৰীযুত ভৱকৃষ্ণ মিশ্ৰদেৱেও কিতাপখনৰ পাণ্ডুলিপি পঢ়ি মন্তব্য কৰিছে যে—

পণ্ডিত শ্ৰীযুত জিতেন্দ্ৰনাথ ভট্টাচাৰ্য্য ব্যাকৰণশাস্ত্ৰী এগৰাকী প্ৰাচীন পদ্ধতিত পঢ়া ব্যাকৰণৰ পণ্ডিত। মহামহোপাধ্যায় পুৰুষোত্তম ভট্টাচাৰ্য্য বিদ্যাবাগীশ মহোদয় প্ৰাচীন কামৰূপৰ অদ্বিতীয় পণ্ডিত আছিল। তেখেতে 'প্ৰয়োগৰত্নমালা ব্যাকৰণ' ৰচনা কৰি প্ৰাচীন কামৰূপ অৰ্থাৎ বৰ্তমানৰ অসমৰ খ্যাতি সমগ্ৰ ভাৰততেই বিস্তাৰিত কৰিছিল।

"অসমীয়া প্ৰয়োগৰত্নমালা ব্যাকৰণ" নাম দি পণ্ডিত শ্ৰীজিতেন্দ্ৰনাথ ভট্টাচাৰ্য্য ব্যাকৰণশাস্ত্ৰীদেৱে অশেষ পৰিশ্ৰম কৰি "প্ৰয়োগৰত্নমালা ব্যাকৰণ"ৰ এটি অসমীয়া ব্যাখ্যাত্মক অনুবাদ কৰি সংস্কৃতপ্ৰেমী, বিশেষকৈ ৰত্নমালা ব্যাকৰণৰ ছাত্ৰ-ছাত্ৰীসকলৰ এটা ডাঙৰ অভাৱ পূৰণ কৰিছে। অসমত অধিক সংখ্যক টোলতেই শ শ বছৰ ধৰি প্ৰয়োগ ৰত্নমালা ব্যাকৰণৰ অধ্যয়ন অধ্যাপন প্ৰচলিত হৈ আহিছে। এই ব্যাকৰণৰ পণ্ডিতসকলে কিছুকাল আগলৈকে সৰ্ব্বভাৰতীয় পণ্ডিত সমাজত নিজকে প্ৰতিষ্ঠিত কৰিছিল।

এই প্ৰয়োগৰত্নমালা ব্যাকৰণৰ অসমীয়া ব্যাখ্যাত্মক অনুবাদ গ্ৰন্থখন হাতে লিখা অৱস্থাতে চাই বৰ সন্তোষ লাভ কৰিছোঁ। আমাৰ টোলসমূহৰ ছাত্ৰ-ছাত্ৰীৰ উপৰিও মহাবিদ্যালয়ৰ ছাত্ৰ-ছাত্ৰীসকলৰ বাবেও এই গ্ৰন্থখন যথেষ্ট সহায়ক হব বুলি মোৰ দৃঢ় বিশ্বাস। সিদ্ধান্ত কৌমুদী প্ৰভৃতি ব্যাকৰণৰ কঠিন সূত্ৰবোৰ বুজিবলৈ এই গ্ৰন্থখনে যথেষ্ট সহায় কৰিব।

এই গ্ৰন্থখন সোনকালে প্ৰকাশিত হৈ উঠিলে অসমীয়া ছাত্ৰ-ছাত্ৰী আৰু সংস্কৃত প্ৰেমীসকলৰ এটা বহুদিনীয়া অভাৱ পূৰণ হ'ব। পণ্ডিত ভট্টাচাৰ্য্য ব্যাকৰণ শাস্ত্ৰীদেৱে যাতে ভৱিষ্যতে সংস্কৃতৰ সেৱা

অসমীয়া ৰাইজলৈ আগবঢ়াব পাৰে তাৰ বাবে আশা ৰাখিলোঁ। তেখেতলৈ আমাৰ ধন্যবাদ জ্ঞাপন কৰিলোঁ। ইতি—

ড়াঃ শ্ৰীভবকৃষ্ণ মিশ্ৰ
প্ৰাক্তন অধ্যক্ষ (সংস্কৃত বিভাগৰ
মূৰব্বী অধ্যাপক), জগন্নাথ বৰুৱা
মহাবিদ্যালয়, যোৰহাট।
৭।১২।৮৬ ইং

এই কাৰ্য্যই মোক উৎসাহ দিয়াৰ কাৰণে পণ্ডিত শ্ৰীযুত মিশ্ৰ-দেৱলৈ মোৰ আন্তৰিক কৃতজ্ঞতা জ্ঞাপন কৰিছোঁ। সংস্কৃত ভাষাৰ প্ৰতি একান্ত আগ্ৰহী ভাষাবিদ্ পণ্ডিত ডঃ শ্ৰীযুত প্ৰমোদচন্দ্ৰ ভট্টাচাৰ্য্য দেৱে মোক কিতাপখনিৰ বাবে দিহা পৰামৰ্শ দি উৎসাহিত কৰা বাবে তেখেতলৈও মোৰ শ্ৰদ্ধা নিবেদন কৰিছোঁ।

## ছপাশালৰ কথা :

বৰ্ত্তমান সময়ত আখৰ মুদ্ৰণৰ বিভিন্ন প্ৰকাৰৰ পদ্ধতি আৰু অসমীয়া ভাষাৰ যুক্তাক্ষৰ ছপা কৰাৰ জটিল সমস্যাৰ বিষয়ে বাতৰি কাকত-বাৰ্ত্তালোচনী আদিত ভাষাবিদ পণ্ডিতসকলৰ মতামত প্ৰকাশ হোৱা দেখা যায়। তাৰপৰা বুজিব পাৰি যে অসমীয়া ভাষাৰ দৰে সংস্কৃত ভাষাত অসমীয়া হৰফত কিতাপ ছঁপা কৰাটোও সহজসাধ্য নহয়। সেয়েহে মূল সংস্কৃত কিতাপখনৰ সূত্ৰত থকা পদবোৰৰ যি ছন্দোবদ্ধ পদ লালিত্য আছিল নতুনকৈ ছপা কৰা কিতাপখনত সেই ছন্দ বা পদ লালিত্যৰ সাদৃশ্য কিছু ক্ষেত্ৰত ৰক্ষা কৰাটো সম্ভৱ হোৱা নাই। 'এই কিতাপখনত থকা সংস্কৃত সন্ধিবোৰৰ কিছু অংশৰ ক্ষেত্ৰত দুটা পদৰ মাজত এটা ডেচ অৰ্থাৎ (—) চিনটো ব্যৱহাৰ কৰি সম্ভাব্য সন্ধিৰ কথা বুজাবৰ যত্ন কৰা হৈছে।

## উদাহৰণ :

উদাহৰণৰ ক্ষেত্ৰত মাত্ৰ এটা সংস্কৃত শব্দৰে বুজাব খোঁজা হৈছে। কাৰণ বাক্যাংশ স্বৰূপ উদাহৰণৰ উদ্দেশ্যবাচক পদ এটাহে দিয়া

হৈছে আৰু কেতিয়াবা উদাহৰণৰ বিকল্প ৰূপো দিয়া হৈছে। কিতাপখনিৰ শেষৰ ভাগত সংস্কৃত আৰু অসমীয়া শব্দৰ একেলগে এটা শুধৰণি খণ্ড দিয়া হৈছে আৰু তাৰদ্বাৰা বহু পৰিমাণে ভুলৰ হাত সাৰিব পৰা হ'ব বুলি আশা কৰা হৈছে। কিন্তু একে পৃষ্ঠাত থকা শব্দৰ একাধিক ভুল এবাৰহে শুধৰোৱা হৈছে। তথাপিও "মুনীনাঞ্চ মতিভ্ৰমঃ" আৰু সেই ভ্ৰম আগলৈ আঙুলিয়াই দিবৰ কাৰণে সুধীসকলৰ ওচৰত সনিৰ্বন্ধ অনুৰোধ জনালোঁ। মই বহুদিনৰ পৰা অশেষ কষ্টৰ মাজেৰে কিতাপখন লিখি উলিয়াই ইয়াক ছপা কৰিবৰ বাবে কিছুদিন ব্যৰ্থকাম হৈ আছিলোঁ, কাৰণ মোৰ আৰ্থিক অৱস্থা তেনে সুচল নহয়। অৱশেষত হেমকোষ প্ৰিণ্টাৰ্ছৰ স্বত্বাধিকাৰী বন্ধুবৰ শ্ৰীযুত দেৱানন্দ বৰুৱাদেৱে এই কিতাপখন ছপা কৰাৰ দায়িত্ব হাত পাতি লোৱাত ইয়াৰ প্ৰথম সংস্কৰণৰ স্বত্ব উক্ত শ্ৰীবৰুৱাদেৱৰ ওপৰত অৰ্পণ কৰিলোঁ; মই তেখেতৰ ওচৰত কৃতজ্ঞ হৈ থাকিলো।

আমাৰ দেশত সংস্কৃত ৰত্নমালা ব্যাকৰণৰ সৰল সংস্কৃত ব্যাখ্যাৰ যি প্ৰয়োজন আৰু তাক সহজতে বুজি পাবৰ কাৰণে যি মাতৃভাষাৰ আৱশ্যক হয়, অতীতৰ পৰা বৰ্তমানলৈকে তাৰ অভাৱ দূৰীভূত হোৱা নাই। সেয়েহে "অসমীয়া প্ৰয়োগৰত্নমালা ব্যাকৰণ" প্ৰকাশ হোৱাৰ পৰা উক্ত অভাৱ সামান্যভাৱে হলেও দূৰ হ'ব বুলি আশা কৰা হৈছে। অসমৰ বৰ্তমানৰ সংস্কৃত মডেল টোলৰ ছাত্ৰ-ছাত্ৰীসকলৰ লগতে অন্যান্য শিক্ষানুষ্ঠানৰ শিক্ষাৰ্থীসকলেও এই কিতাপখন অধ্যয়ন কৰিলে অনায়াসে সংস্কৃত ভাষা আয়ত্ত কৰিবলৈ সমৰ্থ হ'ব। ইয়াৰ উপৰিও আমাৰ দেশৰ সংস্কৃত আৰু বিভিন্ন ভাষাবিদ্ ভাষা-প্ৰেমী পণ্ডিতসকলৰ পৰা এই কিতাপখনে সমাদৰ লাভ কৰিব বুলি আশা কৰিলোঁ। সদৌশেষত আশা কৰোঁ যে অসমীয়া প্ৰয়োগৰত্নমালা ব্যাকৰণ কিতাপখনে আমাৰ সমাজৰ যৎসামান্য উপকাৰ সাধন কৰিলেও এই অভাজন লেখকৰ পৰিশ্ৰম সাৰ্থক হোৱা বুলি মানিম। ইতি—

নৱগিৰি পথ
গুৱাহাটী—৭৮১ ০০৩

বিনয়াবনত—
শ্ৰীজিতেন্দ্ৰ নাথ ভট্টাচাৰ্য্য,
ব্যাকৰণ শাস্ত্ৰী।
অৱসৰপ্ৰাপ্ত শিক্ষক
কামৰূপ একাডেমী উচ্চতৰ
মাধ্যমিক বিদ্যালয়।
তাং—২২।১২।১৯৮৮ ইং

# সূচীপত্ৰ



---

ওঁ তৎ সৎ

# মঙ্গলাচৰণম্ ।

(ক) শ্ৰীনন্দসূনোৰ্ব্বদনাৰবিন্দ মুপাস্মহে যত্ৰ নিতান্তমেৱ ।
স্ফুৰচ্ছ্ৰুতীনাং পৰমং ৰহস্যং স্মিতশ্ৰিয়ানন্দময়ংৱিভাতি ॥

ব্যাখ্যা—শ্ৰীনন্দসূনোঃ (শ্ৰীকৃষ্ণস্য) ৱদনাৰৱিন্দং (মুখকমলং) যত্ৰ (যস্মিন্ মুখকমলে) স্মিত শ্ৰিয়া (ঈষদ্ধাস কান্ত্যা) নিতান্তমেৱ (অনৱৰতমেৱ) শ্ৰুতীনাং (ৱেদানাং) পৰমং ৰহস্যং (উপনিষদ্-ভাগঃ) ৱিভাতি (শোভতে) কিংচ-আনন্দময়ং (ব্ৰহ্মপ্ৰতিপাদকং) তৎ (মুখ কমলম্) ৱয়মুপাস্মহে (আৰাধয়ামঃ ।)

সৰলাৰ্থ—যি নন্দকুমাৰ শ্ৰীকৃষ্ণৰ মুখপদ্মৰ পৰা ৱেদ-শ্ৰুতি-স্মৃতি আদিৰ গোপনীয় পৰম ৰহস্য-তত্ত্ব প্ৰকাশিত, যাৰ মধুৰ মিচিকীয়া হাঁহিৰে ব্ৰহ্ম প্ৰতিপাদ্য আনন্দদায়ক শোভা বিৰাজমান সেই মুখ পদ্ম শ্ৰীকৃষ্ণক আমি সদায় আৰাধনা কৰোঁ।

(খ) অমৃতাধিক মাধুৰী ধুৰীণা ধনিৰ্য্যাস গুনোৰ্জ্জিতেনৱেণোঃ ।
ৰণিতেন জগন্তি ৰঞ্জয়ন্তং ভগৱন্তং ঘনকান্তিমন্তমীড়ে ॥

ব্যাখ্যা—অমৃতাধিক (অমৃত মাধুৰ্য্যাধিক) মাধুৰী (মধুৰত্বম্) ধুৰীণা (ৱাহকস্যাশ্ৰয়ঃ) যোহধৰস্তস্য নিৰ্য্যাসঃ (ৰসঃ) তস্য গুণঃ (মাধুৰ্য্যম্) তেন উৰ্জ্জিতেন (মাধুৰ্য্যাতিশয়েন) ৱেণোঃ (ৱংশ্যস্য) ৰণিতেন (শব্দেন) জগন্তি (লোকত্ৰয়ম্) ৰঞ্জয়ন্তং (আনন্দয়ন্তং) ঘনকান্তিমন্তম্ (ঘনকান্তিযুক্তম্) ভগৱন্তম্ (শ্ৰীকৃষ্ণম্) ঈড়ে (স্তৌমি)।

সৰলাৰ্থ—যি অমৃততকৈও মধুৰ, সমস্ত সুৰৰ লহৰ বহন কাৰী যাঁহৰ বাঁহীৰ সুমধুৰ ধ্বনিৰ দ্বাৰা বিশ্ব ব্ৰহ্মাণ্ডৰ আনন্দদায়ক সেই মেঘশ্যাম বৰ্ণ ভগৱান শ্ৰীকৃষ্ণক আৰাধনা কৰোঁ।

(গ) শ্ৰীমল্লদেৱস্য গুণৈকসিন্ধো ৰ্মহীমহেন্দ্ৰস্য যথানিদেশম্ ।
যত্নাৎ প্ৰয়োগোত্তম ৰত্নমালা ৱিতন্যতে শ্ৰীপুৰুষোত্তমেন ॥

ব্যাখ্যা—গুণৈক সিন্ধোঃ (সমুদ্ৰৱদ্গুণেনপূৰ্ণস্য) শ্ৰীমল্লদেৱস্য (মল্ল-

[illegible]

দেৱনাম্নঃ) মহীমহেন্দ্ৰস্য (ভূপতেঃ) যথা নিদেশাম্ (নিদেশ্যাতি-ক্ৰমেন) যত্নাৎ (যত্নেন) প্ৰয়োগোত্তম ৰত্নমালা (পুস্তিকা) শ্ৰীপুৰু-ষোত্তমেন (পুৰুষোত্তম নাম্না গ্ৰন্থকাৰেণ) বিতন্যতে (বিস্তাৰ্য্যতে)।

সৰলাৰ্থ—গুণৰ সাগৰ কোচবিহাৰ নগৰাধি পতি মহাৰাজ শ্ৰীমল্ল দেৱৰ অনুৰোধক্ৰমে মহামহোপাধ্যায় শ্ৰীপুৰুষোত্তম ভট্টাচাৰ্যে, বিদ্যাবাগীশ পণ্ডিত এজনে প্ৰয়োগোত্তম ৰত্নমালা নামৰ ব্যাকৰণ গ্ৰন্থখন যত্নেৰে সৈতে ৰচনা কৰিলে।

(ঘ) মহতামপি হৃদ্বিভাৱনীয়ৈ র্মহনীয়ৈ গু´ণবৃদ্ধিমৎ প্ৰয়োগৈঃ।
ৰচিতাংপুৰোষোত্তমেনবালাঃ প্ৰতিভায়ৈ পৰিধত্ত
ৰত্নমালাম্ ॥

ব্যাখ্যা—হে বালাঃ (শিশবঃ) প্ৰতিভায়ৈ (বুদ্ধি প্ৰকাশায়) গুণ বৃদ্ধিমৎ (গুণাঃ-ইক্ স্থানোত্তৰা এ-ও-অৰ্-অলঃ, স্বৰস্থানোত্তৰা আ-ঐ-ঔ প্ৰভৃতয়শ্চ) প্ৰয়োগৈঃ (সুপ্‌তিঙন্ত পদৈঃ) মহতামপি বিদ্যাৱতামপি) হৃদ্‌বিভাৱনীয়ৈঃ (চিত্তেন চিন্তনীয়ৈঃ) মহনীয়ৈঃ (প্ৰশস্তৈঃ) পুৰুষোত্তমেন (পুৰুষোত্তম নাম্না গ্ৰন্থকাৰেণ) ৰচিতাম্ (প্ৰকাশি-তাম্) ৰত্নমালাম্ নামকম্ গ্ৰন্থম্ পৰিধও (স্বীকুৰুত)।

সৰলাৰ্থ—হে ল'ৰাসকল, নিজৰ প্ৰতিভা বৃদ্ধিৰ কাৰণে মহান পণ্ডিত-সকলৰ অন্তৰ নিগৰিত চিন্তা শক্তিৰ মোহনীয় গুণ বৃদ্ধি আদিৰ (গুণ—ইক্‌সংজ্ঞা বৰ্ণৰ ঠাইত হোৱা এ-ও-অৰ্-অল্ আৰু স্বৰ বৰ্ণৰ ঠাইত হোৱা আ-ঐ-ঔ প্ৰভৃতি বৃদ্ধি) আৰু সুপ্ তিঙন্ত পদৰ প্ৰয়োগৰ দ্বাৰা পৰিপুষ্ট পুৰুষোত্তম পণ্ডিতৰ দ্বাৰা ৰচনা কৰা ৰত্নমালা ব্যাকৰণ গ্ৰহণ কৰাহঁক।

(ঙ) দৰ্ভোদৰাঙ্কুৰ ধিয়ঃ সুধিয়ঃ প্ৰসাদ্য-বিজ্ঞাপয়ে যদহমত্ৰ
মনোনিধত্ত।
এতেষু মদ্বচন কৈৰৱ কোৰকেষু যুষ্মৎ প্ৰসাদ-শৰদিন্দুৰুচঃ
স্ফুৰন্তু ॥

ব্যাখ্যা—হে সুধিয়ঃ (পণ্ডিতাঃ), দৰ্ভোদৰাঙ্কুৰধিয়ঃ (কুশাগ্ৰইৱতীক্ষ্ণ বুদ্ধয়ঃ) যুষ্মান্ প্ৰসাদ্য (যুষ্মান্ প্ৰসন্নান্ কৃত্বা) যদহং বিজ্ঞাপয়ে (নিবেদয়ে) অত্ৰ (ব্যাকৰণ গ্ৰন্থে) মনো নিধত্ত (চিত্তমাৰোপয়ত)। এতেষু (বক্ষমানেষু) মদ্বচন কৈৰৱকোৰকেষু (মম ৰচনান্যেৱ

কুমুদকলিকাঃ,তেষু) যুষ্মৎ প্ৰসাদঃ (যুষ্মাকমনুগ্ৰহা এৱ) শৰদিন্দু-ৰুচঃ (শৰচ্চন্দ্ৰ কান্তয়ঃ) স্ফুৰন্তু (প্ৰসৰন্তু))। যথা—কুমুদ-কলিকাঃ শৰচ্চন্দ্ৰ কিৰণেন বিকশিতা ভৱন্তি তথা যুষ্মদ্ প্ৰসা-দেন মম বাক্যানি প্ৰসাৰিতা ভৱন্তীতিভাৱঃ।

সৰলাৰ্থ—হে পণ্ডিতসকল! কুশাগ্ৰসদৃশ তীক্ষ্ণ বুদ্ধিসম্পন্ন আপোনা-লোকৰ সন্তুষ্টিৰ কাৰণে মই (পুৰুষোত্তম পণ্ডিতে) যি কৈছো এই বিষয়ত অৰ্থাৎ এই ব্যাকৰণত মনোনিবেশ কৰাহঁক। মোৰ (পণ্ডিতৰ) কুমুদ কলিৰ দৰে বাক্যসমূহত আপোনালোকৰ অনু-গ্ৰহেই শৰৎকালৰ চন্দ্ৰ কিৰণৰ দৰে প্ৰভা প্ৰবাহিত হওক। অৰ্থাৎ চন্দ্ৰ কিৰণত যিদৰে কুমুদকলি বিকশিত হয় সেইদৰে আপোনালোকৰ দ্বাৰা মোৰ বাক্যবোৰ প্ৰসাৰিত হওক। ০০

# সংজ্ঞা প্ৰকৰণম্।

১। অকাৰাদি ক্ষকাৰান্তা ৱৰ্ণমালাঽনুৱৰ্ত্ততে।

ব্যাখ্যা—স্বৰাদি সংজ্ঞা বিধানাৰ্থম্—অকাৰাদি ক্ষকাৰান্তাঃ (অকাৰমাৰভ্য ক্ষকৰ পৰ্য্যন্তাঃ ৱৰ্ণমালা যথা—অ আ ই ঈ উ ঊ ঋ ৠ ঌ ৡ এ ঐ ও ঔ অং অঃ ক খ গ ঘ ঙ চ ছ জ ঝ ঞ ট ঠ ড ঢ ণ ত থ দ ধ ন প ফ ব ভ ম য ৰ ল ৱ শ ষ স হ ক্ষ ইতি পঞ্চাশদ্ ৱৰ্ণ শ্ৰেণী অনু (অগ্ৰম্) ৱৰ্ত্ততে (নদীস্ৰোতৱদুত্তৰোত্তৰমধিকুৰুতে)।

সৰলাৰ্থ—স্বৰ আদি সংজ্ঞা বিধানৰ কাৰণে অকাৰৰ পৰা ক্ষকাৰ পৰ্য্যন্ত পঞ্চাশ প্ৰকাৰৰ বৰ্ণমালা যেনে—অ আ ই ঈ উ ঊ ঋ ৠ ঌ ৡ এ ঐ ও ঔ অং অঃ ক খ গ ঘ ঙ চ ছ জ ঝ ঞ ট ঠ ড ঢ ণ ত থ দ ধ ন প ফ ব ভ ম য ৰ ল ৱ শ ষ স হ ক্ষ বৰ্ণ শ্ৰেণীয়ে নদীৰ সোঁতৰ দৰে আগলৈকে অধিকাৰ কৰা হ'ব।

২। তস্যামকাৰাদৌকাৰং যাৱদ্বৰ্ণাঃ স্বৰাঅচঃ।

ব্যাখ্যা—তস্যাং (ৱৰ্ণমালায়াম্) অকাৰাদৌকাৰং (অকাৰমাৰভ্য ঔ কাৰং যাৱৎ) ৱৰ্ণাঃ (চতুৰ্দ্দশৱৰ্ণাঃ) স্বৰাঃ (স্বৰসংজ্ঞকাঃ) অচ শ্চ (অচ্ সংজ্ঞকাশ্চ ভৱন্তি।

সৰলাৰ্থ—এই বৰ্ণমালাৰ ভিতৰত অকাৰৰ পৰা ঔকাৰলৈকে চৈধ্যটা বৰ্ণৰ স্বৰ আৰু অচ্ সংজ্ঞা হ'ব।

৩। অকাৰাদয় ৯দন্তাঃ সমানাঃ স্যুৰকশ্চতে।

ব্যাখ্যা—অকাৰাদয় ৯ দন্তাঃ (অকাৰমাৰভ্য ৯ কাৰ পৰ্য্যন্তাঃ) সমানাঃ (সমান সংজ্ঞকাঃ) স্যুঃ (ভবেয়ুঃ) তে (অকাৰাদয় ৯ দন্তাঃ দশ-বৰ্ণাঃ) অকশ্চ (অকসংজ্ঞঃস্যাৎ)।

সৰলাৰ্থ—অকাৰৰ পৰা দীৰ্ঘ ৯ কাৰ পৰ্য্যন্ত এই দহোটা বৰ্ণৰ সমান্ আৰু অক্ সংজ্ঞা হ'ব।

দহোটা বৰ্ণ যেনে—অ আ ই ঈ উ ঊ ঋ ৠ ৯ ৡ।

৪। সস্থানাকৌ সৰ্বৰ্ণঃ স্যাৎ।

ব্যাখ্যা—সস্থানাকৌ (সমান স্থানোচ্চাৰণীয়ৌ) দ্বাৱকৌ মিলিতৌ সৱৰ্ণঃ (সৱৰ্ণ সংজ্ঞঃ স্যাৎ)। তত্ৰ—অ-আ, আ-অ, অ-অ, আ-আ, ইতি প্ৰকাৰ চতুষ্টয়েনাপি ভৱতীত্যৰ্থঃ। এৱমিকাৰাদি চতুৰ্য্যুগমস্য চ সৱৰ্ণঃ সংজ্ঞঃ স্যাৎ। ঋ ৱৰ্ণ ৯ ৱৰ্ণয়োৰপি সৱৰ্ণঃ স্যাৎ।

সৰলাৰ্থ—মুখৰপৰা সমান ভাৱে উচ্চাৰণ হোৱা বৰ্ণ যেনে—অ আ, আ অ, অ অ, আ আ, এইদৰে দুটাকৈ লগ হোৱা অক্ বৰ্ণৰ সৱৰ্ণ সংজ্ঞা হ'ব। তেনেকৈ ই ঈ, উ ঊ, ঋ ৠ ৯ ৡ বৰ্ণবো উক্ত ধৰণে চাৰিপ্ৰকাৰে সৱৰ্ণ সংজ্ঞা হ'ব।

৫। সাৱৰ্ণ্যমৃ ৯ ৱৰ্ণয়োঃ।

ব্যাখ্যা—ঋ ৯ ৱৰ্ণয়োঃ (ঋ ৱৰ্ণ ৯ ৱৰ্ণয়োঃ) অপি সাৱৰ্ণ্যং (সাৱৰ্ণ্য সংজ্ঞকং স্যাৎ)।

সৰলাৰ্থ—ঋ কাৰ আৰু ৯ কাৰৰ সাৱৰ্ণ্য সংজ্ঞা হ'ব।

৬। অ ই উ ঋ ৯ হ্ৰস্বাঃ স্যুৰ্লঘৱশ্চৈক মাত্ৰকাঃ।

ব্যাখ্যা—এক মাত্ৰকাঃ (একমাত্ৰাকালোচ্চাৰণীয়াঃ) অ ই উ ঋ ৯ বৰ্ণাঃ হ্ৰস্বাঃ (হ্ৰস্ব সংজ্ঞকাঃ) স্যুঃ (ভবেয়ুঃ) লঘৱশ্চ (লঘু সংজ্ঞা-কাঃ স্যুঃ)।

সৰলাৰ্থ—এক মাত্ৰা কালত উচ্চাৰিত হোৱা অ ই উ ঋ ৯ বৰ্ণৰ হ্ৰস্ব সংজ্ঞা আৰু লঘু সংজ্ঞা হ'ব।

৭। অন্যে স্বৰা দীৰ্ঘসংজ্ঞা জ্ঞাতব্যা স্তে দ্বিমাত্ৰকাঃ।

ব্যাখ্যা—দ্বিমাত্ৰকাঃ (দ্বিমাত্ৰা কালোচ্চাৰণীয়াঃ) অন্যে স্বৰাঃ (হ্ৰস্বাদ্-ভিন্নস্বৰাঃ) তে দীৰ্ঘ সংজ্ঞা (দীৰ্ঘ সংজ্ঞকাঃ) জ্ঞাতব্যাঃ (বোদ্ধব্যাঃ)।

সৰলাৰ্থ—দ্বিমাত্ৰা কালত উচ্চাৰিত হোৱা হ্ৰস্বস্বৰ ভিন্ন আন স্বৰবৰ্ণ-বোৰৰ দীৰ্ঘ সংজ্ঞা হ'ব।

৮। গানাহ্বান ক্ৰন্দনেষু স্বৰা স্ত্ৰিমাত্ৰকাঃ প্লুতাঃ।

ব্যাখ্যা—ত্ৰিমাত্ৰকাঃ (ত্ৰিমাত্ৰা কালোচ্চাৰণীয়াঃ) গানাহ্বানক্ৰন্দনেষু বিষয়েষু যে স্বৰাঃ উত্থিতাঃ তেস্বৰাঃ প্লুতাঃ (প্লুত স্বৰাঃ জ্ঞেয়াঃ)।

সৰলাৰ্থ—ত্ৰিমাত্ৰা কালত উচ্চাৰিত হোৱা-গান-আহ্বান আৰু ক্ৰন্দন কৰা বিষয়ত যি স্বৰৰ উত্তৱ হয় তাক প্লুত স্বৰ বোলা হ'ব।

৯। অন্যোঽন্যস্য হ্ৰস্ব দীৰ্ঘৌ।

ব্যাখ্যা—অন্যোঽন্যস্য (পৰস্পৰস্য) স্বৰবৰ্ণস্য হ্ৰস্ব দীৰ্ঘৌ ভৱতঃ।

সৰলাৰ্থ—পৰস্পৰ স্বৰবৰ্ণবোৰৰ হ্ৰস্ব আৰু দীৰ্ঘ হ'ব।

১০। স্বৰ মাত্ৰস্য - কুত্ৰচিৎ।

ব্যাখ্যা—কুত্ৰচিৎ (প্ৰসিদ্ধ প্ৰয়োগে) স্বৰমাত্ৰস্য (হ্ৰস্বদীৰ্ঘৌ) ভৱতঃ।

সৰলাৰ্থ—কিছুমান প্ৰসিদ্ধ প্ৰয়োগৰ কাৰণে আৱশ্যক অনুসৰি স্বৰবৰ্ণ মাত্ৰেই হ্ৰস্ব আৰু দীৰ্ঘ হ'ব।

১১। এঐদেতোৰি ৰোদৌতোকঃ। হ্ৰস্বাৱুক্তৌ, শিক্ষাকাৰৈঃ।

ব্যাখ্যা—শিক্ষাকাৰৈঃ (পণ্ডিতৈঃ) এঐদেতোৰিঃ (একাৰ ঐকাৰয়োঃস্থানে) ইঃ) ওদৌতোকঃ (ওকাৰ ঔকাৰয়োঃ স্থানে উঃ) হ্ৰস্বৌ উক্তৌ (কথিতৌ)।

সৰলাৰ্থ—শিক্ষাকাৰ কিছুমান পণ্ডিতে একাৰ আৰু ঐকাৰৰ ঠাইত ই, ওকাৰ আৰু ঔকাৰৰ ঠাইত উ হ্ৰস্ব হয় বুলি কয়।

১২। সংযোগস্য-তু-যৎ-পূৰ্ব্বং-গুৰু তৎ।

ব্যাখ্যা—সংযোগস্য (যুক্তাক্ষৰস্য) তু (কিন্তু) যৎ পূৰ্ব্বং (পূৰ্ব্ববৰ্ণং) তৎগুৰু (গুৰুসংজ্ঞকং স্যাৎ)।

সৰলাৰ্থ—সংযুক্ত বৰ্ণৰ পূৰ্ব্ববৰ্ত্তী বৰ্ণ গুৰু সংজ্ঞা বুলি কোৱা হয়।

১৩। প্ৰহ্ৰয়োস্তুৰা ।

ব্যাখ্যা—প্ৰহ্ৰয়োঃ প্ৰ-হ্ৰ বৰ্ণয়োঃ) তু যৎ পূৰ্ব্বংৱা (ৱিকল্পেন) তৎ গুৰু সংজ্ঞং স্যাৎ ।

সৰলাৰ্থ—প্ৰ আৰু হ্ৰ বৰ্ণৰ পূৰ্ব্বৱৰ্ত্তী বৰ্ণ বিকল্পে গুৰু সংজ্ঞা হ'ব ।

১৪। সানুস্বাৰ ৱিসৰ্গঞ্চ-দীৰ্ঘঞ্চ-গুৰু সংজ্ঞকম্ ।

ব্যাখ্যা—সানুস্বাৰ ৱিসৰ্গঞ্চ (অনুস্বাৰ-বিসৰ্গ-সহিত-প্ৰৱৰ্ত্ত মানমক্ষৰং) দীৰ্ঘং (দীৰ্ঘ-সংজ্ঞকং) চকাৰাৎ- গুৰু সংজ্ঞকং স্যাৎ ।

সৰলাৰ্থ—অনুস্বাৰ আৰু বিসৰ্গৰ সৈতে থকা বৰ্ণৰ দীৰ্ঘ আৰু গুৰু সংজ্ঞা হ'ব ।

১৫। ইকাৰাদ্ যাৱদৌকাৰং নামী ।

ব্যাখ্যা—ই-কাৰাদ্ যাৱদৌকাৰং (ই ৱৰ্ণ মাৰভ্য ঔ কাৰং-যাৱদ্ দ্বাদশ ৱৰ্ণাঃ) নামী (নামী সংজ্ঞকং স্যাৎ) ।

সৰলাৰ্থ—ই-বৰ্ণৰ পৰা ঔ- বৰ্ণলৈকে বাৰটা বৰ্ণৰ নামী সংজ্ঞা হ'ব যেনে—ই-ঈ, উ-ঊ-ঋ-ৠ, ঌ-ৡ, এ-ঐ, ও-ঔ ।

১৬। ঌ কাৰান্ত ইক্ সত্ ।

ব্যাখ্যা—সত্ (নামী) ঌ কাৰান্তাঃ (ঌৱৰ্ণ পৰ্য্যন্তাঃ-অষ্টবৰ্ণাঃ) । ইক্ (ইক্ সংজ্ঞঃ স্যাৎ) ।

সৰলাৰ্থ—সেই নামী সংজ্ঞক বৰ্ণৰ ঌ কাৰ পৰ্য্যন্ত আঠটা বৰ্ণৰ ইক্ সংজ্ঞা হ'ব । যেনে—ই-ঈ, উ-ঊ, ঋ-ৠ, ঌ-ৡ ।

১৭। একাৰাদি চতুৰ্ব্বৰ্ণা এচঃ সন্ধ্যক্ষৰাণিচ ।

ব্যাখ্যা—একাৰাদি চতুৰ্ব্বৰ্ণাঃ (একাৰমাৰভ্য ঔকাৰং যাৱদ্ৱৰ্ণাঃ) এচঃ (এচ সংজ্ঞঃ স্যাৎ) সন্ধ্যক্ষৰাণিচ (সন্ধ্যক্ষৰাণি-সংজ্ঞঃ স্যাৎ)।

সৰলাৰ্থ—একাৰৰ পৰা ঔ কাৰলৈকে যেনে—এ-ঐ-ও-ঔ এই চাৰিটা বৰ্ণৰ এচ্ আৰু সন্ধ্যক্ষৰ সংজ্ঞা হ'ব ।

১৮। ককাৰাদি হকাৰান্তা ব্যঞ্জনানি হলশ্চ-তে ।

ব্যাখ্যা—ককাৰাদি হকাৰান্তাঃ (ক কাৰমাৰভ্য হকাৰ পৰ্য্যন্তাঃ ব্যঞ্জনানি (ব্যঞ্জন সংজ্ঞকাঃ স্যুঃ)তে (ককাৰাদি হকাৰান্তাঃ হলশ্চ (হল্ সংজ্ঞকাঃ স্যুঃ) ।

সৰলাৰ্থ—ক বৰ্ণৰ পৰা হ বৰ্ণলৈকে এইকেইটা আখৰৰ ব্যঞ্জন্ আৰু হল্ সংজ্ঞা হ'ব।

১৯। কাদিমান্তাঃ পঞ্চ পঞ্চাৱচ্ছিন্না ৱৰ্গ-সংজ্ঞকাঃ ।

ব্যাখ্যা—কাদিমান্তাঃ (ককাৰমাৰভ্য মকাৰ পৰ্য্যন্তাঃ) পঞ্চাৱচ্ছিন্নাঃ (ক্ৰমেন পঞ্চৱৰ্গাঃ) ৱৰ্গ সংজ্ঞকাঃ ভৱন্তি, পঞ্চৱৰ্গ ব্যৱস্থাং (প্ৰথম-দ্বিতীয়-তৃতীয়-চতুৰ্থ-পঞ্চম বৰ্গ গ্ৰহণং) পঞ্চ ৱৰ্ণ গ্ৰহণঞ্চ অভি-ব্যনক্তি ।

সৰলাৰ্থ—ক বৰ্ণৰ পৰা ম বৰ্ণলৈকে বৰ্ণবোৰৰ বৰ্গ সংজ্ঞা হ'ব, যথাক্ৰমে প্ৰথম-দ্বিতীয়-তৃতীয়-চতুৰ্থ আৰু পঞ্চম বৰ্ণ হিচাপে প্ৰতি বৰ্গতে ক্ৰমান্বয়ে পাঁচটাকৈ বৰ্ণ থাকিব। যেনে—ক বৰ্গ—ক-খ-গ-ঘ-ঙ ইত্যাদি। বৰ্গ-যেনে—ক-চ-ট-ত-প বৰ্গ হব ।

২০। ৱৰ্গ ৱৰ্ণাঃ স্পৰ্শ-সংজ্ঞাঃ কথিতা তন্ত্ৰ-ৱেদিভিঃ ।

ব্যাখ্যা—ৱৰ্গৱৰ্ণাঃ (ৱৰ্গ সংজ্ঞক ৱৰ্ণাঃ) তন্ত্ৰ ৱেদিভিঃ (পণ্ডিতৈঃ) স্পৰ্শ-সংজ্ঞাঃ কথিতাঃ (উক্তাঃ)।

সৰলাৰ্থ—তন্ত্ৰৰ পণ্ডিতসকলে বৰ্গ সংজ্ঞাক স্পৰ্শ সংজ্ঞা বুলিও কয়।

২১। প্ৰথম দিতীয় ৱৰ্ণাঃ শ ষ সা শ্চা ঘোষ সংজ্ঞাঃ স্যুঃ ।

ব্যাখ্যা—প্ৰথম, দ্বিতীয় ৱৰ্ণাঃ (ক-চ ট-তপ খ ছ ঠ থ ফ ৱৰ্ণাঃ) শ ষ সা শ্চ (শ-ষ-স ৱৰ্ণাঃ) অঘোষ সংজ্ঞাঃ স্যুঃ।

সৰলাৰ্থ—প্ৰথম বৰ্ণ ক চ ট ত প আৰু দ্বিতীয় বৰ্ণ খ ছ ঠ থ ফ আৰু শ ষ স বৰ্ণৰ অঘোষ সংজ্ঞা হ'ব।

২২। যেঽন্যোঽঘোষাদ্‌গাদ্যা স্তে ঘোষা ঘোষৱন্তোঽপি ।

ব্যাখ্যা—অঘোষাদ্ (ঘোষভিন্নাৎ) যে-অন্যে গাদ্যাঃ (গকাৰাদ্যাঃ ৱৰ্ণাঃ) তে (ৱৰ্ণাঃ) ঘোষাঃ (ঘোষ সংজ্ঞকাঃ স্যুঃ) অপি ঘোষৱন্ত সং-জ্ঞকাঃ স্যুঃ।

সৰলাৰ্থ—অঘোষ সংজ্ঞা ভিন্ন গ বৰ্ণকে আদি কৰি যিবোৰ বৰ্ণ সেই বৰ্ণবোৰৰ ঘোষ সংজ্ঞা আৰু ঘোষৱন্ত সংজ্ঞা হ'ব।

২৩। জ্ঞেয়া য ৰ ল ৱোঽন্তস্থাঃ ।

ব্যাখ্যা—য-ৰ-ল-ৱাঃ (ৱৰ্ণাঃ) অন্তস্থাঃ (অন্তস্থা সংজ্ঞাঃ) জ্ঞেয়াঃ (ৱো-দ্ধব্যাঃ)।

সৰলাৰ্থ—য ৰ ল ৱ বৰ্ণৰ অন্তস্থ সংজ্ঞা হ'ব বুলি জনা হ'ব।

২৪। পঞ্চমা - অনুনাসিকাঃ ।

ব্যাখ্যা—পঞ্চমাঃ (ঙ ঞ ণ ন মাঃ ৱৰ্ণাঃ) অনুনাসিকাঃ (অনুনাসিক ৱৰ্ণাঃ) বোদ্ধব্যাঃ ।

সৰলাৰ্থ—পঞ্চম বৰ্ণ ক্ৰমে ঙ ঞ ণ ন ম বৰ্ণ কেইটাক অনুনাসিক বৰ্ণ বুলি জনা হ'ব।

২৫। অন্তস্থ পঞ্চমান্ হিত্বা-কাদি-ৱৰ্ণা ধুটঃ স্মৃতাঃ ।

ব্যাখ্যা—অন্তস্থ পঞ্চমান্ (য-ৰ-ল-ৱ-ঙ-ঞ-ণ-ন-ম ৱৰ্ণাঃ) হিত্বা ৱৰ্জ্জয়িত্বা) কাদিৱৰ্ণাঃ (ক কাৰাদ্যৱশিষ্ট ৱৰ্ণাঃ) ধুটঃ (ধুট্-সংজ্ঞকাঃ) স্মৃতাঃ (উক্তাঃ)।

সৰলাৰ্থ—অন্তস্থ আৰু পঞ্চম বৰ্ণ যথাক্ৰমে য ৰ ল ৱ ঙ ঞ ণ ন ম বৰ্ণৰ বাহিৰে ক বৰ্ণকে আদি কৰি অৱশিষ্ট বৰ্ণবোৰৰ ধুট্ সংজ্ঞা হ'ব।

২৬। শিট্-সংজ্ঞকাঃ শ ষ স হাঃ ।২৭। অত-ত্ৰয়োষ্মসংজ্ঞকাঃ ।

ব্যাখ্যা—শ-ষ-স-হাঃ ৱৰ্ণাঃ শিট্ সংজ্ঞকাঃ স্যুঃ, অতএৱ (শ-ষ-স-হাঃ) উষ্ম সংজ্ঞকাঃ স্যুঃ ।

সৰলাৰ্থ—শ-ষ-স আৰু হ বৰ্ণৰ শিট্ সংজ্ঞা আৰু উষ্ম সংজ্ঞা হ'ব।

২৮। একোৱিন্দুৰনুস্বাৰ স্তিলৱৎবাৰ্দ্ধচন্দ্ৰৱৎ ।

ব্যাখ্যা—এক ৱিন্দু স্তিলৱদনুস্বাৰঃ (অনুস্বাৰ সংজ্ঞঃ স্যাৎ) ৱা (ৱিকল্পেন) অৰ্দ্ধ চন্দ্ৰৱৎ স্যাৎ।

সৰলাৰ্থ—তিল ফলৰ দৰে এটা বিন্দুৰ অনুস্বাৰ সংজ্ঞা হ'ব। বিকল্পে অৰ্দ্ধচন্দ্ৰাকৃতিৰ দৰেও হ'ব। যেনে ঁ।

২৯। উৰ্দ্ধাধঃস্থং-ৱিন্দু-যুগং-ৱিসৰ্গ-ইতি-গীয়তে ।

ব্যাখ্যা—উৰ্দ্ধাধঃস্থং (উৰ্দ্ধোধঃভাৱেন স্থিতং) ৱিন্দু যুগং (ৱিন্দু যুগলং) ৱিসৰ্গঃ (সংজ্ঞঃ) শিষ্টৈঃ-গীয়তে (পণ্ডিতৈঃকথ্যতে), ইতি (শব্দাৎ) বিসৰ্জনীয় বিসৃষ্টশ্চ সংজ্ঞা কথ্যতে।

সৰলাৰ্থ—উৰ্দ্ধ অধঃভাৱে থকা দুটা বিন্দুৰ বিসৰ্গ সংজ্ঞা হ'ব, ইয়াক বিসৰ্জ্জনীয় আৰু বিসৃষ্ট সংজ্ঞাও বুলিব। যেনে -ঃ।

৩০। অনুস্বাৰো ৱিসৰ্গশ্চ স্বৰৌ জ্ঞেয়ৌ হলাৱপি ।

ব্যাখ্যা—অনুস্বাৰ ৱিসৰ্গশ্চ (অনুস্বাৰ ৱিসৰ্গয়োঃ ৱৰ্ণয়োঃ) স্বৰৌ (স্বৰ-সংজ্ঞকৌ) হলাৱপি (হল্ সংজ্ঞকৌ অপি) জ্ঞেয়ৌ (বোদ্ধব্যৌ)।

সৰলাৰ্থ—অনুস্বাৰ আৰু বিসৰ্গ বৰ্ণৰ স্বৰ সংজ্ঞা আৰু হল্ অৰ্থাৎ ব্যঞ্জন সংজ্ঞা হ'ব।

৩১। প্ৰত্যয়থ্য স্বৰাদন্যোঽৰ্ণঃ স্যাৎ ।

ব্যাখ্যা—প্ৰত্যয়থ্যস্বৰাৎ (প্ৰত্যয় থ কাৰ—প্ৰত্যয় য কাৰ-প্ৰত্যয়স্বৰাৎ) অন্যঃ (ভিন্ন ৱৰ্ণাঃ) অৰ্নঃ (অৰ্নসংজ্ঞঃস্যাৎ)।

সৰলাৰ্থ—প্ৰত্যয়ৰ থ কাৰ, প্ৰত্যয়ৰ য কাৰ আৰু প্ৰত্যয়ৰ স্বৰৰ বাহিৰে আন বৰ্ণৰ অৰ্ণ সংজ্ঞা হ'ব। অৰ্থাৎ প্ৰকৃতি পদৰ থ-য-আৰু স্বৰৰ সৈতে ব্যঞ্জন বৰ্ণবো অৰ্ণ সংজ্ঞা হ'ব।

৩২। প্ৰত্যয়-য-স্তু-যৎ ।

ব্যাখ্যা—প্ৰত্যয় যঃ (প্ৰত্যয় যকাৰঃ) তু (কিন্তু) যৎসংজ্ঞঃস্যাৎ।

সৰলাৰ্থ—প্ৰত্যয়ৰ যকাৰৰ যৎ সংজ্ঞা হ'ব। প্ৰত্যয়ৰ য কাৰ বৰ্জ্জনৰ দ্বাৰা প্ৰকৃতিৰ য কাৰ গ্ৰহণ কৰা হ'ব।

৩২। সস্থৱিঙ্গ-সতিঙ-ধাত্বো ৰৰ্থানু-ভাৱকঃ পদম্ ।

ব্যাখ্যা—সসুব্লিঙ্গ (সুপ্‌সহিত লিঙ্গঃ) সতিঙ্ধাত্বোঃ (তিঙ্সহধাতোঃ) অৰ্থানুভাৱকঃ (অৰ্থানুবোধকঃ) পদম্ (পদ সংজ্ঞং স্যাৎ)।

সৰলাৰ্থ—সুপ্ বিভক্তিৰ সৈতে লিঙ্গ আৰু তিঙ্ বিভক্তিৰ সৈতে ধাতু লগ হৈ কোনো অৰ্থযুক্ত হ'লে তাক পদ সংজ্ঞা বুলি কোৱা হ'ব।

৩৩। ইগ্ যুগ্মানাং গুণা এ ও অৰল স্যুৰনুক্ৰমাৎ ।

ব্যাখ্যা—ইগ্‌যুগ্মানাং (ইক্‌সসংজ্ঞক যুগ্মস্বৰানাং) অনুক্ৰমাৎ (যথা-ক্ৰমেনানুসাৰেণ) গুণাঃ (এ-ও-অৰ্-অল্ঃ) স্যুঃ (ভৱেয়ুঃ)।

সৰলাৰ্থ—ইক্ সংজ্ঞাযুক্ত যুগ্ম স্বৰ বৰ্ণৰ ঠাইত অৰ্থাৎ ই ঈ, উ-ঊ, ঋ-ৠ, ঌ-ৡ বৰ্ণৰ ঠাইত যথাক্ৰমে এ-ও-অৰ্-অল্ হ'ব। ইয়াকে স্বৰবৰ্ণৰ গুণ হোৱা বোলে।

৩৪। আ ঐ ঔ আৰ আলৈ ঔ স্বৰ-যুগ্মেষু বৃদ্ধয়ঃ ।

ব্যাখ্যা—স্বৰ যুগ্মেষু (যুগ্ম স্বৰ বৰ্ণেষু) ক্ৰমানুসাৰেণ আ-ঐ-ঔ-আৰ্-আল্-ঐ-ঔ বৃদ্ধয়ঃ (বৃদ্ধি সংজ্ঞকাঃ স্যুঃ (ভৱেয়ুঃ)।

সৰলাৰ্থ—যুগ্ম স্বৰ বৰ্ণৰ যথাক্ৰমে অ-আ বৰ্ণৰ ঠাইত আ, ই-ঈ বৰ্ণৰ ঠাইত ঐ, উ-ঊ বৰ্ণৰ ঠাইত ঔ, ঋ-ৠ বৰ্ণৰ ঠাইত -আৰ্, আৰু ঌ-ৡ বৰ্ণৰ ঠাইত আল্ এ-ঐ বৰ্ণৰ ঠাইত ঐ আৰু ও-ঔ বৰ্ণৰ ঠাইত ঔ কাৰ হোৱাকে স্বৰ বৰ্ণৰ বৃদ্ধি হোৱা বোলে।

৩৫। স্বৰ যুগ্ যৱৰ-স্থানমিদুদৃৎ সম্প্ৰ-সাৰণম্ ।

ব্যাখ্যা—স্বৰ যুগ্ (স্বৰ যুক্তানাং) যৱৰ স্থানং (যৱৰাণাংস্থানে) ইদুদৃৎ (ইকাৰ-উকাৰ ঋ কাৰাঃ) সম্প্ৰসাৰণং স্যাৎ।

সৰ—স্বৰ যুক্ত য-ৱ আৰু ৰ বৰ্ণৰ ঠাইত ক্ৰমে ই-উ-ঋ হোৱাকে সম্প্ৰসাৰণ হোৱা বুলিব।

৩৬। প্ৰাক্স্বৰোচ্চাৰণীয়োঽপি সস্বৰো হল্ পৰ স্বৰৈঃ ।

ব্যাখ্যা—প্ৰাক্ স্বৰোচ্চাৰনীয়োঽপি (পূৰ্ব্ব স্বৰৈৰোচ্চাৰনীয়োঽপি) হল্ (ব্যঞ্জনং) পৰস্বৰৈ, পৰৱৰ্ত্তী স্বৰেণ সহ) স স্বৰঃ (স্বৰযুক্তো ভৱতীতি)।

সৰলাৰ্থ—নিজেই উচ্চাৰিত নোহোৱা ব্যঞ্জন বৰ্ণবোৰ পিছত থকা স্বৰবৰ্ণৰ সৈতে মিলিত হ'ব।

৩৭। ব্যঞ্জনং - পৰগামি স্যাৎ ।

ব্যাখ্যা—ব্যঞ্জনং (ব্যঞ্জন ৱৰ্ণং) পৰতামি (পৰৱৰ্ণযোগি ধ্যাৎ)।

সৰলাৰ্থ—ব্যঞ্জনবৰ্ণবোৰ পিছৰ বৰ্ণৰ সৈতে মিলিত হ'ব।

৩৮। যথাক্ৰমং - স্বৰহলো ভেদনীয়াঃ প্ৰয়োজনাৎ ।

ব্যাখ্যা—যথাক্ৰমং (যথাক্ৰমাণুসাৰেণ) স্বৰ হলঃ (স্বৰ ব্যঞ্জনাঃ) প্ৰয়োজনাৎ (প্ৰয়োজন ৱশাৎ) ভেদনীয়াঃ (ভৱন্তিৰ্বিভাজনীয়াঃ)।

সৰলাৰ্থ—আৱশ্যক অনুসৰি সুধীসকলে স্বৰ আৰু ব্যঞ্জন বৰ্ণ সমূহৰ যত্নাক্ৰমে শ্ৰেণীভাগ কৰিব।

শাস্ত্ৰৈক দেশ সম্বন্ধং শাস্ত্ৰ কাৰ্য্যান্তৰ স্থিতম।
আহুঃ প্ৰকৰণং নাম শাস্ত্ৰভেদ বিপশ্চিতঃ ইতি।

॥ ৱৰ্ণ সংজ্ঞা প্ৰকৰণং সমাপ্তম্ ॥

## সন্ধি বিন্যাসঃ।

৩৯। দীৰ্ঘং সৱৰ্ন: ।

ব্যাখ্যা—সৱৰ্ণঃ (উচ্চাৰণ সাম্যেনোচ্চাৰিতৌ ৱৰ্ণঃ) দীৰ্ঘং (দ্বয়ং মিলিত্বা দীৰ্ঘত্বমেকমাপা দ্যতে)।

সৰলাৰ্থ—সমানভাৱে উচ্চাৰিত হোৱা অৰ্থাৎ সৱৰ্ণ বৰ্ণ দুটা লগ হৈ দীৰ্ঘ হ'ব। উদাহৰণ—দণ্ডাগ্ৰম্।

৪০। প্ৰাগ্লোপ: শকন্ধাদেৰ্ব্যৱস্থয়া ।

ব্যাখ্যা—শকন্ধাদেৰ্ব্যৱস্থয়া (শকন্ধাদি সিদ্ধিৰ্হেতুভূতয়া) প্ৰাগ্লোপঃ (পূৰ্ব্ব পদান্ত স্বৰস্য লোপো ভৱতি)।

সৰলাৰ্থ—শকন্ধু আদি পদ সিদ্ধিৰ কাৰণে পূৰ্ব্বপদান্ত স্বৰবৰ্ণৰ লোপ হ'ব। উদা—শকন্ধুঃ।

৪১। (ক) তত্ৰ ঋতৌ হেমন্ত ৱসন্তৌ শকন্ধাদী ।

ব্যাখ্যা—অত্ৰ (অস্মিন্) ঋতৌ (ৱাচ্যে সতি) হেমন্ত ৱসন্তৌ (শকন্ধাদীৱ সিদ্ধৌ স্যাতাম্), অন্যত্ৰ (অন্যস্মিন্‌বাচ্যে) হেমান্ত বসান্তৌ ভৱতঃ।

সৰলাৰ্থ—ঋতু (সময়) বুজালে হেমন্ত-ৱসন্ত পদ শকন্ধাদিপদৰ দৰে সিদ্ধ হ'ব। আনক বুজালে হেমান্ত বসান্ত পদ হ'ব। উদাহৰণ—হেমন্তঃ।

৪১। (খ) সীমন্তঃ কেশ কৌশলে স্ত্ৰীণাম্ ।

ব্যাখ্যা—কেশ কৌশলে স্ত্ৰীণাম্ (ৱালানাং কেশসংস্কাৰেৱাচ্যে) সীমন্তঃ (সীমন্ত শব্দঃ শকন্ধাদীৱ সিদ্ধঃ স্যাৎ) অন্যত্ৰ (কেশ কৌশল ভিন্নে ৱাচ্যে) সীমান্তঃ শব্দঃ সিদ্ধঃ স্যাৎ।

সৰলাৰ্থ—তিৰোতাসকলৰ সেঁতা ফলা বুজালে শকন্ধাদিৰ দৰে সীমন্ত পদ সিদ্ধ হ'ব। অন্য অৰ্থ বুজালে সীমান্ত পদ হ'ব। উদাহৰণ—সীমন্তঃ।

৪১। (গ) সমাৰ্দ্ধ পুৰুষা অশনান্তা ৱা ।

ব্যাখ্যা—পুৰুষা অশনান্তা (পুৰুষস্য ভোজন কালান্তাৱাচ্যে-সতি) ৱা (ৱিকল্পেন) শমশনম্-অৰ্দ্ধশনম্-পুৰুশনম্ সিদ্ধাঃ ভৱন্তি।

সৰলাৰ্থ—পুৰুষৰ ভোজন পৰ্য্যন্ত কাল বুজালে সমশন-অৰ্দ্ধশন আৰু পুৰুষশন পদ সিদ্ধ হ'ব। উদাহৰণ—সমশনম্।

৪১। (ঘ) অনিযোগে এৱ শব্দাৎ প্ৰাগ্লোপঃ।

ব্যাখ্যা—এৱ শব্দাৎ (এৱ শব্দে পৰে) অনিযোগে (শাব্দক্ৰিয়ান্বয়াভাৱে অৰ্থে সতি) প্ৰাগ্লোপঃ (পূৰ্ব্ব স্বৰলোপঃ স্যাৎ)।

সৰলাৰ্থ—অনিয়োগ বুজালে অৰ্থাৎ শব্দ আৰু ক্ৰিয়াৰ অন্বয়ৰ অভাৱ বুজালে আৰু এৱ শব্দ পিছত থাকিলে পূৰ্ব্ব পদৰ স্বৰৰ লোপ হ'ব। উদাহৰণ—অদ্যেৱ।

৪২। ওম্যাঙ্‌যুক্ত্যেচিচাৱৰ্ণলুক্।

ব্যাখ্যা—ওমি (পৰে) আঙ্‌যুক্ত্যেচি চ পৰে, অৱৰ্ণঃলুক্‌স্যাৎ (পূৰ্ব্ব পদস্য অৱৰ্ণ লোপো ভৱতি)।

সৰলাৰ্থ—ওকাৰ পিছত থাকিলে, আ যুক্ত হ'লে আৰু অচ্‌বৰ্ণ পিছত হ'লে পূৰ্ব্বপদৰ অবৰ্ণ লোপ হ'ব। উদাহৰণ—সোজি'ত্তা।

৪৩। গুনাশ্চা ৱৰ্ণাৎ।

ব্যাখ্যা—অৱৰ্ণাৎ পৰেষাং (ইকাংস্থানে) এ-ও-অৰ্-অলঃ গুণা স্যুঃ।

সৰলাৰ্থ—অবৰ্ণৰ পিছত থকা ইক্ সংজ্ঞক বৰ্ণৰ ঠাইত ক্ৰমে এ-ও-অৰ্-অল্ হ'ব। ই-ঈ বৰ্ণৰ ঠাইত একাৰ, উ-ঊ বৰ্ণৰ ঠাইত ওকাৰ, ঋ-ৠ বৰ্ণৰ ঠাইত অৰ্ আৰু ঌ-ৡ বৰ্ণৰ ঠাইত অল্ হোৱাকে স্বৰ বৰ্ণৰে গুণ হোৱা বোলে।

৪৪। বৃদ্ধিঃ স্যাদ্ ঌ তকস্য তৱাস্মমাৎ।

ব্যাখ্যা—তৱাস্মমাৎ (তৱ মম শব্দাৎ পৰস্য) ঌ তকস্য (ঌ কাৰস্য স্থানে) বৃদ্ধিঃ স্যাৎ।

সৰলাৰ্থ—তৱ আৰু মম শব্দৰ পিছত থকা ঌ বৰ্ণৰ গুণ নহয় বৃদ্ধিহে হ'ব। উদাহৰণ—তবাল্‌তকঃ।

৪৫। বৃদ্ধিশ্চৈ চাম্।

ব্যাখ্যা—অৱৰ্ণাৎ পৰেষাং এচাম্ (এচ্ সংজ্ঞক ৱৰ্ণানাংস্থানে বৃদ্ধিঃ চ স্যাৎ (বৃদ্ধেঃ প্ৰাগ্লোপঃ স্যাৎ)।

সৰলাৰ্থ—অবৰ্ণৰ পিছত থকা এচ্ বৰ্ণৰ ঠাইত বৃদ্ধি হ'ব। অৰ্থাৎ এ-ঐ বৰ্ণৰ ঠাইত ঐ, ও-ঔ বৰ্ণৰ ঠাইত ঔ কাৰ, হ'ব। উদাহৰণ—তবৈষা।

৪৬। ঋকাৰস্য ধাতোঃ প্ৰাদেৰৱৰ্ণতঃ।

ব্যাখ্যা—প্ৰাদেৰৱৰ্ণতঃ (প্ৰাদ্যুপ সৰ্গানাং—অবৰ্ণাৎপৰস্য) ঋকাৰস্য ধাতোঃ (ধাতোঃ ঋকাৰস্য স্থানে) বৃদ্ধিঃ প্ৰাগ্লোপশ্চ স্যাৎ।

সৰলাৰ্থ—প্ৰ আদি উপসৰ্গৰ অকাৰৰ পিছত থকা ঋকাৰান্ত ধাতুৰ ঋকাৰৰ ঠাইত বৃদ্ধি হ'ব আৰু পূৰ্ব্ব পদৰ অবৰ্ণৰ লোপ হ'ব। উদাহৰণ—প্ৰাৰ্চ্ছতি।

৪৭। ৱা লিঙ্গঁ ধাতোঃ।

ব্যাখ্যা—লিঙ্গ ধাতোঃ (লিঙ্গ ধাতোঃ ঋকাৰস স্থানে) ৱা (ৱিকল্পেন) বৃদ্ধিঃ স্যাৎ (বৃদ্ধেঃ প্ৰাগ্লোপঃ স্যাৎ)।

সৰলাৰ্থ—লিঙ্গ ধাতুৰ ঋকাৰৰ বিকল্পে বৃদ্ধি হ'ব আৰু বৃদ্ধি হ'লে পূৰ্ব্বপদৰ অবৰ্ণৰব লোপ হ'ব। উদাহৰণ—প্ৰাৰ্ষভীয়তি।

৪৮। সমাসে তৃতীয়য়া ঋতস্যতু।

ব্যাখ্যা—সমাসে তৃতীয়য়া (তৃতীয়য়া সমাসে সতি) ঋতস্য ঋত শব্দস্য ঋকাৰস্য স্থানে) তু (নিত্যং) বৃদ্ধিঃ স্যাৎ। (বৃদ্ধেঃ প্ৰাগোগ্লোপঃ স্যাৎ)।

সৰলাৰ্থ—তৃতীয়া সমাস হলে ঋত শব্দৰ ঋকাৰৰ ঠাইত বৃদ্ধি হ'ব আৰু পূৰ্ব্ব পদৰ অবৰ্ণৰ লোপ হ'ব। উদাহৰণ—দুঃখাৰ্ত্তঃ।

৪৯। ঋণস্য প্ৰগৱাদিভ্যঃ।

ব্যাখ্যা—প্ৰগৱাদিভ্যঃ (প্ৰগৱাদি শব্দেভ্যঃ পৰস্য) ঋণস্য (ঋকাৰস্য স্থানে আৰ্ ভৱতি)।

সৰলাৰ্থ—প্ৰগৱাদি শব্দৰ যেনে:—প্ৰ, গৱ, নৱ, দশ, কম্বল, বৎসৰ আদি শব্দবোৰৰ পিছত থকা ঋণ শব্দৰ ঋকাৰৰ ঠাইত আৰ্ হ'ব। উদাহৰণ—প্ৰাৰ্ণম্।

৫০। মুখ্যত্বে ত্বধমোত্তমাৎ।

ব্যাখ্যা—মুখ ত্বে (অৰ্থে) তু (নিত্যং) অধমোত্তমাৎ (অধমউত্তমঃ শব্দাৎ পৰস্য (ঋণস্য (ঋকাৰস্য) আৰ্ ভৱতি।

সৰলাৰ্থ—মুখ্য অৰ্থ বুজালে অধম আৰু উত্তম শব্দৰ পিছত থকা ঋণ শব্দৰ ঋকাৰৰ ঠাইত আৰ্ হ'ব। উদাহৰণ—উত্তমাৰ্ণম্। (ঋণদাতা-উত্তমাৰ্ণ আৰু ঋণগ্ৰহীতা অধমাৰ্ণ হয়।)

৫১। ঈৰেৰিণোঃ স্বাদূঢ়োঢ়্যোঃ প্ৰাদূহিন্যাস্তথাঽক্ষতঃ।

ব্যাখ্যা—স্বাৎ (স্ব শব্দাৎ পৰয়োঃ) ঈৰেৰিণোঃ (ঈৰ ঈৰিণোঃ শব্দয়োঃ প্ৰাৎ (প্ৰশব্দাৎ পৰয়োঃ) উঢ়োঢ়্যোঃ (উঢ়ঃউঢ়ীঃ শব্দয়োঃ), তথা অক্ষতঃ (অক্ষ শব্দাৎ পৰস্য) উহিন্যাঃ (উহিণ্যাদিশব্দানাং) ঈকাৰো কাৰয়োঃ স্থানে বৃদ্ধিঃ প্ৰাগ্লোপশ্চস্যাৎ।

সৰলাৰ্থ—স্ব শব্দৰ পিছত থকা ঈৰ্ আৰু ঈৰিণ শব্দৰ ঈকাৰৰ, প্ৰশব্দৰ পিছত থকা উঢ় আৰু উঢ়ি শব্দৰ উকাৰৰ আৰু অক্ষ শব্দৰ পিছত থকা উহিনি শব্দৰ উকাৰৰ ঠাইত বৃদ্ধি হ'ব আৰু বৃদ্ধি হ'লে পূৰ্ব্ব পদৰ অকাৰৰ লোপ হ'ব। উদাহৰণ—স্বৈৰম্

৫২। অকাম্‌ঋকাৰে হ্ৰস্বঃ স্যাৎ পন্ধ্যভাৱশ্চ পাক্ষিকঃ

ব্যাখ্যা—ঋকাৰে (পৰেসতি) অকাং (অক্‌সংজ্ঞকবৰ্ণানাংস্থানে হ্ৰস্বঃ স্যাৎ, পাক্ষিকঃ (বিকল্পেণ) সন্ধ্যভাৱঃ স্যাৎ, চ কাৰাৎ (সন্ধিশ্চ্য স্যাৎ)।

সৰলাৰ্থ—ঋকাৰ পিছত থাকিলে অক্ সংজ্ঞক বৰ্ণৰ হ্ৰস্ব হ'ব আৰু বিকল্পে সন্ধিৰ অভাৱ হ'ব। কেতিয়াবা সন্ধিও হ'ব। উদাহৰণ—খট্ব্‌ঋদ্ধিঃ।

৫২। (ক) প্ৰাদ্যকাং নিত্য সমাসে চ ন।

ব্যাখ্যা—প্ৰাদ্যকাং (প্ৰাদি-উপসৰ্গ সম্বন্ধিনাং অক্‌বৰ্ণানাং) নিত্য সমাসে সতি, হ্ৰস্বঃ ন স্যাৎ চ (পাক্ষিকেন) সন্ধ্যভাশ্চ ন স্যাৎ।

সৰলাৰ্থ—প্ৰ আদি কৰি উপসৰ্গবোৰৰ অক্ বৰ্ণৰ হ্ৰস্ব নহয় আৰু বিকল্পে সন্ধিৰ অভাৱো নহয়। উদাহৰণ—প্ৰাৰ্চ্ছতি।

৫২। (খ) ঌ কাৰেঽপীত্যেকে।

ব্যাখ্যা—ঌ কাৰেঽপি (অকাংপৰস্য ঌ কাৰেঽপি পৰেসতি) হ্ৰস্বঃ সন্ধ্যভাৱশ্চ স্যাতাম্-ইত্যেকে ৱদন্তীতি।

সৰলাৰ্থ—অক্‌সংজ্ঞক বৰ্ণৰ পিছত ৯ কাৰ থাকিলেও হ্ৰস্ব আৰু বিকল্পে সন্ধিৰ অভাৱ হ'ব বুলি কিছুমান পণ্ডিতে কয়। উদাহৰণ—কন্যা ৯ কাৰঃ।

৫৩। ধাতূনামেদোতোৰনিণেধোঃ প্ৰাদ্যৱৰ্ণস্যলোপঃ কাৰ্য্যঃ

ব্যাখ্যা—অনিণেধোঃ (ইণ এধভিন্নয়োঃ) ধাতূনাং (ইণ এধভিন্নানাং এদোতোঃ (একাৰ ওকাৰয়োঃ পৰয়োঃ সতোঃ) প্ৰাদ্যৱৰ্ণস্য (প্ৰাদিনাং অক্‌ ৱৰ্ণস্য) লোপঃ (ভৱত্তিঃকাৰ্য্যঃ)।

সৰলাৰ্থ—ইণ আৰু এধ ধাতুৰ বাহিৰে একাৰান্ত আৰু ওকাৰান্ত ধাতুৰ একাৰ, ওকাৰ পিছত থাকিলে প্ৰাদি উপসৰ্গবোৰৰ অক্‌ বৰ্ণৰ লোপ হ'ব। উদাহৰণ—প্ৰেলয়তি।

৫৪। লৈঙ্গিক ধাত্বেদোতোৰ্বিকল্পেন।

ব্যাখ্যা—লৈঙ্গিক ধাত্বেদোতোঃ (লিঙ্গ সংজ্ঞক ধাতূনাং একাৰ-ওকাৰ পৰয়োঃ সতোঃ) প্ৰাদ্যৱৰ্ণস. (প্ৰাদীনামৱৰ্ণস্য ৱিকল্পেন (পাক্ষিকেন) লোপঃকাৰ্য্যঃ।

সৰলাৰ্থ—লিঙ্গ ধাতুৰ একাৰ আৰু ওকাৰ পিছত থাকিলে পূৰ্ব্বপদৰ প্ৰাদি শব্দৰ অক্‌ বৰ্ণৰ বিকল্পে লোপ হ'ব। উদাহৰণ—উপেকীয়তি।

৫৫। প্ৰশব্দস্যান্তলোপো ৱা এষৈষ্যয়োঃ পৰস্থয়োঃ।

ব্যাখ্যা—এষৈষ্যয়োঃ (এষ-এষ্যয়োঃ শব্দয়োঃ পৰয়োঃ সতোঃ) ৱা (ৱিকল্পেন) প্ৰশব্দস্য অন্তঃ লোপঃ স্যাৎ।

সৰলাৰ্থ—এষ আৰু এষ্য শব্দ পিছত থাকিলে আগত থকা প্ৰ শব্দৰ বিকল্পে অ বৰ্ণৰ লোপ হ'ব। উদাহৰণ—প্ৰেষঃ।

৫৬। সমাস মধ্যাৱৰ্ণস ওষ্ঠোত্বোৰ্ল্লোপনং নৱা।

ব্যাখ্যা—ওষ্ঠোত্বোঃ (ওষ্ঠ ওতু শব্দয়োঃ পৰয়োঃ সতোঃ) সমাস মধ্য (সমাসে সতি) অৱৰ্ণস্য ন ৱা (ৱিকল্পেন) লোপনং স্যাৎ (লোপো ভৱতি)।

সৰলাৰ্থ—ওষ্ঠ আৰু ওতু শব্দ পিছত থাকিলে সমাসৰ মাজত বিকল্পে অবৰ্ণৰ লোপ হ'ব। উদাহৰণ—দন্তোষ্ঠম্‌।

৫৭। ইৱৰ্ণো য মুৱৰ্ণো ৱ মৃ ৯ ৱণৌ ৰলৌ স্বৰে ।

ব্যাখ্যা—স্বৰে (অসৱৰ্ণ স্বৰে পৰে সতি) ইৱৰ্ণো য মুৱৰ্ণেৱম্ । (ইকাৰস্য স্থানে য কাৰং—উৱৰ্ণস্য স্থানে ৱকাৰং) ঋ ৯ ৱৰ্ণৌ (ৰৌ-ৰলৌ) স্যাতাম্ ।

সৰলাৰ্থ—অসবৰ্ণ স্বৰ পিছত থাকিলে পূৰ্ব্ব পদৰ ইকাৰৰ ঠাইত য, উকাৰৰ ঠাইত ব আৰু ঋ আৰু ৯ বৰ্ণৰ ঠাইত ক্ৰমে ৰ আৰু ল হ'ব । উদাহৰণ—দধ্যত্ৰ ।

৫৮। ইকাং পদান্ত সংস্থানাং হ্ৰস্বঃ সন্ধিৰ্বিসন্ধি চ ।

ব্যাখ্যা—অসৱৰ্ণ স্বৰে পৰে সতি, পদান্ত সংস্থানাং (পদান্তস্থিতানাং) ইকাং (ইক্ সংজ্ঞক ৱৰ্ণানাং) হ্ৰস্বঃ স্যাৎ । সন্ধি ৱিসন্ধি চ (সন্ধিঃ স্যাৎ ৱিসন্ধিশ্চ স্যাৎ) ।

সৰলাৰ্থ—অসবৰ্ণ স্বৰ পিছত থাকিলে পদান্তত থকা ইক্ সংজ্ঞক বৰ্ণৰ হ্ৰস্ব, সন্ধি আৰু বিসন্ধি হ'ব । উদাহৰণ—নদী এষা ।

৫৯। অত্বংজাতীপ্ৰত্যযস্য সমাসেহণ্ডাদিকে পৰে ।

ব্যাখ্যা—সমাসে সতি অণ্ডাদিকে পৰে (অণ্ডাদিকে শব্দে চ পৰে সতি) জাতীপ্ৰত্যয়স্য (ঈ প্ৰত্যয়স্য স্থানে) অত্বং স্যাৎ ।

সৰলাৰ্থ—সমাস হলে আৰু অণ্ডাদি শব্দ পিছত থাকিলে জাতি বাচন ঈ প্ৰত্যয়ৰ ঠাইত অ হ'ব । উদাহৰণ—কুক্কুটাণ্ডম্ ।

৬০। ইগ্ভ্যো ৱা যবৰো ব্যাড়ি মতাঃ ।

ব্যাখ্যা—ইগ্ভ্যঃ (ইকাৰ-উকাৰ-ঋকাৰেভ্যঃ) স্থানে ব্যাড়ি মতাঃ (শাকল্যাদিভিঃ পণ্ডিতৈঃ অস্বৰ যৱৰাঃ উক্তাঃ কথিতাঃ) ৱা ৱিকল্পেন ।

সৰলাৰ্থ—ইকাৰ, উকাৰ আৰু ঋকাৰৰ ঠাইত যথাক্ৰমে স্বৰ শূন্য য, ব আৰু ৰ হ'ব। অৰ্থাৎ বিকল্পে হ'ব । উদা—সুৱৰ্ণম্ ।

৬১। ইৱৰ্ণো ৱৰ্ণয়োৰ্দ্ধাতোৰণ্কাৰস্য ৰেয়ুৱৌ ।

ব্যাখ্যা—অন্য স্বৰে পৰে সতি, অনুকাৰস্য ধাতোঃ ইৱৰ্ণোৱৰ্ণয়োঃ (ইৱৰ্ণ উৱৰ্ণয়োঃ স্থানে) ৱা (ৱিকল্পেন) ইয়ুৱৌ (ইয়্-উৱৌ) স্যাতাম্ ।

সৰলাৰ্থ—অ ভিন্ন স্বৰবৰ্ণ পিছত থাকিলে ধাতুৰ অনুকাৰ অৰ্থাৎ অনুবন্ধবৰ্ণ ইকাৰ আৰু উকাৰৰ ঠাইত বিকল্পে ইয়্ আৰু উৱ্ হ'ব। উদাহৰণ—ভুৱাদি।

৬২। একাৰৈকাৰয়োঃ স্যাতাময়ায়ৌ।

ব্যাখ্যা—স্বৰে পৰে সতি, একাৰৈকাৰয়োঃ (একাৰ-ঐকাৰয়োঃস্থানে) অয়ায়ৌ (অয়্-আয় তৌ) স্যাতাম্ (ভৱেতাম্)।

সৰলাৰ্থ—স্বৰবৰ্ণ পিছত থাকিলে পূৰ্ব্ব পদৰ শেষৰ একাৰ আৰু ঐকাৰৰ ঠাইত ক্ৰমে অয়্ আৰু আয়্ হ'ব। উদাহৰণ--নয়নম্।

৬৩। ও অৱ্ স্যাৎ।

ব্যাখ্যা—স্বৰে পৰে সতি, পূৰ্ব্ব পদান্ত ওকাৰস্য স্থানে অৱ্ স্যাৎ।

সৰলাৰ্থ—স্বৰবৰ্ণ পিছত থাকিলে পূৰ্ব্ব পদৰ শেষত থকা ওকাৰৰ ঠাইতে অৱ্ হ'ব। উদাহৰণ---লৱণম্।

৬৪। গোঃ সমাসানন্তে গৱ ৱিসন্ধি ৱা।

ব্যাখ্যা---সমাসানন্তে (সমাসান্ত ভিন্নে সতি) গোঃ (গো শব্দস্য স্থানে) গৱঃ স্যাৎ ৱা (ৱিকল্পেন) ৱিসন্ধিঃ স্যাৎ।

সৰলাৰ্থে—সমাসান্ত নহলে গো শব্দৰ ঠাইত গৱ হ'ব আৰু ৱিকল্পে সন্ধি নহ'ব। উদাহৰণ—গৱাজিনম্।

৬৫। অক্ষেন্দ্ৰয়োৰ্গৱো নিত্যম্।

ব্যাখ্যা—অক্ষেন্দ্ৰয়োঃ (অক্ষ-ইন্দ্ৰয়োঃ শব্দয়োঃ পৰয়োঃ সতোঃ) নিত্যং গোঃ (শব্দস্য স্থানে গৱঃ স্যাৎ)।

সৰলাৰ্থ—অক্ষ আৰু ইন্দ্ৰ শব্দ পিছত থাকিলে গো শব্দৰ ঠাইত নিত্যন্তে গৱ হ'ব। উদাহৰণ—গৱাক্ষঃ।

৬৬। ঔকাৰস্যাৱমাদিশেৎ।

ব্যাখ্যা—স্বৰে পৰে সতি, ঔকাৰস্যাৱমাদিশেৎ (ঔকাৰস্য স্থানে আৱঃ আদেশঃ স্যাৎ)।

সৰলাৰ্থ—স্বৰবৰ্ণ পিছত থাকিলে ঔকাৰৰ ঠাইত আৱ আদেশ হ'ব। উদাহৰণ—গাৱৌ।

৬৭। অয়াদীনাং ৱা পদান্তয়োৰ্ল্লোপঃ সন্ধ্যভাৱকৃৎ ।

ব্যাখ্যা—অয়াদীনাং (অয়-আয়-অব-আবাং সম্বন্ধীনাং) পদান্তয়োঃ (পদান্ত যকাৰ ৱকাৰয়োঃ) লোপঃ স্যাৎ, ৱা (বিকল্পেন) সন্ধ্যভাৱ কৃৎ (সন্ধেৰভাৱঃ স্যাৎ) ;

সৰলাৰ্থ—পদান্ত হোৱা অয়-আয়-অব-আব্ আদি শব্দৰ য আৰু ৱ বৰ্ণৰ লোপ হ'ব । বিকল্পে সন্ধিৰ অভাৱ হ'ব । উদাহৰণ—ত আহুঃ—তয়াহুঃ ।

৬৮। এদোদন্ত পদাদস্য লোপ :

ব্যাখ্যা—এদোদন্তপদাৎ (একাৰান্ত ওকাৰান্ত পদাৎ) অস্য (অৱৰ্ণস্য) লোপঃ কাৰ্য্যঃ ।

সৰলাৰ্থ—একাৰান্ত আৰু ওকাৰান্ত পদৰ পিছত থকা অবৰ্ণৰ লোপ হ'ব । উদাহৰণ—তেঽয়ী ।

৬৯। ইকাৰাকাৰয়োৰ্ল্লোপং ক্বচিৎ কং ছান্দসং ৱিদুঃ ।

ব্যাখ্যা—ক্বচিৎকং (কস্মিন্) ছান্দসি (ৱেদে পদ্যে চ) ইকাৰা-কাৰয়োঃ (ইকাৰ-আকাৰয়োঃ লোপং ৱিদুঃ (জ্ঞেয়াঃ) ।

সৰলাৰ্থ—কোনো কোনো ঠাইত ৱেদ আৰু পদ্য বিষয়ত ক্বচিৎ পদৰ ঠাইত কং হোৱাৰ দৰে ইকাৰ আৰু আকাৰৰ লোপ হ'ব ।

ইতি স্বৰ সন্ধি প্ৰকৰণম্ ।

## ॥ স্বৰ সন্ধি নিষেধ প্ৰকৰণম্ ॥

৭০। দ্বিৱচন মীদূদেৎ স্যাৎ সন্ধিৱিৰোধিস্বতঃ পৰত্ৰাপি ।

ব্যাখ্যা—স্বতঃ (স্বস্মিন্ বিষয়ে) পৰত্ৰাপি (পৰেঽস্মিন্নপিবিষয়ে) দ্বিৱচন-মীদূদেৎ (দ্বিবচন নিষ্পন্ন ইকাৰ-উকাৰএকাৰাদেঃ) সন্ধি ৱিৰোধিনঃ স্যুঃ (ভৱেয়ুঃ) ।

সৰলাৰ্থ—স্বপদ আৰু পৰপদ বিষয়ত দ্বিবচন বিভক্তিত নিষ্পন্ন হোৱা ইকাৰান্তউকাৰান্ত আৰু একাৰান্ত পদৰ সন্ধি নহ'ব । উদহাৰণ—অগ্নী এতৌ ।

৭১। ওদন্তা স্তু নিপাতা অ ই উ আশ্চকেৱলাঃস্বৰং।

ব্যাখ্যা—স্বৰং (স্বতঃ পৰৰূপি বিষয়ে) ওদন্তাঃ (ওকাৰান্তাঃ তু (শব্দাস্তু) নিপাতাঃ (নিপাত সিদ্ধাঃ) কেৱলাঃ অ-ই-উ-আশ্চ সন্ধি ৱিবোধিনঃ স্যুঃ।

সৰলাৰ্থ—স্বপদ আৰু পিছৰ পদ বিষয়ত নিপাতনত সিদ্ধ অৰ্থাৎ প্ৰয়োজন হেতুকে ব্যৱহৃত হোৱা ওকাৰান্ত পদ আৰু সম্বোধনাৰ্থত অকলে থকা অ-ই-উ-আ বৰ্ণসমূহৰ পিছত সন্ধি নহ'ব। উদাহৰণ---ওহো আগচ্ছ।

৭২। অদসো নিষ্পন্নং যদমীতি পদম্।

ব্যাখ্যা---অদসোনিষ্পনং (অদস্ শব্দান্নিষ্পন্নং) যদমীতিপদম্ (যৎ-অমী-ইতি পদং স্যাৎ) তৎ সন্ধি ৱিবোধিঃ স্যাৎ।

সৰলাৰ্থ---অদস্ শব্দৰ পৰা নিষ্পন্ন হোৱা অমী পদৰ সন্ধি নহ'ব। উদাহৰণ---অমী ঈহন্তে।

৭৩। হে।

ব্যাখ্যা---হে (হে শব্দ সন্ধি ৱিবোধিঃ স্যাৎ)।

সৰলাৰ্থ---হে শব্দৰে সৈতে সন্ধি নহ'ব। উদাহৰণ---হে অম্ব।

৭৪। প্লুতাশ্চৈবম্।

ব্যাখ্যা---প্লুতাঃ (গানাহ্বান ক্ৰন্দনেষু যে স্বৰাঃ উপ্লিতাঃ) চ এৱম সন্ধি ৱিবোধিনঃ স্যুঃ)।

সৰলাৰ্থ---প্লুত স্বৰ অৰ্থাৎ গান আহ্বান আৰু ক্ৰন্দন কৰা বিষয়ত উত্তৰ হোৱা স্বৰৰ লগত সন্ধি নহ'ব। উদাহৰণ---হে দেৱদত্ত এহি।

৭৫। ইহ হি মনীৱাদীনামমূকে ইত্যস্য চেষ্যতে সন্ধিঃ।

ব্যাখ্যা---ইহ (অত্ৰ সন্ধি নিষেধ প্ৰকৰণে) হি (ভিন্নক্ৰমে) মনীৱাদীনাং (শব্দানাং সিদ্ধয়ে) অমূকে ইত্যস্য চ শিষ্টৈঃ সন্ধি বিষ্যতে।

সৰলাৰ্থ---সন্ধি নিষেধ বিষয়ত মনীৱাদী পদসিদ্ধ কৰিবৰ বাবে শিষ্টসকলে দ্বিবচনান্ত অমূকে পদৰ সৈতেও সন্ধি কৰা দেখা যায়। উদাহৰণ---মনীৱ।

৭৬। সম্বুদ্ধি সিদ্ধযোদন্ত মিতৌ বা ।

ব্যাখ্যা—ইতৌ (ইতি শব্দে পৰে সতি) সম্বুদ্ধিসিদ্ধম্ (আমন্ত্ৰিতেঽৰ্থে নিষ্পন্নম্) ওদন্তম্ (শব্দম্) বা (বিকল্পেন) সন্ধি বিবোধিঃ স্যাৎ ।

সৰলাৰ্থ—ইতি শব্দ পিছত থাকিলে, সম্বুদ্ধি অৰ্থাৎ আমন্ত্ৰণ কৰা অৰ্থ বুজালে ওকাৰান্ত শব্দৰ বিকল্পে সন্ধি নহ'ব । উদাহৰণ—হে প্ৰভো ইতি ।

৭৭। ক্বচিৎ প্লুতাশ্চ সন্ধেয়াঃ ।

ব্যাখ্যা—ক্বচিৎ (প্ৰসিদ্ধ প্ৰয়োগে) প্লুতাশ্চ (প্লুতসংজ্ঞকাশ্চ সন্ধেয়াঃ (সন্ধেয়াৰ্হাঃ জ্ঞেয়াঃ) ।

সৰলাৰ্থ—কিছুমান প্ৰসিদ্ধ প্ৰয়োগৰ কাৰণে প্লুত সংজ্ঞাৰ সৈতে সন্ধি কৰিব পৰা যাব । উদাহৰণ—চিন্বিদম্ ।

ইতি সন্ধি নিষেধ প্ৰকৰণম্ ।।

## অথ ব্যঞ্জন সন্ধি প্ৰকৰণম্

৭৮। প্ৰথমানাং পদান্তানাং তৃতীয়াঃ স্বৰ ঘোষয়োঃ ।

ব্যাখ্যা—স্বৰ ঘোষয়োঃ (পৰয়োঃ সতোঃ) প্ৰথমানাং পদান্তানাং (পদান্ত স্থিত প্ৰথম বৰ্ণানাং স্থানে) তৃতীয়াঃ বৰ্ণাঃ স্যুঃ (ভৱেয়ুঃ) ।

সৰলাৰ্থ—স্বৰ আৰু ঘোষ সংজ্ঞক বৰ্ণ পিছত থাকিলে পূৰ্ব্ব পদৰ শেষত থকা প্ৰথম বৰ্ণৰ ঠাইত তৃতীয় বৰ্ণ হ'ব । উদাহৰণ—বাগিয়াম্ ।

৭৯। তৃতীয়ানাং পঞ্চমাঃ স্যুঃ পঞ্চমে ।

ব্যাখ্যা—পঞ্চমে (পঞ্চমবৰ্ণে পৰে সতি) তৃতীয়ানাং (পদান্ত তৃতীয় বৰ্ণানাং স্থানে) পঞ্চমাঃ (পঞ্চম বৰ্ণাঃ) স্যুঃ (ভৱেয়ুঃ) ।

সৰলাৰ্থ—পঞ্চম বৰ্ণ পিছত থাকিলে পূৰ্ব্ব পদৰ শেষত থকা তৃতীয় বৰ্ণৰ ঠাইত পঞ্চম বৰ্ণ হ'ব । উদাহৰণ—ৰাঙ্ময়ম্ ।

৮০। প্ৰথমানাং পঞ্চমা ৰা ।

ব্যাখ্যা---পঞ্চমে ৰৰ্ণে পৰে সতি, প্ৰথমানাং) পদান্ত প্ৰথমানাং ৰৰ্ণানাং স্থানে) ৰা (ৰিকল্পেন) পঞ্চমাঃ (পঞ্চম ৰৰ্ণাঃ) স্যুঃ ।

সৰলাৰ্থ---পঞ্চম বৰ্ণ পিছত থাকিলে পূৰ্ব্ব পদান্ত হোৱা প্ৰথম বৰ্ণৰ ঠাইত বিকল্পে পঞ্চম বৰ্ণ হ'ব । উদা---ৰাঙ্মুখানি ।

৮১। স্বৰ-পাঠ-শ্ৰুত-যৰৱে-ষন্তাৎ প্ৰথমাৎ পৰস্যোৰ্বা ছং প্ৰপ্নোতি-শকাৰঃ ।

ব্যাখ্যা---স্বৰপাঠ শ্ৰুত য ৰ ৱে ষু (পৰেষু সৎসু) অন্তাৎ (পদান্তাৎ) পৰস্থঃ শকাৰঃ (স্থানে) ৰা (ৰিকল্পেন) ছং (ছকাৰঃ) প্ৰাপ্নোতি (লভতে) ।

সৰলাৰ্থ---স্বৰ বৰ্ণৰপৰা উত্তৰ হোৱা পদান্ত য ৰ ৱ বৰ্ণৰ পিছত থকা তালব্য শকাৰৰ ঠাইত বিকল্পে ছকাৰ হ'ব । উদাহৰণ--ৰাক্‌ছুৰঃ---ৰাক্‌শূৰঃ ।

৮২। ক্বাপি ককাৰাল্লকাৰস্থ ।

ব্যাখ্যা---ক্বাপি (কুত্ৰাপি প্ৰসিদ্ধ প্ৰয়োগে সতি) ককাৰাৎ (কৱৰ্ণান্তাৎ) লকাৰস্থঃ (লকাৰ পৰস্থঃ শকাৰঃ) ছং প্ৰাপ্নোতি ।

সৰলাৰ্থ---কিছুমান প্ৰয়োগ সাধনৰ বাবে পণ্ডিতসকলে পদান্ত কবৰ্ণৰ পিছত পৰপদৰ লকাৰৰ পিছত থকা শ বৰ্ণৰ ঠাইত বিকল্পে ছ বৰ্ণ হ'ব । উদা---ৰাক্‌ছ্‌লক্ষঃ ।

৮৩। ৰাক্‌তৃষ্ণু-ভোৰন্তডগাৱপত্যে ৰলি-ৰাগয়োঃ ।

ব্যাখ্যা---অপত্যে (ৱাচ্যে সতি) ৰলি ৰাগয়োঃ (ৰলিৰাগশব্দয়োঃ পৰয়োঃ সতোঃ) ৰাক্‌তৃণ্টুভোঃ (শব্দয়োঃ) অন্তঃ (স্থানে) ড গৌ ৰৰ্ণৌ স্যাতাম্ ।

সৰলাৰ্থ---সন্তান অৰ্থ বুজালে, বলি আৰু বাগ শব্দ পিছত থকিলে ৰাক্ আৰু তৃণ্টুভ্ শব্দৰ শেষত ড আৰু গ বৰ্ণ হ'ব । উদা-হৰণ---বাড়্‌বলিঃ ।

৮৪। ঙ্ণাভ্যাং কুক্‌টুকৌ-স্যাতাংশ-ষসাদি-ৰিভাষয়া ।

ব্যাখ্যা---ঙনাভ্যাং (ঙ ৰৰ্ণ ন ৰৰ্ণাভ্যাং পৰৌ) শ ষ সাদি (স্থানে ৰিভাষয়া (ৰিকল্পেন) কুক্‌টুকৌ ৰৰ্ণৌ স্যাতাম্ ।

সৰলাৰ্থ---ঙ আৰু ন বৰ্ণৰ পিছত থকা শ-ষ-স বৰ্ণৰ আগত বিকল্পে কুক্ প্ৰত্যয়ৰ ক বৰ্ণ আৰু টুক্ প্ৰত্যয়ৰ ট বৰ্ণ হ'ব। উদাহৰণ---প্ৰাঙ্ক্ শেতে।

৮৫। তৃতীয় প্ৰথমাভ্যাং ৰা হস্তৰ্গচতুৰ্থতাম্।

ব্যাখ্যা---তৃতীয় প্ৰথমাভ্যাং (তৃতীয় প্ৰথম ৰৰ্ণাভ্যাং পৰৌ) হঃ (হকাৰ স্থানে) ৰা (ৰিকল্পেন) তৰ্গ চতুৰ্থতাং (তৰ্গচতুৰ্থ ৰৰ্ণং প্ৰাপ্নোতি)।

সৰলাৰ্থ---তৃতীয় আৰু প্ৰথম বৰ্ণৰ পিছত থকা হ বৰ্ণৰ ঠাইত সেই বৰ্গৰ অৰ্থাৎ হ বৰ্ণৰ আগত থকা তৃতীয় আৰু প্ৰথম বৰ্গৰ বিকল্পে চতুৰ্থ বৰ্ণ হ'ব। উদাহৰণ--ৰাক্ঘতঃ--ৰাগ্হতঃ।

৮৬। তদৌ লচটৰৰ্গেষুতান্।

ব্যাখ্যা---ল চ ট ৰৰ্গেষু (লকাৰঃ--চ ৰৰ্গ ট ৰৰ্গেষু পৰেষু -সৎসু তদৌ (তকাৰ দকৰ য়োঃ স্থানে) তান্ (ল চ ট ৰৰ্গান্ প্ৰাপ্নুৱন্তি)।

সৰলাৰ্থ---ল কাৰ, চ বৰ্গ আৰু ট বৰ্গ বৰ্ণ পিছত থাকিলে ত বৰ্ণ আৰু দ বৰ্ণৰ ঠাইত ল কাৰ, চ বৰ্গ আৰু ট বৰ্গ বৰ্ণ হ'ব। উদাহৰণ--তল্লাৰণ্যম্।

৮৭। চং শেছা প্ৰসঙ্গতঃ।

ব্যাখ্যা---শে (শকাৰেপৰে সতি) ছা প্ৰসঙ্গতঃ (ছকাৰ প্ৰসঙ্গাৎ) চং (তদৌ স্থানে) চকাৰং প্ৰাপ্নোতি।

সৰলাৰ্থ---তালব্য শ পিছত থাকিলে ছ বৰ্ণৰ প্ৰসঙ্গত ত বৰ্ণ আৰু দ বৰ্ণৰ ঠাইত চ বৰ্ণ হ'ব। উদাহৰণ---তচ্ শ্লাঘ্যাম্।

৮৮। হ্ৰস্বাৎ পৰস্থা ঙণনাঃ পদান্তা দ্বিৰ্ভৱন্ত্যচি।

ব্যাখ্যা---অচি (অচ্ সংজ্ঞক ৰৰ্ণে পৰে সতি) হ্ৰস্বাৎ পৰস্থাঃ (হ্ৰস্ব ৰৰ্ণাৎ পৰাঃ) পদান্তা ঙণনাঃ। (পদান্ত ঙণনাঃ ৰৰ্ণাঃ) দ্বিৰ্ভৱন্তি (দ্বিৰ্ভাৱঃ ভৱন্তি)।

সৰলাৰ্থ--অচ্ সংজ্ঞক বৰ্ণ পিছত থাকিলে হ্ৰস্ব বৰ্ণৰ পিছত থকা পদান্ত ঙ, ণ আৰু ন বৰ্ণৰ দ্বিৰ্ভাৱ হ'ব। উদাহৰণ--সুগন্নত্ৰ।

৮৯। সমাসে প্ৰায়শো ন দ্বিঃ।

ব্যাখ্যা---সমাসে সতি, প্ৰায়শঃ (কদাচিৎ বাহুল্যেন) নদ্বিঃ (পদান্ত ঙণনাঃ ৰৰ্ণাঃ দ্বিৰ্ভাৱঃ ন স্যাৎ)।

সৰলাৰ্থ—সমাস হ'লে কেতিয়াবা প্ৰায়েই পদান্ত ঙ, ন, আৰু ম বৰ্ণৰ দ্বিৰ্ভাৱ নহ'ব। উদাহৰণ—সুগণধিপঃ।

৯০। অসমাসেঽপি কুত্ৰচিৎ।

ব্যাখ্যা—কুত্ৰচিৎ (প্ৰসিদ্ধ প্ৰয়োগে) অসমাসেঽপি (সমাসাভাৱেঽপি) পদান্ত ঙণনাঃ ৱৰ্ণাঃদ্বিৰ্ভাৱঃ ন স্যাৎ।

সৰলাৰ্থ—কেতিয়াবা প্ৰসিদ্ধ প্ৰয়োগ সাধনৰ বাবে সমাস নহ'লেও পদান্ত ঙ-ণ-ন বৰ্ণৰ দ্বিৰ্ভাৱ নহ'ব। উদাহৰণ—অণপী।

৯১। নোঽন্ত শচছোৰ্বিন্দু পূৰ্ব্বং শংটঠোঃ ষং তথোস্তসম্।

ব্যাখ্যা—চছোঃ (পৰয়োঃ সতোঃ) নোঽন্তঃ (পদান্ত নকাৰস্য স্থানে) ৱিন্দুপূৰ্ব্বং শং (ৱিন্দু পূৰ্ব্বং শকাৰং প্ৰাপ্নোতি), টঠোঃ (পৰয়োঃ সতোঃ পদান্ত নঃ স্থানে) ষং (ৱিন্দু পূৰ্ব্বংষকাৰং প্ৰাপ্নোতি), তথোঃ (পৰয়োঃ সতোঃ পদান্ত ন শস্থানে) সং (ৱিন্দুপূৰ্ব্বং সকাৰং প্ৰাপ্নোতি)।

সৰলাৰ্থ—চ আৰু ছ বৰ্ণ পিছত থাকিলে পূৰ্ব্ব পদান্ত ন কাৰৰ ঠাইত অনুস্বাৰযুক্ত তালব্য শ হ'ব, মূৰ্দ্ধণ্য ট-ঠ- বৰ্ণ পিছত থাকিলে পূৰ্ব্ব পদান্ত ন কাৰৰ ঠাইত অনুস্বাৰযুক্ত মূৰ্দ্ধণ্য ষ হ'ব আৰু দন্ত্য ত-থ বৰ্ণ পিছত থাকিলে পূৰ্ব্ব পদান্ত ন কাৰৰ ঠাইত অনুস্বাৰ যুক্ত দন্ত্য স কাৰ হ'ব। উদাহৰণ—ভৱাংশ্চৰতি ইত্যাদি।

৯২। ৱাকানোনঃ কানি পৰে। ৯৩। নৃনোনঃ পেপৰে তথা।

ব্যাখ্যা—কানি (কান্ শব্দেপৰেসতি) তথা (পেপৰেসতি) ৱা (ৱিকল্পেন) কানঃ (কান্‌শব্দস্য নঃ), নৃনোনঃ (নৃন্ শব্দস্য নঃ স্থানে) ৱিন্দু পূৰ্ব্বং সং প্ৰাপ্নোতি।

সৰলাৰ্থ—কান্ শব্দ আৰু প বৰ্ণ পিছত থাকিলে নৃন্ আৰু কান্ শব্দৰ ন কাৰৰ ঠাইত বিকল্পে অনুস্বাৰ যুক্ত দন্ত্য স কাৰ হ'ব। উদাহৰণ—কাংস্কান্।

৯৪। প্ৰশানাদেৰ্নকাৰস্য এঃশ্চছোষ্টঠয়োস্তুণঃ।

ব্যাখ্যা—চছোঃ (চকাৰ ছকাৰয়োঃ পৰয়োঃ সতোঃ) তু (কিন্তু) টঠয়োঃ (টকাৰ ঠকাৰয়োঃ পৰয়োঃ সতোঃ) প্ৰশানাদেঃ (প্ৰশানাদি শব্দস্য ন কাৰস্য স্থানে) ণঃ (মূৰ্দ্ধণ্য ণ কাৰঃ) এঃশ্চ স্যাতাম্ (ভৱেতাম্)।

সৰলাৰ্থ—চ-ছ আৰু ট-ঠ বৰ্ণ পিছত থাকিলে প্ৰশনাদি শব্দৰ ন কাৰৰ ঠাইত ঞ আৰু মূৰ্দ্ধণ্য ণ কাৰ হ'ব। উদা—প্ৰশাঞ্চৰতি।

৯৫। নস্যলে পৰতোলঃ স্যাৎ।

ব্যাখ্যা—লে (লকাৰে পৰে সতি) পৰতঃ (পৰস্মিন্) নস্য (পদান্ত নকাৰস্য স্থানে) লঃ স্যাৎ।

সৰলাৰ্থ—ল বৰ্ণ পিছত থাকিলে পূৰ্ব্ব পদান্ত ন কাৰৰ ঠাইত ল কাৰ হ'ব। উদাহৰণ—ভৱাল্লিলেখ।

৯৬। জ ঝ ঞেষু ঞকাৰঃ স্যাৎ।

ব্যাখ্যা—জঝঞেষু (জ ঝ ঞেষু ৱৰ্ণেষু পৰেষু সতিষু) ঞকাৰঃস্যাৎ (পদান্ত নকাৰস্য স্থানে ঞঃ স্যাৎ)।

সৰলাৰ্থ—জ ঝ আৰু ঞ বৰ্ণ পিছত থাকিলে পদান্ত নকাৰৰ ঠাইত ঞকাৰ হ'ব। উদাহৰণ—ভৱাঞ্জৱতি।

৯৭। ঞন্ চৌ ৱা শে পদান্ত নঃ।

ব্যাখ্যা—শে (শকৰেপৰে সতি) পদান্ত নঃ (পদান্ত নকাৰস্য স্থানে) ৱা (ৱিকল্পেন) ঞন্চৌ (ঞকাৰ-চকাৰৌ ভৱতঃ)।

সৰলাৰ্থ—তালব্য শকাৰ পিছত থাকিলে পূৰ্ব্ব পদান্ত নকাৰৰ ঠাইত ঞ আৰু চ বৰ্ণ হ'ব। উদাহৰণ—ভৱাঞ্শূৰঃ।

৯৮। সে পদান্তান্নকাৰাণ্ণা টাল্লিঙ্গান্তাচ্চ-তাগমঃ

ব্যাখ্যা—সে (দন্ত্য সকাৰে পৰে সতি) পদান্তান্ন কাৰাৎটাল্লিঙ্গান্তাচ্চ (পদান্ত নকাৰাৎ-লিঙ্গান্ত টকাৰাচ্চপৰঃ) ৱা (ৱিকল্পেন) তাগমঃ (তকাৰাগমঃস্যাৎ)।

সৰলাৰ্থ—দন্ত্য স কাৰ পিছত থাকিলে পদান্ত নকাৰৰ পিছত আৰু লিঙ্গান্ত ট কাৰৰ পিছত বিকল্পে ত বৰ্ণ আগম হ'ব। উদাহৰণ—ভৱান্ত্ সাধুঃ।

৯৯। ড ঢ় ণে ষু নকাৰস্য ণত্বং ভৱতি।

ব্যাখ্যা—ড ঢ় ণে ষু (ড ঢ় ণ ৱৰ্ণেষু পৰেষু সৎষু) নকাৰস্য (পদান্ত ন কাৰস্য স্থানে) নত্বং ভৱতি।

সৰলাৰ্থ—ড-ঢ়-ণ বৰ্ণ পিছত থাকিলে পদান্ত ন কাৰৰ ঠাইত মূৰ্দ্ধণ্য ণ কাৰ হ'ব। উদাহৰণ—অৱাদয়ণ্ডিণ্ডিমম্।

১০০। ণাদপি ।

ব্যাখ্যা---ণাদপি (পদান্ত নকাৰাদপি) ন কাৰস্য স্থানে ণত্বং ভৱতি।

সৰলাৰ্থ---ন পিছত থাকিলে পদান্ত ন কাৰৰ ণত্ব হ'ব। উদাহৰণ---ষণ্ণৱতি।

১০১। মকাৰস্য পদান্তস্যানুস্বাৰো ব্যঞ্জনে পৰে।

ব্যাখ্যা---ব্যঞ্জনে পৰে (ব্যঞ্জন ৱৰ্ণে পৰে সতি) পদান্তস্য মকাৰস্য (পদান্ত মকাৰঃ স্থানে) অনুস্বাৰঃস্যাৎ।

সৰলাৰ্থ---ব্যঞ্জন বৰ্ণ পিছত থাকিলে পদান্ত মকাৰৰ ঠাইত অনুস্বাৰ হ'ব। উদাহৰণ---গুণং স্মৰতি।

১০২। সমাসে তুম্ সমোৰ্ম্মস্যলোপঃকামে মনস্যপি।

ব্যাখ্যা---সমাসে সতি, কামে (কাম শব্দে পৰে সতি) মনস্যপি (মনস্ শব্দেহপি পৰে সতি) তুম্ সমোঃ (তুম্ সম শব্দয়োঃ) মস্য লোপঃ (মকাৰস্য লোপঃস্যাৎ)।

সৰলাৰ্থ---সমাস হ'লে, কামআৰু মনস্ শব্দ পিছত থাকিলে তুম্ আৰু সম শব্দৰ ম বৰ্ণৰ লোপ হ'ব। উদাহৰণ---গন্তুকামঃ।

১০৩। অৱশ্য মোৱা কৃত্যেষু।

ব্যাখ্যা---কৃত্যেষু (কৃত্য প্ৰত্যয়েষু পৰেষু সতিষু) ৱা (ৱিকল্পেন) অৱশ্যমঃ (অৱশ্যম্ শব্দস্য মকাৰস্য লোপঃ স্যাৎ)।

সৰলাৰ্থ---কৃত্য প্ৰত্যয় পিছত থাকিলে অৱশ্যম্ শব্দৰ মকাৰৰ বিকল্পে লোপ হ'ব। উদাহৰণ---অৱশ্যভাব্যম্)।

১০৪। সমস্তু ৱা হিতেততে।

ব্যাখ্যা---হিতে (হিত শব্দে পৰে সতি) ততে (তত শব্দেচপৰে সতি) তু (কিন্তু) ৱা (ৱিকল্পেন) সমঃ (সম্শব্দস্য হকাৰস্য লোপঃস্যাৎ)।

সৰলাৰ্থ---হিত আৰু তত শব্দ পিছত থাকিলে বিকল্পে সম শব্দৰ মকাৰৰ লোপ হ'ব। উদাহৰণ---সহিতম্।

১০৫। অনুস্বাৰো ৱৰ্গ ৱৰ্ণে ৱা স্যাত্তদ্বৰ্গ পঞ্চমঃ।

ব্যাখ্যা---ৱৰ্গ ৱৰ্ণে পৰে সতি, অনুস্বাৰঃ (অনুস্বাৰ স্থানে) ৱা (ৱিকল্পেন) তদ্বৰ্গ পঞ্চমঃ (যদ্বৰ্গীয় ৱৰ্ণঃ স্যাৎ তদ্বৰ্গীয় পঞ্চমো ৱৰ্ণঃ স্যাৎ)।

সৰলাৰ্থ---বৰ্গ সংজ্ঞক বৰ্ণ পিছত থাকিলে অনুস্বাৰৰ ঠাইত বিকল্পে যি বৰ্গীয় বৰ্ণ পিছত থাকিব সেই বৰ্গৰ পঞ্চম বৰ্ণ হ'ব।

উদাহৰণ---ত্বঙ্কৰোমি।

১০৬। সম্রাজোমোনানুস্বাৰঃ।

ব্যাখ্যা---সম্রাজো মঃ (সম্রাজ শব্দস্য মকাৰস্য) অনুস্বাৰঃ ন স্যাৎ।

সৰলাৰ্থ---সম্ৰাজ শব্দৰ মকাৰৰ ঠাইত অনুস্বাৰ নহ'ব।

১০৭। ম ন য ৱ ল স্থ হকাৰে মনযৱলান্ ৱা লভত্যনুস্বাৰঃ।

ব্যাখ্যা---ম ন য ৱ ল স্থ হকাৰে (পৰে সতি) ৱা (ৱিকল্পেন) ম ন য ৱ লান্ অনুস্বাৰঃ লভতে।

সৰলাৰ্থ---ম ন য ৱ ল যুক্ত হ বৰ্ণ পিছত থাকিলে বিকল্পে ম ন য ৱ ল বৰ্ণৰ ঠাইত অনুস্বাৰ হ'ব। উদাহৰণ---কিংহ্ললয়তি।

১০৮। য ৱ লেষু ডু য ৱ লান্ ৱা।

ব্যাখ্যা---য ৱ লেষু (য ৱ ল ৱৰ্ণেষু পৰেষু সৎসু) তু (কিন্তু) ৱা (ৱিকল্পেন) অনুস্বাৰঃ স্থানে, য-ৱলান্ (য-ৱ-ল ৱৰ্ণাঃ প্ৰাপ্নুৱন্তি)।

সৰলাৰ্থ---য-ৱ আৰু ল বৰ্ণ পিছত থাকিলে অনুস্বাৰৰ ঠাইত বিকল্পে য, ৱ আৰু ল বৰ্ণ হ'ব। উদাহৰণ---ত্বং যাসি---ত্বয্যাসি। -মকৰোৎপন্নাযৱলা মূৰ্দ্ধণোৰ্দ্ধেন্দু মণ্ডিতা ইতি।

১০৯। নিত্যং পুল্লিঙ্গমিত্যুক্তম্।

ব্যাখ্যা---নিত্যং পুল্লিঙ্গং (লভ্যং) ইত্যুক্তম্ (কথিতম্)।

সৰলাৰ্থ---পুল্লিঙ্গ পদটো নিত্যন্তে লভহেসিদ্ধ হৈছে।

১১০। ৱিন্দুৰ্ধুট্য পদান্তয়োঃ।

ব্যাখ্যা---ধুটি (ধুট্ সংজ্ঞক ৱৰ্ণে পৰে সতি) অপদান্তস্নোঃ (অপদান্ত মকাৰ ন কাৰয়োঃ স্থানে) ৱিন্দুঃ (অনুস্বাৰঃ স্যাৎ)।

সৰলাৰ্থ---ধুট্ সংজ্ঞক বৰ্ণ পিছত থাকিলে পদৰ শেসত নথকা ম আৰু ন কাৰৰ ঠাইত অনুস্বাৰ হ'ব। উদাহৰণ---পুংসঃ।

১১১। ৱৰ্গে তৱৰ্গ পঞ্চমঃ।

ব্যাখ্যা---ৱৰ্গে (ৱৰ্গসংজ্ঞকৱৰ্ণে পৰে সতি) অনুস্বাৰঃ স্থানে তদ্বৰ্গ পঞ্চমঃ (যদ্বৰ্গীয় ৱৰ্ণে পৰে তদ্বৰ্গ পঞ্চমঃ ৱৰ্ণঃ স্যাৎ)।

সৰলাৰ্থ—বৰ্গ সংজ্ঞক বৰ্ণ পিছত থাকিলে অনুস্বাৰৰ ঠাইত যি বৰ্গ বৰ্ণ পিছত থাকে সেই বৰ্গৰ পঞ্চম বৰ্ণ হ'ব। উদা—শঙ্কিতা।

১১২। কিবন্তস্য নুমোৰ্বিন্দুৰ্ন প্ৰায়েন।

ব্যাখ্যা—কিৱন্তস্য (কিপ্ প্ৰত্যয়ান্তস্য) নুমোঃ (নকাৰমকাৰয়োঃ স্থানে) প্ৰায়েন (বাহুল্যেন) বিন্দুৰ্ন্নঃ (অনুস্বাৰো ন স্যাৎ)।

সৰলাৰ্থ—কিপ্ প্ৰত্যয়ান্ত পদৰ পিছত থকা নকাৰ আৰু মকাৰৰ ঠাইত প্ৰায়েই অনুস্বাৰ নহ'ব। উদাহৰণ—সুকন্সঃ।

১১৩। ভৱত্যপি।

ব্যাখ্যা—কুত্ৰচিৎ প্ৰসিদ্ধ প্ৰয়োগে, কিৱন্তস্য নুমোঃ স্থানে—অপি ৱিন্দুৰ্ভৱতি।

সৰলাৰ্থ—কেতিয়াবা প্ৰসিদ্ধ প্ৰয়োগৰ বাবে কি্প প্ৰত্যয়ান্ত পদৰ শেষত থকা নকাৰ আৰু মকাৰৰ অনুস্বাৰ হ'ব। উদাহৰণ—খঞ্জঃ।

১১৪। চ ট ৱৰ্গৌ ৱিন্দতি প্ৰাক্ তৱৰ্গশ্চ ট ৱৰ্গ যুক্।

ব্যাখ্যা—চ-ট ৱৰ্গ যুক্ (চৱৰ্গ-ট ৱৰ্গয়োঃ যুক্) পদান্ত ত ৱৰ্গঃ প্ৰাক্ (পদান্ত ত ৱৰ্গাৎ পূৰ্ব্বং) চ ট ৱৰ্গৌ (চ ৱৰ্গ ট ৱৰ্গৌ) ৱিন্দতি (লভতে)।

সৰলাৰ্থ—চ বৰ্গ আৰু ট বৰ্গ যুক্ত হ'লে পূৰ্ব্ব পদান্ত ত বৰ্গ বৰ্ণৰ ঠাইত চ বৰ্গ আৰু ট বৰ্গ বৰ্ণ হ'ব। উদাহৰণ—যাচ্ঞা।

১১৫। ষ কাৰাচ্চ ট ৱৰ্গঃ স্যাৎ।

ব্যাখ্যা—ষকাৰাৎ (ষ ৱৰ্ণাৎপৰঃ) চ (পদান্ত ত ৱৰ্গঃ) মূৰ্দ্ধণ্য ট ৱৰ্গঃ স্যাৎ।

সৰলাৰ্থ—ষকাৰৰ পিছত থকা ত বৰ্গৰ ঠাইত মূৰ্দ্ধণ্য ট বৰ্গ বৰ্ণ হ'ব। উদাহৰণ—ষষ্ঠঃ। ইতি ব্যঞ্জন সন্ধিঃ।

## ৱিষৰ্গ সন্ধি ঃ

১১৬। ৱিসৰ্জনীয়স্য চছোঃ শকাৰঃ উচ্চাৰনীয় ষ্টঠয়োঃ ষকাৰঃ।

ব্যাখ্যা—চছোঃ (চকাৰ-ছকাৰয়োঃ পৰয়োঃসতোঃ) ৱিসৰ্জনীয়স্য (ৱিসৰ্গস্যস্থানে) শকাৰঃ (শৱৰ্ণউচ্চাৰনীয়ঃ), টঠয়োঃ (পৰয়োঃ সতোঃ) ৱিসৰ্জনীয়স্য (স্থানে) ষকাৰঃ (ষৱৰ্ণঃ) উৎপাদনীয়ঃ।

সৰলাৰ্থ—চ আৰু ছবৰ্ণ পিছত থাকিলে পূৰ্ব্ব পদান্ত বিসৰ্গৰ ঠাইত তালব্য শ কাৰ হ'ব, আৰু ট আৰু ঠ বৰ্ণ পিছত থাকিলে পূৰ্ব্ব পদান্ত বিসৰ্গৰ ঠাইত ষকাৰ হ'ব। উদাহৰণ—পূৰ্ণশ্চন্দ্ৰঃ।

১১৭। তথোৰশিট্ সংস্থিতয়োঃ সকাৰঃ।

ব্যাখ্যা—তথোঃ (পৰয়োঃ সতোঃ) অশিট্ সংস্থিতয়োঃ (শিট্ সংজ্ঞক ৱৰ্ণ ভিন্ন সংস্থিতয়োঃ) ৱিসৰ্জনীয়স্য (স্থানে) সকাৰঃ (দন্ত্য স ৱৰ্ণঃ উচ্চাৰনীয়)।

সৰলাৰ্থ—ত আৰু থ বৰ্ণ পিছত থাকিলে শিট্ সংজ্ঞক ভিন্ন পদান্ত ব্যঞ্জন বৰ্ণৰ লগত থকা বিসৰ্গৰ ঠাইত সকাৰ হ'ব। উদাহৰণ—তমালস্তৰুণঃ।

১১৮। শিটোঽনাদি কখোৰ্জিহ্বা মূলীয়ঃ স্যাদ্বিভাষয়া।

ব্যাখ্যা—কখোঃ (ক ৱৰ্ণ-খ ৱৰ্ণয়োঃ পৰয়োঃ সতোঃ) শিটঃঅনাদি বিষয়ে ৱিসৰ্জনীয়স্য স্থানে জিহ্বামূলীয়ঃ (সংজ্ঞঃস্যাৎ) ৱিভাষয়া (ৱিকল্পেন) উড়ুখলাকৃতিঃৱজ্ৰাকৃতি নিগদ্যতে (লভতে)।

সৰলাৰ্থ—ক আৰু খ বৰ্ণ পিছত থাকিলে, শিট্ সংজ্ঞক বৰ্ণ আগত নেথাকিলে বিসৰ্গৰ জিহ্বামূলীয় সংজ্ঞা হ'ব আৰু বিকল্পে বিসৰ্গৰ ঠাইত উড়ুখলৰ অৰ্থাৎ উৰালৰ দৰে হ'ব আৰু বজ্ৰ আকৃতিৰ দৰে অৰ্থাৎ এনে হ'ব। উদাহৰণ—কঃ কৰোতি ; ক × কৰোতি।

১১৯। শিটোঽনাদি পফোৰ্ৱাস্যাদুপধ্মানীয় সংজ্ঞকঃ।

ব্যাখ্যা—পফোঃ (প ৱৰ্ণ-ফ ৱৰ্ণয়োঃ পৰয়োঃ সতোঃ) শিটোঽনাদি (শিটঃ-অনাদি বিষয়ে) ৱিসৰ্জনীয়স্য (বিসৰ্গস্য স্থানে) ৱা (ৱিকল্পেন) উপধ্মানীয়ঃ সংজ্ঞঃ স্যাৎ, অশীত্যঙ্কৱৎ গজকুম্ভ ৱদ্বায়ংনিগদ্যতে (কথ্যতে)।

সৰলাৰ্থ—প আৰু ফ বৰ্ণ পিছত থাকিলে শিট্ বৰ্ণ আগত নথকা পদান্ত বিসৰ্গৰ উপধ্মানীয় সংজ্ঞা হ'ব আৰু বিকল্পে বিসৰ্গৰ ঠাইত আশীৰ সংখ্যাৰ দৰে ৮০ এনে হ'ব আৰু হাতীৰ মূৰৰ দৰে হ'ব। উদাহৰণ—কঃ পচতি—ক ৮০ পচতি।

উড়ুখল—ধান্যাদিকং যত্ৰ কুট্যতে তৎ উড়ুখলমুচ্যতে।

ৱজ্ৰাকৃতি—ঘকাৰ দ্বয় সংযুক্তং ৱজ্ৰ ইত্যভিধীয়তে॥

১২০। শ ষ সে ষু ৱিসৰ্গস্য শ ষ সাঃ স্যুৰ্ৱিৰ্ৱভাষয়া ।

ব্যাখ্যা---শ ষ সে ষু (শ-ষ-স-ৱৰ্ণেষু পৰেষু সতিষু) ৱিসৰ্গস্য স্থানে ৱিভাষয়া (ৱিকল্পেন) শ-ষ-সাঃ-ৱৰ্ণাঃ স্যুঃ (ভৱেয়ুঃ)।

সৰলাৰ্থ---শ, ষ আৰু স বৰ্ণ পিছত থাকিলে পূৰ্ব্ব পদৰ বিসৰ্গৰ ঠাইত বিকল্পে শ, ষ আৰু স বৰ্ণ হ'ব। উদাহৰণ--কঃ শেতে--কশ্‌শেতে।

১২১। উদঃ স্থাস্তম্ভোয়োঃ সোলুক্ ।

ব্যাখ্যা---উদঃ (পৰয়োঃ সতোঃ) স্থা স্তন্ভয়োঃ ধাত্বোঃ সঃ (সকাৰঃ) লুক্ স্যাৎ (লোপো ভৱতি)।

সৰলাৰ্থ---উৎ উপসৰ্গৰ পিছত থকা স্থা আৰু স্তন্ভ ধাতুৰ সকাৰৰ লোপ হ'ব। উদাহৰণ---উত্তভ্নাতি।

১২২। সৱৰ্ণে ধুটি ধুড্‌লোপো ধুট্ ত্ৰয়স্য ব্যৱস্থয়া।

ব্যাখ্যা---সৱৰ্ণে ধুটি (উচ্চাৰণ স্থানৈক্যে ধুট সংজ্ঞকৱৰ্ণে পৰে সতি) ব্যৱস্থয়া (হেতুভূতয়া) ধুট্ ত্ৰয়স্য মধ্যে ধুড্ লোপঃ (ধুট্ ৱৰ্ণ লোপঃ স্যাৎ)।

সৰলাৰ্থ---ব্যৱস্থা থকা হেতুকে সৱৰ্ণ ধুট অৰ্থাৎ সমান ভাৱে উচ্চৰিত হোৱা ধুট সংজ্ঞক বৰ্ণ পিছত থাকিলে তিনিটা ধুট্ সংজ্ঞক বৰ্ণৰ মাজৰ ধুট্ বৰ্ণটো লোপ হ'ব। উদাহৰণ—তৎস্থা—তস্থা।

১২৩। আৎ পৰস্য ৱিসৰ্গস্য উকাৰোঽকাৰ ঘোষয়োঃ।

ব্যাখ্যা---অকাৰ ঘোষয়োঃ (অকাৰ-ঘোষ সংজ্ঞক ৱৰ্ণয়োঃপৰয়োঃ সতোঃ) আৎপৰস্য (অকাৰাৎ পৰস্য) ৱিসৰ্গস্য স্থানে—উকাৰঃ স্যাৎ।

সৰলাৰ্থ---অকাৰ আৰু ঘোষ সংজ্ঞক বৰ্ণ পিছত থাকিলে অকাৰৰ পিছত থকা পূৰ্ব্ব পদৰ বিসৰ্গৰ ঠাইত উকাৰ হ'ব। উদাহৰণ—গোবিন্দোঽৱতু।

১২৪। কাপ্যাকাৰেঽপ্যুকাৰঃ স্যাৎ ।

ব্যাখ্যা—ক্বাপি (প্ৰসিদ্ধ প্ৰয়োগে) আকাৰেঽপি (পৰে সতি) আৎ পৰস্য (অকাৰাৎ পৰস্য ৱিসৰ্গস্য স্থানেউকাৰঃ স্যাৎ)।

সৰলাৰ্থ—কিছুমান প্ৰসিদ্ধ প্ৰয়োগৰ বাবে আকাৰ পিছত হলেও অকাৰৰ পিছত থকা বিসৰ্গৰ ঠাইত উকাৰ হ'ব। উদাহৰণ—কুৰৱোস্মহিতম্ ।

১২৫। অন্যস্বৰে সন্ধ্যহেতুল্লোপোভৱতি যশ্চ ৱা ।

ব্যাখ্যা—অন্যস্বৰে (অকাৰ ভিন্ন স্বৰে পৰে সতি) আৎপৰস্য ৱিসৰ্গস্য, সন্ধ্যহেতুঃ (সন্ধেৰকাৰণং) লোপোভৱতি (লোপঃস্যাৎ) ৱা (ৱিকল্পেন) যশ্চভৱতি ।

সৰলাৰ্থ—অকাৰ ভিন্ন স্বৰ বৰ্ণ পিছত থাকিলে অকাৰৰ পিছত থকা পূৰ্ব্ব পদৰ বিসৰ্গৰ লোপ হোৱাৰ পিছত কোনো সন্ধি নহয় আৰু বিকল্পে বিসৰ্গৰ ঠাইত য কাৰ হ'ব। উদাহৰণ—কইহ—কয়িহ ।

১২৬। আকাৰান্তোভগোঽঘোভ্যস্ত্বৰ্থৱদ্ভ্যঃস্বৰে-পৰে ।

১২৭। ৱিসৰ্গঃ পূৰ্ব্বৱল্লোপং যং ৱা ।

ব্যাখ্যা—স্বৰে পৰে (স্বৰবৰ্ণে পৰে সতি) তু পূৰ্ব্বৱৎ (সন্ধেৰহেতুঃ) আকাৰাৎ পৰস্য ৱিসৰ্গস্য লোপঃ স্যাৎ, অৰ্থৱদ্ভ্যঃ ভোভগোঽঘোভ্যঃ (শব্দেভ্যঃ-পৰঃ) ৱিসৰ্গস্য পূৰ্ব্বৱৎ লোপংস্যাৎ ৱা (ৱিকল্পেন) যং (যকাৰং) প্ৰাপ্নোতি (লভতে)।

সৰলাৰ্থ—স্বৰ পিছত থাকিলে আকাৰৰ পিছত থকা বিসৰ্গৰ লোপ হ'ব আৰু অৰ্থযুক্ত ভো, ভগো আৰু অঘো শব্দৰ পিছত থকা বিসৰ্গৰ লোপ হ'ব, সন্ধিৰ অভাব হ'ব আৰু বিকল্পে বিসৰ্গৰ ঠাইত য হ'ব। উদাহৰণ—দেৱা এতে।

১২৮। ঘোষেতু-লোপ-ভাক্ ।

ব্যাখ্যা—ঘোষে (ঘোষ সংজ্ঞকবৰ্ণে পৰে সতি) তু (আকাৰাৎপৰস্য ৱিসৰ্গস্য) লোপঃ ভাক্ (লোপো ভৱতি) নতু যং প্ৰাপ্নোতি।

সৰলাৰ্থ—ঘোষ সংজ্ঞক বৰ্ণ পিছত থাকিলে পূৰ্ব্ব পদৰ আকাৰৰ পিছৰ বিসৰ্গৰ লোপ হ'ব কিন্তু যকাৰ নহ'ব। উদাহৰণ—দেৱাবন্দ্যন্তাম্ ।

১২৯। এতত্তদোৰেষ-সাভ্যাং নঞ্ সমাসাদৃতে-হলি ।

তয়ৰ্ৱিসৰ্গ-লোপঃস্যাৎ ।

ব্যাখ্যা—হলি (হল্ সংজ্ঞকবৰ্ণে পৰে সতি) নঞ্সমাসাদৃতে (নঞ্সমাসংৱৰ্জ্জয়িত্বা) এতত্তদোঃ (এতত্তদোঃ শব্দয়োঃ নিষ্পন্নাভ্যাং) এষসাভ্যাং (এষ-স-স্বৰূপাভ্যাং শব্দাভ্যাং পৰঃ) তয়ৰ্ৱিসৰ্গঃ লোপঃস্যাৎ ।

সৰলাৰ্থ—হল্ সংজ্ঞক বৰ্ণ পিছত থাকিলে আৰু নঞ্ সমাস নহ'লে এতৎ আৰু তৎ শব্দৰ পৰা নিষ্পন্ন হোৱা এষঃ আৰু সঃ শব্দৰ বিসৰ্গৰ লোপ হ'ব। উদাহৰণ—এষ বৃক্ষঃ।

১৩০। ন ভৱত্যপি—কুত্ৰচিৎ।

ব্যাখ্যা—কুত্ৰচিৎ (প্ৰসিদ্ধ প্ৰয়োগে) হলি পৰে এতত্তদোঃ এষসাভ্যাং পৰঃ ৱিসৰ্গঃ লোপঃ ন ভৱতি।

সৰলাৰ্থ—কিছুমান প্ৰসিদ্ধ প্ৰয়োগ সাধনৰ বাবে হল্ সংজ্ঞক বৰ্ণ পিছত থাকিলেও এষঃ আৰু সঃ শব্দৰ ৱিসৰ্গৰ লোপ নহ'ব। উদাহৰণ—সো বুদ্ধঃ।

১৩১। নামি পশ্চাদ্বিসৰ্গস্যৰেফঃ স্যাৎ ৰস্ব ঘোষয়োঃ।

ব্যাখ্যা—স্বৰ ঘোষয়োঃ (পৰয়োঃ সতোঃ) নামি পশ্চাৎ (নামিনঃ পৰস্য) ৱিসৰ্গস্য স্থানে ৰেফঃ স্যাৎ)।

সৰলাৰ্থ—স্বৰ আৰু ঘোষ সংজ্ঞক বৰ্ণ পিছত থাকিলে নামি সংজ্ঞক বৰ্ণৰ পিছত থকা বিসৰ্গৰ ঠাইত ৰেফ্ হ'ব। উদা—বিধুৰুচ্চৈঃ।

১৩২। অনামিনঃ পৰস্যাপি ৰস্থান প্ৰভৱস্যতু।

ব্যাখ্যা—অনামিনঃ (নামি সংজ্ঞক ভিন্নস্য) পৰস্যাপি (ৱিপৰ্য্যয়াৎ) ৰস্থান প্ৰভৱস্যতু (কিন্তুৰেফোৎপন্নস্য ৱিসৰ্গস্য স্থানে) ৰেফঃ স্যাৎ।

সৰলাৰ্থ—স্বৰ আৰু ঘোষ বৰ্ণ পিছত থাকিলে নামি সংজ্ঞাৰ বাহিৰে আন বৰ্ণৰ পিছত থকা ৰ জাত বিসৰ্গৰ ঠাইত ৰেফ্ হ'ব। উদাহৰণ—স্বৰব্যয়মৃস্বৰ্গতঃ।

১৩৩। অৱিসৰ্গোঽপ্যঘোষেঽপি ৰাণ্‌ৎপন্নোঽপি নামিনঃ।
অপি নস্যাদপাত্যৰ্থা অপেঃ পঞ্চ ৱিপৰ্য্যয়াৎ ॥

ব্যাখ্যা—অৱিসৰ্গোঽপি (ৱিসৰ্গভিন্নেঽপি) অঘোষেঽপি (ঘোষ সংজ্ঞক ভিন্নেঽপি) ৰা ণুৎ পন্নোঽপি (ৰকাৰাৎঅনুৎপন্নোঽপি) নামিনঃ পৰস্যাপি, নস্যাদপিইতি-অপেঃ (অপি শব্দস্য) ৱিপৰ্য্যয়াৎ (পঞ্চবৈপৰীত্যাৎ) ৱিসৰ্গস্য স্থানে ৰেফঃ স্যাৎ।

সৰলাৰ্থ—অপি শব্দৰ পাঁচ প্ৰকাৰৰ বৈপৰীত্য অৰ্থ হোৱা বাবে যেনে—বিসৰ্গভিন্ন স্থলত, ঘোষ বৰ্ণ পিছত নথকা অৱস্থাত, ৰ বৰ্ণত উৎপন্ন নহ'লেও, নামি সংজ্ঞক বৰ্ণৰ পিছতো আৰু কোনো নিয়ম নোহোৱাকৈও বিসৰ্গৰ ঠাইত ৰেফ্ হ'ব। উদা—বনৰ্ষদম্।

১৩৪। অহ্নো ৰুপ্তো ৰবেফে ।

ব্যাখ্যা—স্বৰ ঘোষয়োঃ পৰয়োঃ সতোঃ, অৰেফে (ৰেফভিন্নস্থে) ৰুপ্তৌ ৰিভক্তি লোপে সতি) অহ্নঃ (অহন্ শব্দ নিষ্পন্নস্য ৰিসৰ্গস্য স্থানে ৰেফঃ স্যাৎ)।

সৰলাৰ্থ—স্বৰ আৰু ঘোষ বৰ্ণ পিছত থাকিলে অহন্ শব্দৰ পৰা হোৱা অহঃ পদৰ বিসৰ্গৰ ঠাইত ৰেফ্ হ'ব। উদাহৰণ—অহৰ্গণঃ।

১৩৫। ৰা স্বৰহৰ্গীৰ্ধুৰাং পতৌ ।

ব্যাখ্যা—পতৌ (পতি শব্দে পৰে সতি) ৰা (ৰিকল্পেন) স্বৰহৰ্গীৰ্ধুৰাং (স্বঃ—অহঃ-গীঃ-ধুঃ শব্দানাং) ৰিসৰ্গস্য স্থানে ৰেফঃ স্যাৎ।

সৰলাৰ্থ—পতি শব্দ পিছত থাকিলে স্বঃ-অহঃ-গীঃ-ধুঃ শব্দৰ বিসৰ্গৰ ঠাইত বিকল্পে ৰেফ্ হ'ব। উদাহৰণ—স্বৰ্পতি।

১৩৬। প্ৰচেতসো ৰাজনি ৰা ।

ব্যাখ্যা—ৰাজনি (ৰাজন্ শব্দে পৰে সতি) প্ৰচেতসঃ (প্ৰচেতস্ শব্দস্য) ৰিসৰ্গস্য স্থানে ৰা ৰিকল্পেন ৰেফঃ স্যাৎ।

সৰলাৰ্থ—ৰাজন্ শব্দ পিছত থাকিলে প্ৰচেতস্ শব্দৰ বিসৰ্গৰ ঠাইত বিকল্পে ৰেফ্ হ'ব। উদাহৰণ—হে প্ৰচেতো ৰাজন্।

১৩৭। প্ৰসিদ্ধ্যৈৰান্য ঊহ্যতাম্ ।

ব্যাখ্যা—প্ৰসিদ্ধ্যৈৰ (প্ৰসিদ্ধ্যনুসাৰাৎ) অন্যৎ (পদং) ঊহ্যতাং—ৰেফঃ দ্ৰষ্টব্যঃ)।

সৰলাৰ্থ—প্ৰসিদ্ধি অনুসাৰে আন কিছুমান পদৰ ৰেফ্ ঊহ্য হ'ব বুলি পণ্ডিতসকলে কয়।

১৩৮। ৰোৰে লোপো ধাতু ঢ়োঢ়ে তৎ পূৰ্ব্বস্য চ দীৰ্ঘতা।

ব্যাখ্যা—ৰে (ৰকাৰে পৰে সতি) ৰঃ (ৰকাৰঃ লোপঃ স্যাৎ), ঢ়ে (ঢ়কাৰে পৰে সতি) ধাতু ঢ়ঃ (ধাতোঃ ঢ়কাৰঃলোপঃ স্যাৎ), তৎ পূৰ্ব্বস্য চ (তয়োঃ ৰ-ঢ়য়োঃপূৰ্ব্বং) দীৰ্ঘতা স্যাৎ।

সৰলাৰ্থ—ৰ পিছত থাকিলে পূৰ্ব্ব পদৰ ৰ বৰ্ণৰ লোপ হ'ব, ঢ় বৰ্ণ পিছত থাকিলে পূৰ্ব্ব পদৰ ধাতুৰ ঢ় বৰ্ণৰ লোপ হ'ব আৰু লোপ হোৱাৰ পিছত ৰ-ঢ় বৰ্ণৰ পূৰ্ব্ব বৰ্ণৰ দীৰ্ঘ হ'ব। উদাহৰণ—স্বাৰাট্।

১৩৯। অথাগমাদিঃ।

আঙ্-মাঙ্-স্বৰাৎ পৰশ্ছে চুক্।

ব্যাখ্যা—অথ—আগমাদিঃ (অধিকৰোতি)।

ছে (ছকাৰে পৰে সতি) আঙ্ মাঙ্ স্বৰাৎ পৰঃ চুক্ (চাগমঃ স্যাৎ)

সৰলাৰ্থ—ইয়াৰ পিছত আগম সন্ধি কোৱা হৈছে। ছকাৰ পিছত থাকিলে আ, মা আৰু স্বৰৰ পিছত চকাৰ আগম হ'ব। উদাহৰণ—আচ্ছায়া।

১৪০। দীৰ্ঘাৎ পদান্ত-তস্তু-ৱা।

ব্যাখ্যা—তু (ছকাৰে পৰে সতি) দীৰ্ঘাৎ (দীৰ্ঘ স্বৰাৎ) পদান্ততঃ (পদান্তাৎ) ৱা (ৱিকল্পেন) চাগমঃ স্যাৎ।

সৰলাৰ্থ—ছকাৰ পিছত থাকিলে পদান্ত দীৰ্ঘ স্বৰৰ পিছত বিকল্পে চ আগম হ'ব। উদাহৰণ—লতাচ্ছাদয়তি।

১৪১। যৰ্ৱোৰ্দ্ধ-স্থিত-মশিড্-ব্যঞ্জনংৱা দ্বিৰিচ্যতে।

ব্যাখ্যা—য ৰ ৰোৰ্দ্ধ স্থিতং (য-ৰ-ৱা নামুপৰি স্থিতং) অশিঙ্ (শ-ষ-স ভিন্নং) ব্যঞ্জনং (ব্যঞ্জন ৱৰ্ণং) ৱা (ৱিকল্পেন) দ্বিঃ (দ্বিৰ্ভাৱঃ) ইষ্যতে (শিষ্টৈঃ কথ্যতে)।

সৰলাৰ্থ—য, ৰ আৰু ৰ বৰ্ণৰ ওপৰত থকা শিট্ সংজ্ঞা ভিন্ন ব্যঞ্জন বৰ্ণৰ বিকল্পে দ্বিৰ্ভাৱ হ'ব। উদাহৰণ—দদ্ধ্যান্ন।

১৪২। স্বৰাৎ-পৰহৰেফাভ্যাং পৰস্থং দ্বিস্ত-দেৱৱা।

ব্যাখ্যা—স্বৰাৎ (স্বৰৱৰ্ণাৎ) পৰঃহৰেফাভ্যাং (হকাৰৰেফাভ্যাং) পৰস্থং (পৰস্থিতং) তদেৱ (অশিট্ ব্যঞ্জনমেৱ) ৱা (ৱিকল্পেন) দিঃ (দ্বিৰ্ভাৱঃ স্যাৎ)।

সৰলাৰ্থ—স্বৰ বৰ্ণৰ পিছত থকা হ কাৰ আৰু ৰেফযুক্ত শিট্ সংজ্ঞক ভিন্ন ব্যঞ্জন বৰ্ণৰ বিকল্পে দ্বিৰ্ভাৱ হ'ব। উদাহৰণ—ব্ৰহ্ম্মা।

১৪৩। হৰি পুৰিভ্যাং পৰশ্চন্দ্ৰে পৰে-শুড্ঋষি-নামনি।

ব্যাখ্যা—ঋষি নামনি অৰ্থে (ৱাচ্যে) চন্দ্ৰে (চন্দ্ৰশব্দে পৰে সতি) হৰি পুৰিভ্যাং) (হৰি-পুৰি শব্দাভ্যাং) পৰঃ শুট্ (শকাৰঃ আগমঃ স্যাৎ)।

সৰলাৰ্থ—ঋষিৰ নাম বুজালে, চন্দ্ৰ শব্দ পিছত থাকিলে আগত থকা হৰি আৰু পুৰি শব্দৰ পিছত শুটৰ শ আগম হ'ব। উদাহৰণ—হৰিশ্চন্দ্ৰঃ।

১৪। আশ্চৰ্য্য-মিত্যদ্ভু-তেঽৰ্থেগুৰাৱাচাৰ্য্য-ইষ্যতে।

ব্যাখ্যা—অদ্ভুতে (অৰ্থে ৱাচ্যে) আশ্চৰ্য্যম্ (শুড়্যুক্ত পদং) সিদ্ধ্যতি, গুৰৌ (ৱাচ্যেসতি) আচাৰ্য্যং (আচাৰ্য্য পদং) ইষতে (শিষ্টৈঃ কথ্যতে)।

সৰলাৰ্থ—অদ্ভুত অৰ্থ বুজালে শুড়্যুক্ত আশ্চৰ্য্য পদ সিদ্ধ হ'ব আৰু গুৰুক বুজালে আচাৰ্য্য পদ সিদ্ধ হ'ব বুলি শিষ্টসকলে কয়। উদাহৰণ—আশ্চৰ্য্যম্।

১৪৫। গোশব্দাৎ পদ শব্দে ষুট্মানা সেৱিত সেৱিতে।

ব্যাখ্যা—মানা সেৱিত সেৱিতে (অৰ্থে গম্যমানে সতি) পদ শব্দে (পৰে) গো শব্দাৎ পৰঃ-শুট্-আগমঃ স্যাৎ।

সৰলাৰ্থ—মানা সেৱিত সেৱিত অৰ্থাৎ পৰিমাণ, মান্য আৰু অমান্য কৰা অৰ্থ বুজালে আৰু পদ শব্দ পিছত থাকিলে পূৰ্ব্ব পদত থকা গো শব্দৰ পিছত শুটৰ শ আগম হ'ব। উদাহৰণ—গোষ্পদম্।

১৪৬। সম্পৰিভ্যাং কৃঞঃ প্ৰাক্ সুট্।

ব্যাখ্যা—সম্পৰিভ্যাং (সম্-পৰি-উপসৰ্গাভ্যাং পৰাভ্যাং) কৃঞঃ প্ৰাক্ (কৃঞ্ধাতোঃ পূৰ্ব্বং) সুট্স্যাৎ (সঃ—আগমঃস্যাৎ)।

সৰলাৰ্থ—সম্ আৰু পৰি উপসৰ্গৰ পিছত কৃ ধাতুৰ আগত সুটৰ স আগম হ'ব। উদাহৰণ—সংস্কৰোতি।

১৪৭। উপাৎ পৰঃকৃঞঃ প্ৰাক্সুট্ প্ৰতিযত্নে ৱিভূষণে।
সম্বন্ধ-মাত্ৰে-ৱৈকৃত্যে পদাধ্যাহৰণেঽপিচ ॥

ব্যাখ্যা—প্ৰতিযত্নে ৱিভূষণে (অৰ্থয়োঃ গম্যমানয়োঃ সতোঃ) সম্বন্ধ মাত্ৰে ৱৈকৃত্যে পদাধ্যাহৰণেঽপি চ (অৰ্থেষুগম্যমানেষু সতিষু) উপাৎ (উপ উপসৰ্গাৎ পৰঃ) কৃঞঃ প্ৰাক্ (কৃঞঃ ধাতোঃ পূৰ্ব্বং) সুট্-স্যাৎ (সকাৰাগমঃ স্যাৎ)।

সৰলাৰ্থ—প্ৰতিযত্ন আৰু ৱিভূষণ অৰ্থ বুজালে, সম্বন্ধ মাত্ৰ, বৈকৃত্য আৰু ক্ৰিয়া পদাধ্যাহাৰ বুজালেও উপ শব্দৰ পিছত থকা কৃ ধাতুৰ আগত সুটৰ স আগম হ'ব। উদাহৰণ—উপস্কৰোতি।

১৪৮। ছেদে কিৰত্যাদি ৰুপাৎ ।

ব্যাখ্যা—ছেদে (অৰ্থেগম্যমানে) উপাৎ (উপ শব্দাৎ পৰঃ) কিৰত্যাদেঃ সুট্ স্যাৎ ।

সৰলাৰ্থ—কটা অৰ্থ বুজালে উপ-শব্দৰ পিছত থকা কিৰতি আদি শব্দৰ আগত সুটৰ স আগম হ'ব। উদাহৰণ—উপস্কিৰন্তি ।

১৪৯। হিংসায়াস্তু প্ৰতেৰপি ।

ব্যাখ্যা—হিংসায়াং (গম্যানায়াং সত্যাং) প্ৰতেৰপি সুট্ আগমঃ স্যাৎ কৃঞঃ প্ৰাক্ ।

সৰলাৰ্থ—হিংসা কৰা অৰ্থ বুজালে প্ৰতি শব্দৰ পিছতো কৃ ধাতুৰ আগত সুটৰ স আগম হ'ব। উদাহৰণ—প্ৰতিচস্কৰে ।

১৫০। অপাদ্ধৰ্ষান্ন ৱাসেষু পশুপক্ষি শ্ব কৰ্ত্তৃষু ।

ব্যাখ্যা—হৰ্ষান্নৱাসেষু (হৰ্ষ-অন্ন-ৱাস-ইত্যাদ্যৰ্থেষুগম্যমানেষু সতিষু) পশু-পক্ষি-শ্ব কৰ্ত্তৃষু অপাৎপৰঃ (অপ উপসৰ্গাৎপৰঃ) কিৰতেঃ প্ৰাক্সুট্—স্যাৎ ।

সৰলাৰ্থ—হৰ্ষ, অন্ন আৰু বাস কৰা অৰ্থ বুজালে, পশু, পক্ষি আৰু কুকুৰ আদি পদ কৰ্ত্তা বাচক হলে অপশব্দৰ পিছত থকা কিৰতি শব্দৰ আগত সুটৰ স আগম হ'ব। উদাহৰণ—অপস্কিৰতে ।

১৫১। পৰান্যান্তোঽক্ষান্যয়োঃ সুট্ ।

ব্যাখ্যা—পৰান্যান্তঃ (পৰ-অন্যয়োঃশব্দয়োঃ-অন্তঃঅৱয়বঃ সন্) অক্ষান্যয়োঃ (অক্ষ-অন্য শব্দয়োঃ) পূৰ্ব্বং সুট্ আগমঃ স্যাৎ ।

সৰলাৰ্থ—পৰ আৰু অন্য শব্দৰ পিছত থকা, অক্ষ আৰু অন্য শব্দৰ আগত সুটৰ স আগম হ'ব। উদাহৰণ—পৰোক্ষম্ ।

১৫২। পৰাৱৰা পৰাৎপৰে। সুট্ সাতত্যে ।

ব্যাখ্যা—সাতত্যে (অৰ্থে ৱাচ্যে) পৰা ৱৰা পৰাৎ (পৰ-অৱৰ-অপৰ শব্দাৎ) পৰে (শব্দে সতি) সুট্ আগমঃ স্যাৎ ।

সৰলাৰ্থ—সাতত্য অৰ্থাৎ একেলগ হোৱা বুজালে পৰ, অৱৰ আৰু অপৰ শব্দৰ পিছত থকা পৰ শব্দৰ আগত সুটৰ স আগম হ'ব। উদাহৰণ—পৰস্পৰম্ ।

১৫৩। অন্যোঽন্যাদেৰ্বিভক্তীনামাম্ ৱা স্যাৎস্ত্ৰীনপুংসকে।

ব্যাখ্যা—স্ত্ৰী নপুংসকে (ৱাচ্যে) অন্যোন্যাদেঃ (পৰাঃ) ৱিভক্তীনাং ৱা (ৱিকল্পেন) আম্ স্যাৎ।

সৰলাৰ্থ—স্ত্ৰীলিঙ্গ আৰু নপুংসক লিঙ্গ বুজালে অন্য আৰু অন্যাদি শব্দৰ বিভক্তিৰ পিছত বিকল্পে আম্ আগম হ'ব।
উদাহৰণ—অন্যোঽন্যাম্।

১৫৪। নিপাত্যন্তেকৃত সুড়াগমাঃ পাৰস্কৰাদয়ঃ।

ব্যাখ্যা—পাৰস্কৰাদয়ঃ (পণ্ডিতে ৱাচ্যে পাৰস্কৰাদয়ঃ শব্দাঃ) কৃত সুড়া গমঃ (সন্তঃ) নিপাত্যন্তে (নিপাতনাৎ সিদ্ধ্যন্তি)।

সৰলাৰ্থ—পণ্ডিতক বুজালে পাৰস্কৰাদি শব্দবোৰ সুটৰ স আগম হৈ সিদ্ধ হ'ব। উদাহৰণ—পাৰস্কৰঃ—ঋষিঃ।

১৫৫। আস্পদং ৱিষয়ে প্ৰোক্তং ততোঽন্যত্ৰাপদং ৱিদুঃ।

ব্যাখ্যা—ৱিষয়ে (ৱাচ্যেসতি) অস্পদং (প্ৰোক্তং) ততঃ অন্যত্ৰবিষয়ে (ৱিষয় ভিন্নে ৱাচ্যে) আপদং ৱিদুঃ (কথয়ন্তি)।

সৰলাৰ্থ—বিষয় বুজালে আস্পদ পদ সিদ্ধ হ'ব আৰু বিষয় ভিন্ন অন্যাক বুজালে আপদ্ পদ সিদ্ধ হ'ব।

১৫৬। কুস্তুম্বুৰু স্যাদ্ধান্যাকংফলংতদ্বৎ কুতুম্বুৰু।

ব্যাখ্যা—ধান্যাকং ফলং (ৱাচ্যে) কুস্তুম্বুৰু পদংস্যাৎ, তদ্বৎ (ধান্যাকং তুল্য ফলং (ৱাচ্যে) কুতুম্বুৰু পদংস্যাৎ।

সৰলাৰ্থ—ধানক বুজালে কুস্তুম্বুৰু পদ সিদ্ধ হ'ব আৰু ধানৰ দৰে আন ফলক বুজালে কুতুম্বুৰু পদ হ'ব।

১৫৭। তদ্বৃহন্ত্যাং কৰপত্যো শ্চোৰদেৱতয়ো স্তথা।

ব্যাখ্যা—চৌৰ দেৱতয়োঃ ৱাচ্যয়োঃ (সতোঃ) তথা তদ্বৃহভ্যাং (তৎ-ৱৃহৎ-শব্দাভ্যাংপৰাভ্যাং) কৰপত্যোঃ (কৰ-পতি-শব্দয়োঃ) সুট্ স্যাৎ, তলোপশ্চ স্যাৎ।

সৰলাৰ্থ—চোৰ আৰু দেৱতা বুজালে, তৎ আৰু বৃহৎ শব্দৰ পিছত থকা কৰ আৰু পতি শব্দত সুটৰ স আগমহব আৰু ত বৰ্ণৰ লোপ হ'ব। উদাহৰণ—তস্কৰঃ।

১৫৮। মস্কৰঃ কথিতো ৱেণৌ পৰিব্ৰাজিতুমস্কৰী।

ব্যাখ্যা—ৱেণৌ (ৱেণু ৱাচ্যে সতি) মস্কৰঃ (পদঃ কথিতঃ), পৰিব্ৰাজি (পৰিব্ৰাট্ ৱাচ্যে সতি) তু মস্কৰী (শব্দঃ সিদ্ধঃ স্যাৎ)।

সৰলাৰ্থ—বেণু (বাদ্য বিশেষক) বুজালে মস্কৰ পদ সিদ্ধ হ'ব আৰু সন্ন্যাসীক বুজালে মস্কৰী পদ সিদ্ধ হ'ব।

১৫৯। পৃষোদৰাদয়ো ৱৰ্ণৱিকাৰ নাশনাদিভিঃ।

ব্যাখ্যা—ৱৰ্ণৱিকাৰ নাশনাদিভিঃ )ৱৰ্ণৱিকাৰ নাশন সন্তঃ) পৃষোদৰাদয়ঃ (পৃষোদৰাদি শব্দাঃ) শিষ্টৈঃ নিপাত্যন্তে।

সৰলাৰ্থ—বৰ্ণবিকাৰ আৰু বৰ্ণ নাশ কৰি পৃষোদৰ আদি কিছুমান শব্দ শিষ্টসকলে সিদ্ধ কৰিছে। উদাহৰণ—মুকুন্দঃ।

১৬০। লক্ষণৈৰ্নোপপন্না যেশব্দা ৰূঢ়া ইহৈৱতে।
ৱিজ্ঞাতব্যা লিঙ্গসংখ্যাদয়ো-লোক-প্ৰসিদ্ধিতঃ ॥

ব্যাখ্যা—লক্ষণৈৰ্নোপপন্নাঃ (লক্ষণে নাসিদ্ধাঃ) যে শব্দাঃ (ত শব্দাঃ) ৰূঢ়া (ভৱন্তি), ইহৈৱ (অস্মিন্নেৱতে শব্দাঃ) লোক প্ৰসিদ্ধিতঃ (লোক ব্যৱহাৰতঃ) লিঙ্গসংখ্যাদয়ঃ ৱিজ্ঞাতব্যাঃ (ৱিবিধ কল্পেন) ৱোদ্ধব্যাঃ)।

সৰলাৰ্থ—লক্ষণ অৰ্থাৎ বুৎপত্তিগত অৰ্থৰ দ্বাৰা যি শব্দ প্ৰতিপন্ন কৰা নহ'ব সেই শব্দবোৰ ৰূঢ় শব্দ হ'ব আৰু বিবিধ প্ৰকাৰে লোক ব্যৱহাৰৰ কাৰণে লিঙ্গসংখ্যা আদি প্ৰাপ্ত হ'ব। উদাহৰণ—অশীতিঃ।

১৬১। ছন্দসিসৰ্ব্বে ৱিধয়ো ৱিজ্ঞাতব্যা ৱিকল্পেন।

ব্যাখ্যা—ছন্দসি (ৱেদে পদ্যে চ) সৰ্ব্বে ৱিধয়ঃ ৱিকল্পেন ৱিজ্ঞাতব্যাঃ (বোদ্ধব্যাঃ)।

সৰলাৰ্থ—ৱেদ আৰু পদ্য বিষয়ত সকলোবোৰ নিয়ম বিকল্পে প্ৰযোজ্য হ'ব। উদাহৰণ—তে অগ্রে।

১৬২। ৱহুলং ব্যত্যয় মাহুঃ সোঽপি সুপাং সুপ্তিঙাংতিঙ্চ।

ব্যাখ্যা—ৱহুলং (ৱেদে পদ্যে চ যথাস্যাৎ তথা) সঃ অপি সুপাং সুপ্ তিঙাং তিঙ্চ ব্যত্যয়ং—আহুঃ (ৱদন্তি)।

সৰলাৰ্থ---ইচ্ছানুসৰি বেদ আৰু পদ্য বিষয়ত সুপ্ আৰু তিঙ্ বিভক্তিৰ ব্যৱহাৰত কেতিয়াবা ব্যতিক্ৰম হ'ব। উদাহৰণ--- শৃণুহি।

১৬৩। প্ৰকৃতেঃপ্ৰত্যয়স্যাপি সম্বন্ধ নিয়মং ৱিনা।
ৱৰ্ণ-সংজ্ঞানুৱন্ধী-যঃকাৰ্য্যঃ স সন্ধি-ৰুচ্যতে ॥

ব্যাখ্যা---প্ৰকৃতেঃ (মূলস্য) প্ৰত্যয়স্যাপি (ৱিভক্ত্যাদীনমপি) সম্বন্ধ নিয়মং ৱিনা (ৱৰ্জ্জয়িত্বা) ৱৰ্ণ সংজ্ঞানাং অনুবন্ধী যঃ-কাৰ্য্যঃ-সঃ-সন্ধিঃ-উচ্যতে।

সৰলাৰ্থ---প্ৰকৃতি আৰু প্ৰত্যয়ৰ সম্বন্ধ নিয়ম নৰখাকৈ বৰ্ণৰ পিছত যি কাৰ্য্য কৰা হ'ব তাকেই সন্ধি বুলি কোৱা হ'ব।

১৬৪। ৱিলম্বিতোচ্চাৰণেতু-সন্ধ্যভাৱঃ ক্বচিদ্ভৱেৎ।

ব্যাখ্যা---ৱিলম্বিতোচ্চাৰণেতু (ৱিলম্বিতোচ্চাৰণাদ্ধেতোঃ) ক্বচিৎ (কুত্ৰচিৎ) সন্ধ্যাভাৱঃ ভৱেৎ।

সৰলাৰ্থ---উচ্চাৰণত বিলম্ব হ'লে কেতিয়াবা সন্ধিৰ অভাৱ হ'ব।

বাম জানুনি তদ্ধস্ত ভ্ৰমণং যাৱতা ভৱেৎ।
কালেন তাবতা মাত্ৰা বিদ্বদ্ভিঃ পৰিকীৰ্ত্তিতা ॥

শ্ৰুতবোধ---এক মাত্ৰো ভৱেদ্ হ্ৰস্বো দ্বিমাত্ৰো-দীৰ্ঘ উচ্যতে।
ত্ৰিমাত্ৰস্তু প্লুতো জ্ঞেয়ো ব্যঞ্জনঞ্চাৰ্দ্ধ মাত্ৰকমিতি ॥

(ইতি সন্ধি প্ৰকৰণম্)

# স্বৰান্ত শব্দ সাধ্য বিন্যাসঃ।

মঙ্গলাচৰণম্—

ইন্দীৱৰ-দলপ্ৰায়-সুকুমাৰায় তত্বিষে।
নমোনন্দ কুমাৰায় পৰায় দনুজদ্বিষে।

ব্যাখ্যা—ইন্দীৱৰদল প্ৰায় (নীলোৎপল পত্ৰ সদৃশী) সুকুমাৰায় (শোভন-ৱালকায়) তত্বিষে (কান্তি যুক্তায়) দনুজদ্বিষে (দানৱ হনন কৰ্ত্ৰে) পৰায় (পৰমোৎকৃষ্টায় নন্দ কুমাৰায় (নন্দসুতায় চ) নমঃ (নমস্কাৰঃ)।

সৰলাৰ্থ—নীলোৎপল পত্ৰ সদৃশ কান্তিযুক্ত শোভাকৰ, দানৱ হননকাৰী পৰমোৎকৃষ্ট নন্দকুমাৰ শ্ৰীকৃষ্ণক নমস্কাৰ কৰোঁ।

১। শব্দোঽৰ্থৱাল্লিঙ্গসংজ্ঞো ৱিভক্তিধাতু ৱৰ্জ্জিতঃ।

ব্যাখ্যা—ৱিভক্তি ধাতু ৱৰ্জ্জিতঃ (ৱিভক্তি ধাতুভিন্নঃ) অৰ্থৱান্ (তাৎ-পৰ্য্যাৰ্থে ৱৃত্তিমান্ শব্দঃ) লিঙ্গসংজ্ঞঃ (লিঙ্গসংজ্ঞকং স্যাৎ)।

সৰলাৰ্থ—বিভক্তি আৰু ধাতু ভিন্ন অৰ্থযুক্ত শব্দৰ লিঙ্গসংজ্ঞা হ'ব। উদাহৰণ—ৰাজা।

২। শব্দানুকৰণে ধাতু ৱিভক্ত্যোৰ্লিঙ্গ সংজ্ঞকে।

ব্যাখ্যা—শব্দানুকৰণে উশব্দানুকৰণৰূপে) ধাতু ৱিভক্ত্যোঃ (মুখ্য ধাতুবাচক সংখ্যাদি ব্যাপাৰ ৱোধকয়োঃ) লিঙ্গ সংজ্ঞকে ভৱতঃ।

সৰলাৰ্থ—শব্দ হিচাপে ব্যৱহাৰ হোৱা মুখ্য ধাতু আৰু সংখ্যা বোধক বিভক্তিৰ লিঙ্গ সংজ্ঞা হ'ব। উদাহৰণ—সি।

৩। এধাদয়ো ধাতৱঃ স্যুঃ।

ব্যাখ্যা—এধাদয়ঃ (অসিদ্ধতাৱস্থা ক্ৰিয়া মাত্ৰ ভাৱকাঃ) ধাতৱঃ (ধাতু সংজ্ঞাঃ স্যুঃ)।

সৰলাৰ্থ—বিভক্তিযুক্ত নোহোৱা এধ আদিৰ ধাতু সংজ্ঞা হ'ব। উদাহৰণ—এধ-ৱৃদ্ধৌ।

৪। ৱিভক্তিস্সুপ্ তিঙৌ স্মৃতে।

ব্যাখ্যা—সপ্তিঙৌ (সুপ্ সপ্ত ৱিভক্তয়ঃ তিঙ্ দশৱিভক্তয়ঃ) ৱিভক্তী স্মৃতে (দ্বে ৱিভক্তী সংজ্ঞকে ভৱতঃ)।

সৰলাৰ্থ—সুপ্ (সাত প্ৰকাৰৰ) আৰু তিঙ্ (দহ প্ৰকাৰৰ) উভয়কে বিভক্তি বুলি কোৱা হ'ব।

৫। ৱিভক্তি স্তদ্ধিতাখ্যাত-কৃতশ্চ প্ৰত্যয়া মতাঃ।

ব্যাখ্যা—ৱিভক্তি-তদ্ধিত-আখ্যাত-কৃতশ্চ প্ৰত্যয়াঃ (প্ৰত্যয় সংজ্ঞাঃ) মতাঃ (উক্তাঃ)।

সৰলাৰ্থ—বিভক্তি-তদ্ধিত-আখ্যাত (ষণাদি) কৃত আৰু জা-ঈ-প্ৰত্যয়ৰো প্ৰত্যয় সংজ্ঞা হ'ব।

৬। লিঙ্গাৎপৰা ৱিধীয়ন্তে সপ্তৈতাঃ সুব্বিভক্তয়ঃ।

ব্যাখ্যা—এতাঃ (পৰোক্তাঃ) সপ্ত সুপ্ ৱিভক্তয়ঃ (সি-ঔ-জসাদয়ঃ) লিঙ্গাৎ পৰাঃ (লিঙ্গ মাত্ৰাৎপৰাঃ) ৱিধীয়ান্তে (কথ্যন্তে)।

সৰলাৰ্থ—তলত উল্লেখ কৰা সি-ঔ-জস্ আদি কৰি সাতপ্ৰকাৰৰ সুপ বিভক্তি লিঙ্গৰ পিছত ব্যৱহাৰ কৰা হ'ব।

৭। প্ৰথমাদ্যভিধানাস্তা ৱচনৈঃ স্যুস্ত্ৰিভি স্ত্ৰিভিঃ।

ব্যাখ্যা—তাঃ (সপ্ত সুপ্ ৱিভক্তয়ঃ) ত্ৰিভিঃ ত্ৰিভিঃ ৱচনৈঃ (মিলিতাঃ-সপ্তঃ) প্ৰথমাদ্যাভিধানাঃ-স্যুঃ (প্ৰথমাদি সংজ্ঞাঃ স্যুঃ)।

সৰলাৰ্থ—সেই সাত প্ৰকাৰৰ সুপ্ বিভক্তি তিনিটা তিনিটা বচন লগ হৈ প্ৰথমাদি সংজ্ঞা হ'ব অৰ্থাৎ প্ৰথমৰপৰা ক্ৰমে সপ্তমীলৈকে হ'ব।

৮। আসাং ৱিধান নিয়মঃ পূৰস্তাদভিধাস্যতে।

ব্যাখ্যা—অসাং (প্ৰথমাদি সংজ্ঞানাং) ৱিধান নিয়মঃ (ৱিধানস্যনিয়মঃ) পুৰস্তাৎ (অগ্ৰে কাৰকাদি প্ৰকৰণে) অভিধাস্যতে (কথ্যতে)।
সপ্ত সুপ্ৱিভক্তয়ঃ—যথা—
সি ঔ জস্—প্ৰথমা, অম্ ঔ শস্—দ্বিতীয়া,
টা ভ্যাম্ ভিস্—তৃতীয়া, ঙে ভ্যাম্ ভ্যস্—চতুৰ্থী,
ঙসি ভ্যাম্ ভ্যস্ পঞ্চমী, ঙস্ ওস্ আম্—ষষ্ঠী,
ঙি ওস্ সু-সপ্তমীতি ভৱন্তি।

সৰলাৰ্থ---প্ৰথমাদি বিভক্তিৰ ব্যৱহাৰৰ নিয়মবোৰ আগত কাৰক প্ৰকৰণত কোৱা হ'ব। সুপ্ বিভক্তি যেনে---
সি ঔ জস্---প্ৰথমা। অস্ ঔ শস্---দ্বিতীয়া।
টা ভ্যাম্ ভিস্---তৃতীয়া। ঙে ভ্যাম্ ভ্যস্---চতুৰ্থী।
ঙসি ভ্যাস্ ভ্যস্---পঞ্চমী। ঙস্ ওম্ আম্---ষষ্ঠী।
ঙি ওস্ সু---সপ্তমী। এই সাত প্ৰকাৰৰ সুপ্ বিভক্তি।

৯। প্ৰক্ৰমতো নাম্না স্যুস্তান্যপ্যেক দ্বি ৰহুৰচনানি।

ব্যাখ্যা---প্ৰক্ৰমতঃ (প্ৰকৃষ্ট ক্ৰমানুসাৰাৎ) তানি (প্ৰথমাদীনি) ত্ৰীনি ত্ৰীণি ৰচনানি (সি ঔ জসিত্যাদীনি) নাম্না (নাম স্বৰূপেন) একদ্বিৰহুৰচনানি (এক ৰচন-দ্বি ৰচন-ৰহু ৰচন পদ ৰাচ্যানি) স্যুঃ (ভৱেয়ুঃ)।

সৰলাৰ্থ---প্ৰকৃষ্ট ক্ৰম হেতুকে সেই প্ৰথমাদি বিভক্তিবোৰৰ প্ৰত্যেকৰে তিনিটা বচনৰ ক্ৰমে---সি একবচন, ঔ দ্বি বচন আৰু জস্ বহুবচন হ'ব। এইদৰে প্ৰথমা বিভক্তিৰ পৰা সপ্তমী বিভক্তিলৈকে বচন-বোৰ হ'ব।

১০। ৰাচ্যেষ্বেক দ্বি ৰহুষু কাৰ্য্যাণ্যেতত্তিঙা সদৃশম্।

ব্যাখ্যা---ৰাচ্যেষু (এক-দ্বি-ৰহু ৰচনেষু) এতৎ তিঙা সদৃশম্ (আখ্যাতেন তুল্যং) কাৰ্য্যানি স্যুঃ (ভৱেয়ু)।

সৰলাৰ্থ---এই কাৰ্য্যবোৰ অৰ্থাৎ এক বচন, দ্বিবচন আৰু বহুবচন প্ৰক্ৰিয়াবোৰ আখ্যাতৰ (তিঙ্ বিভক্তিৰ) লগত একে ধৰণৰ হ'ব।

১১। আত্মন্যাদৰণীয়ে চ একত্বেঽপি ৰহুত্বৰৎ।

ব্যাখ্যা---আত্মনি (ৰক্তৰি) আদৰণীয়েচ (গুৰ্ব্বাদৌচ ৰাচ্যেসতি) একত্বে (একস্মিন্ ৰাচ্যে) ৰহুত্বৰৎ (ৰহুবচনংস্যাৎ) অপিশব্দাৎ) দ্বিৰচনত্বে ৰহুৰচনং স্যাৎ)।

সৰলাৰ্থ---নিজে কোৱা অৰ্থ বুজালে, গুৰু আদি পুজনীয় ব্যক্তি বিষয়ে বাচ্য কৰিলে, এক বচনৰ ঠাইত বহু বচনৰ হ'ব আৰু দ্বিবচনৰ ঠাইতো বহু বচন হ'ব। উদাহৰণ---বন্দামহে।

১২। ঘুটঃ স্যৌজসমৌ স্ত্ৰীপুংসয়োঃ স্যুঃ।

ব্যাখ্যা---স্ত্ৰীপুংসয়োঃ (স্ত্ৰী লিঙ্গ পুংলিঙ্গয়োঃ ৰাচ্যয়োঃ সতোঃ স্যৌজসমৌ (সি-ঔ-জস্-অম্-ঔ এষাং) ঘুটঃ (ঘুট্-সংজ্ঞাঃস্যুঃ)।

সৰলাৰ্থ---স্ত্ৰীলিঙ্গ আৰু পুংলিঙ্গ বাচ্য কৰিলে সি-ঔ-জস্-অম-ঔ বিভক্তিৰ ঘুট্ সংজ্ঞা হ'ব।

১৩। শিৰ্ণপুংসকে।

ব্যাখ্যা---নপুংসকে (লিঙ্গে ৰাচ্যে সতি) শিঃ---ঘুট্ স্যাৎ)।

সৰলাৰ্থ---নপুংসক লিঙ্গ বাচ্য হ'লে শি বিভক্তিৰ ঘুট্ সংজ্ঞা হব।

১৪। আমন্ত্ৰিতে সিঃ সম্বুদ্ধিঃ।

ব্যাখ্যা---আমন্ত্ৰিতে (আমন্ত্ৰণ অৰ্থে ৰাচ্যেসতি) সিঃ (সি বিভক্তেঃ) সম্বুদ্ধিঃ (সম্বুদ্ধিঃ সংজ্ঞঃস্যাৎ)।

সৰলাৰ্থ---আমন্ত্ৰণ কৰা অৰ্থ বুজালে সি বিভক্তিৰ সম্বুদ্ধি সংজ্ঞা হ'ব।

১৫। উপান্ত ঊপধোচ্যতে।

ব্যাখ্যা---উপান্তঃ (অন্তস্য প্ৰাগ্ৰৰ্ণঃ) উপধা ‑উচ্যতে (উপধাসংজ্ঞা কথ্যতে)।

সৰলাৰ্থ---পদৰ অন্ত বৰ্ণৰ আগৰ বৰ্ণৰ উপধা সংজ্ঞা হ'ব বুলি কৈছে।

১৬। আ প্ৰত্যয়ান্ত শব্দাঃ শ্ৰদ্ধা সংজ্ঞাঃস্যুঃ।

ব্যাখ্যা---আ প্ৰত্যয়ান্ত শব্দাঃ শ্ৰদ্ধা সংজ্ঞা স্যুঃ (ভৱেয়ুঃ)।

সৰলাৰ্থ---আ প্ৰত্যয়ান্ত শব্দবোৰৰ শ্ৰদ্ধা সংজ্ঞা হ'ব।

১৭। ইদুদগ্নিঃ।

ব্যাখ্যা---ইদুৎ (ইকাৰান্ত-উকাৰান্ত শব্দাঃ) অগ্নিঃ (অগ্নিসংজ্ঞকংস্যাৎ)।

সৰলাৰ্থ---ইকাৰান্ত আৰু উ কাৰান্ত শব্দৰ অগ্নি সংজ্ঞা হ'ব।

১৮। স্ত্ৰীলিঙ্গাৰীদূতৌ-ধাত্বনৱয়বৌ-নদীসংজ্ঞৌ।

ব্যাখ্যা---ধাত্বনৱয়বৌ (ধাতু-অৱয়ব ভিন্নৌ) স্ত্ৰীলিঙ্গাৰীদুতৌ (স্ত্ৰীলিঙ্গ ঈকাৰান্ত-উকাৰান্ত শব্দৌ) নদী সংজ্ঞৌ (নদী সংজ্ঞকৌ স্তঃ)।

সৰলাৰ্থ---ধাতুৰ ঈকাৰ উকাৰ ভিন্ন স্ত্ৰীলিঙ্গবাচক ঈকাৰান্ত আৰু উকাৰান্ত শব্দৰ নদী সংজ্ঞা হ'ব।

১৯। লোপ্যোঽনুৰন্ধঃ।

ব্যাখ্যা---অনুৱন্ধঃ (উচ্চাৰণাৰ্থ মনুসংহিতঃ ৰৰ্ণঃ) লোপ্যঃ (ভৱন্তিৰ্লোপঃ কাৰ্য্যঃ)।

সৰলাৰ্থ---উচ্চাৰণৰ সুবিধাৰ কাৰণে ব্যৱহাৰ হোৱা বৰ্ণৰ আপোনা-লোকে লোপ কৰিব।

২০। সোঽন্তস্য ৱিসৰ্গোঽৰ্ণে ৱিৰাময়োঃ ।

ব্যাখ্যা---অৰ্ণে ৱিৰাময়োঃ ( অৰ্ণে বিৰাময়োঃ পৰয়োঃ সতোঃ ) অন্তস্য সঃ (পদান্ত সকাৰস্য স্থানে ৱিসৰ্গঃ স্যাৎ)।

সৰলাৰ্থ---অৰ্ণ সংজ্ঞা পিছত থাকিলে আৰু বিৰাম হ'লে অৰ্থাৎ পিছত স্বপদৰ অভাৱ হ'লে পদান্ত (পৰত্ৰ স্বপদাভাৱঃ বিৰামঃ) স বৰ্ণৰ ঠাইত বিসৰ্গ হ'ব।

২১। ৰেফস্যতু পদান্তস্য ।

ব্যাখ্যা---অৰ্ণে ৱিৰামে চপৰে, পদান্তস্য (পদান্ত স্থিতস্য) তু (কিন্তু) ৰেফস্য স্থানে ৱিসৰ্গঃ স্যাৎ।

সৰলাৰ্থ---অৰ্ণ সংজ্ঞা পিছত থাকিলে আৰু বিৰাম হ'লে পদান্ত ৰকাৰৰ ঠাইত বিসৰ্গ হ'ব।

২২। নাগ্ৰেস্যুঃষণ সন্ধয়ঃ ।

ব্যাখ্যা---অগ্ৰে (সূত্ৰকাৰ্য্যাদগ্ৰে) ষ্ৰণ সন্ধয়ঃ (ষত্ব-ণত্ব-সন্ধ্যাদি কাৰ্য্যানি) ন স্যুঃ (ন ভৱেয়ুঃ)।

সৰলাৰ্থ---সূত্ৰ কাৰ্য্যৰ আগত ষত্ব ণত্ব যুক্ত সন্ধি আদিৰ কাৰ্য্য কৰা নহ'ব। উদাহৰণ---সপিষ্ষু।

২৩। অথ লিঙ্গাধিকাৰঃ ।

ব্যাখ্যা---অথ (অনন্তৰং) লিঙ্গাধিকাৰঃ (তদ্ধিত প্ৰকৰণপৰ্য্যন্তং) লিঙ্গাধি-কাৰঃ উচ্যতে।

সৰলাৰ্থ---ইয়াৰ পিছত তদ্ধিত প্ৰকৰণপৰ্য্যন্ত লিঙ্গাধিকাৰ বুলি কোৱা হ'ব।

২৪। যৱিধৌ প্ৰত্যয়স্য পৰিগ্ৰহঃ ।

ব্যাখ্যা---যৱিধৌ (তস্মিন্ ৱিধানে) প্ৰত্যয়স্য পৰিগ্ৰহঃ (গ্ৰহণং ভৱতি)।

সৰলাৰ্থ---য বিধি অৰ্থাৎ যকাৰ আৰু বকাৰ হোৱা নিয়মবোৰৰ দ্বাৰা প্ৰত্যয়ৰ য আৰু বকাৰ গ্ৰহণ কৰা হ'ব।

২৫। সামান্যগ্ৰাহকাভাৱে ৱিভক্তি ৰনুৱৰ্ত্ততে।

ব্যাখ্যা---সামান্য গ্ৰাহকাভাৱে (লিঙ্গ ৱিভক্ত্যধিকাৰে ৱিশেষকাৰ্য্যানুক্তৌ সত্যাং) ৱিভক্তিঃ ৰনুৱৰ্ত্ততে (ৱিভক্তিকাৰ্য্যমনুৱৰ্ত্ততে)।

সৰলাৰ্থ—লিঙ্গ আৰু বিভক্তি আদিৰ বিশেষ নিয়মৰ উল্লেখ নেথাকিলে সন্ধিৰ কাৰ্য্যাদি কৰা হ'ব। উদাহৰণ—শ্ৰীশঃ।

২৬। অদন্তাদিক্ৰমে ণাত্ৰ শব্দানাং সাধ্যমুচ্যতে।

ব্যাখ্যা—অত্ৰ (প্ৰকৰণে) ক্ৰমেন (যথাক্ৰমানুসাৰেণ) অদন্তাদি শব্দানাং (যথাবিধিঃ) সাধ্যমুচ্যতে (সাধনং কথ্যতে)।

সৰলাৰ্থ—এই প্ৰকৰণত যথাক্ৰমে অদন্তাদি শব্দৰ সাধনীয় নিয়মবোৰৰ উল্লেখ কৰা হ'ব।

২৭। অকাৰাদমোঽকাৰ-লোপঃ।

ব্যাখ্যা—অকাৰাৎ (পৰস্য) অমঃ (অম্ ৱিভক্তেঃ) অকাৰঃ লোপঃ (অকাৰস্য লোপো ভৱতি)।

সৰলাৰ্থ—অকাৰৰ পিছত থকা অম্ বিভক্তিৰ অকাৰৰ লোপ হ'ব। উদহাৰণ—শ্ৰীশম্।

২৮। শসান্।

ব্যাখ্যা—অকাৰাৎ পৰস্য, শস্ (শস্ ৱিভক্তিঃস্থানে) আন্স্যাৎ।

সৰলাৰ্থ—অকাৰৰ পিছত থকা শস্ বিভক্তিৰ ঠাইত আন হ'ব। উদাহৰণ—শ্ৰীশান্।

২৯। টা ইন।

ব্যাখ্যা—(অকাৰাৎ পৰস্য) টা (ৱিভক্তিঃ স্থানে) ইন স্যাৎ।

সৰলাৰ্থ—অকাৰৰ পিছত থকা টা বিভক্তিৰ ঠাইত ইন হ'ব। উদাহৰণ—শ্ৰীশেন।

৩০। ভ্যাম্যকাৰস্য আ।

ব্যাখ্যা—ভ্যামি (পৰে সতি) অকাৰস্য (পূৰ্ব্ব পদান্তস্যঅকাৰস্যস্থানে) আ স্যাৎ।

সৰলাৰ্থ—ভ্যাম্ বিভক্তি পিছত থাকিলে পূৰ্ব্ব পদান্ত অকাৰৰ ঠাইত আ হ'ব। উদাহৰণ—শ্ৰীশাভ্যাম্।

৩১। এ সুভোঃ স্যাৎ।

ব্যাখ্যা—সুভোঃ (ৱিভক্ত্যোঃ পৰয়োঃ সতোঃ) পূৰ্ব্ব পদান্তস্য অকাৰস্য স্থানে এস্যাৎ।

সৰলাৰ্থ—সু আৰু ভ্যস্ বিভক্তি পিছত থাকিলে পূৰ্ব্বপদান্ত অকাৰৰ ঠাইত একাৰ হ'ব। উদাহৰণ—শ্ৰীশেষু।

৩২। অকাৰাদ্ভিসৈস্ ।

ব্যাখ্যা—অকাৰাৎ (পৰস্য) ভিস্ (ৱিভক্তিঃ স্থানে) ঐস্ স্যাৎ।

সৰলাৰ্থ—অকাৰৰ পিছত থকা ভিস্ বিভক্তিৰ ঠাইত ঐস্ হ'ব। উদাহৰণ—শ্ৰীশৈঃ।

৩৩। ঙে অয় স্যাৎ ।

ব্যাখ্যা—(অকাৰাৎ পৰস্য) ঙে (ৱিভক্তিঃ স্থানে) অয় স্যাৎ।

সৰলাৰ্থ—অকাৰৰ পিছত থকা ঙে বিভক্তিৰ ঠাইত অয় হ'ব। উদাহৰণ—শ্ৰীশায়।

৩৪। ঙসে ৰাৎ ।

ব্যাখ্যা—(অকাৰাৎপৰস্য) ঙসেঃ (ঙসি ৱিভক্তি স্থানে) আৎ স্যাৎ।

সৰলাৰ্থ—অকাৰৰ পিছত থকা ঙসি বিভক্তিৰ ঠাইত আৎ হ'ব। উদাহৰণ—শ্ৰীশাৎ।

৩৫। ঙসঃ স্যো ভৱতি।

ব্যাখ্যা—(অকাৰাৎ পৰস্য) ঙসঃ (ঙস্ ৱিভক্তিঃ স্থানে) স্যঃ (স্য) ভৱতি।

সৰলাৰ্থ—অকাৰৰ পিছত থকা ঙস্ বিভক্তিৰ ঠাইত স্য হ'ব। উদাহৰণ—শ্ৰীশাৎ।

৩৬। ওসি যুক্।

ব্যাখ্যা—ওসি (ওস্ ৱিভক্তৌ পৰে সতি) অকাৰাৎ পৰস্য যুক্ স্যাৎ।

সৰলাৰ্থ—ওস্ বিভক্তি পিছত থাকিলে পূৰ্ব্ব পদান্ত অকাৰৰ পিছত যুকৰ য হ'ব। উদাহৰণ—শ্ৰীশয়োঃ।

৩৭। আম্যনুট্ স্যাৎ ।

ব্যাখ্যা—আমি (আম্‌ৱিভক্তৌ পৰে সতি) অকাৰাৎ পৰঃ অনুটুস্যাৎ।

সৰলাৰ্থ—আম্ বিভক্তি পিছত থাকিলে পূৰ্ব্ব পদান্ত অকাৰৰ পিছত অনুটৰ অন হ'ব। উদাহৰণ—শ্ৰীশানাম্।

৩৮। অথাদন্তাঃ।

ব্যাখ্যা---অথ (অদন্ত শব্দ সাধ্য কথনান্তৰং) আদন্তাঃ (আকাৰান্তাঃ শব্দাঃ) উচ্যন্তে।

সৰলাৰ্থ---অদন্ত অৰ্থাৎ অকাৰান্ত শব্দ সাধ্য কোৰাৰ পিছত আদন্ত অৰ্থাৎ আকাৰান্ত শব্দৰ সাধ্য কোৰা হ'ব।

৩৯। সের্ল্লোপঃ শ্ৰদ্ধায়াঃ।

ব্যাখ্যা---শ্ৰদ্ধায়াঃ (শ্ৰদ্ধা সংজ্ঞক শব্দাৎ পৰস্য) সেঃ সি ৱিভক্তের্ল্লোপঃ স্যাৎ।

সৰলাৰ্থ---শ্ৰদ্ধা সংজ্ঞক শব্দৰ পিছত সি বিভক্তিৰ লোপ হ'ব। উদাহৰণ---শ্ৰদ্ধা।

৪০। ঔৰী-স্যাৎ।

ব্যাখ্যা---শ্ৰদ্ধা সংজ্ঞক শব্দাৎ পৰস্য, ঔঃ (ঔ ৱিভক্তেঃ) ঈঃ (ঈকাৰঃ) স্যাৎ।

সৰলাৰ্থ---শ্ৰদ্ধা সংজ্ঞক শব্দৰ পিছত থকা ঔ বিভক্তিৰ ঠাইত ঈকাৰ হ'ব। উদাহৰণ---শ্ৰদ্ধে।

৪১। অন্ত এ টৌ সোঃ।

ব্যাখ্যা---টৌসোঃ (টা-ওস্ ৱিভক্ত্যোঃ পৰয়োঃ সতোঃ) শ্ৰদ্ধাসংজ্ঞক শব্দস্য অন্তঃ (স্থানে) এঃ (একাৰঃ স্যাৎ)।

সৰলাৰ্থ---টা আৰু ওস্ বিভক্তি পিছত থাকিলে শ্ৰদ্ধা সংজ্ঞক শব্দৰ শেষত একাৰ হ'ব। উদাহৰণ---শ্ৰদ্ধয়া---শ্ৰদ্ধয়োঃ।

৪২। ঙে ঙসি ঙস্ ঙীনাং য়ৈ য়াস্ য়াস্ য়ামঃ স্যুঃ।

ব্যাখ্যা---শ্ৰদ্ধায়াঃ পৰস্যাং সত্যাং, ঙে-ঙসি-ঙস্-ঙীনাং (ৱিভক্তীনাং স্থানে) ক্ৰমেন য়ৈ-য়াস্-যাস্-য়াম্ঃ আদেশাঃ স্যুঃ (ভৱেয়ুঃ)।

সৰলাৰ্থ---শ্ৰদ্ধা সংজ্ঞক শব্দৰ পিছত থকা ঙে-ঙসি-ঙস্ আৰু ঙি বিভক্তিৰ ঠাইত যথাক্ৰমে য়ৈ-য়াস্-যাস্ আৰু য়াম্ আদেশ হ'ব। উদাহৰণ---শ্ৰদ্ধায়ৈ-শ্ৰদ্ধায়াঃ-শ্ৰদ্ধায়াম্।

৪৩। নুৰামি স্যাৎ।

ব্যাখ্যা---আমি (আম্ ৱিভক্তৌ পৰে সতি) শ্ৰদ্ধায়াঃ পৰায়াঃ নুঃ (নুৰাদেশঃ স্যাৎ)।

সৰলাৰ্থ—আম্ বিভক্তি পিছত থাকিলে শ্ৰদ্ধা সংজ্ঞক শব্দৰ পিছত নুৰ্ ন আদেশ হ'ব। উদাহৰণ—শ্ৰদ্ধানাম্।

৪৪। হ্ৰস্বাৎ সম্বুদ্ধি লোপঃ।

ব্যাখ্যা—হ্ৰস্বাৎ (পদান্তাৎ পৰঃ) সম্বুদ্ধি লোপঃ (সম্বুদ্ধের্লোপঃ স্যাৎ)।

সৰলাৰ্থ—অকাৰান্ত পদৰ পিছত সম্বুদ্ধি সংজ্ঞাৰ লোপ হ'ব। উদাহৰণ—হে শ্ৰীশ।

৪৫। অস্মিন্ শ্ৰদ্ধায়া অন্ত এভৱেৎ।

ব্যাখ্যা—অস্মিন্ (সম্বুদ্ধি লোপে সতি) শ্ৰদ্ধায়াঃ (শ্ৰদ্ধা সংজ্ঞায়াঃ) অন্তঃ (আকাৰস্য স্থানে) এভৱেৎ।

সৰলাৰ্থ—সম্বুদ্ধি সংজ্ঞা শ্ৰদ্ধা সংজ্ঞক শব্দৰ শেষৰ আকাৰৰ ঠাইত একাৰ হ'ব। উদাহৰণ—হে শ্ৰদ্ধে।

৪৬। অদম্বাদেঃ।

ব্যাখ্যা—অস্মিন্ সম্বুদ্ধি লোপে সতি, অম্বাদেঃ (অম্বাদিমাতৃ ৱাচকানাং শব্দানাং) অন্তঃ (অন্ত আকাৰস্থানে) অৎ (অকাৰঃ স্যাৎ)।

সৰলাৰ্থ—সম্বুদ্ধি সংজ্ঞা লোপ হ'লে অম্বা আদি মাতৃবাচক শব্দবোৰৰ শেষৰ আকাৰৰ ঠাইত অকাৰ হ'ব। উদাহৰণ—হে অম্ব।

৪৭। তলন্তস্য ৱা।

ব্যাখ্যা—অস্মিন্ সম্বুদ্ধি লোপে সতি, তলন্তস্য (তল্ প্ৰত্যয়ান্ত শব্দস্য) অন্তস্য (অন্ত—আকাৰস্য স্থানে অৎস্যাৎ) ৱা (ৱিকল্পেন) এত্বঞ্চ স্যাৎ।

সৰলাৰ্থ—সম্বুদ্ধি লোপ হলে তল্ প্ৰত্যয়ান্ত শব্দৰ শেষৰ আকাৰৰ ঠাইত অকাৰ হ'ব আৰু বিকল্পে একাৰ হব। উদাহৰণ—হে দেৱত—হে দেৱতে।

৪৮। ঙৌ চ।

ব্যাখ্যা—ঙৌ চ (ঙি ৱিভক্তৌ পৰে সতি) তলন্তাঃ—অন্তঃঅৎস্যাৎ।

সৰলাৰ্থ—ঙি বিভক্তি পিছত থাকিলে তল্ প্ৰত্যয়ান্ত শব্দৰ শেষত অকাৰ হ'ব। উদাহৰণ—দেৱত।

৪৮। (ক) ঙের্য্যাম ৱা ।

ব্যাখ্যা---তলন্ত শব্দাৎ পৰস্য, ঙেঃ (ঙি ৱিভক্তৌ স্থানে) ৱা (ৱিকল্পেন যাম্ স্যাৎ ।

সৰলাৰ্থ---তলন্ত শব্দৰ পিছত থকা ঙি বিভক্তিৰ ঠাইত বিকল্পে যাম্ হ'ব । উদাহৰণ----দেৱতায়াম্ ।

৪৯। ইদুদৃতাংগুণঃ ।

ব্যাখ্যা---অস্মিন্ সম্বুদ্ধি লোপে সতি, ইদুদৃতাং (ইকাৰান্ত-উকাৰান্ত-ঋকাৰন্ত শব্দানাং) গুণঃ স্যাৎ ।

সৰলাৰ্থ---সম্বুদ্ধি সংজ্ঞক বৰ্ণৰ লোপ হলে ইকাৰান্ত, উকাৰান্ত আৰু ঋকাৰান্ত শব্দৰ স্বৰ বৰ্ণৰ গুণ হ'ব । উদাহৰণ---অগ্নে ।

৫০। জৰায়া জৰসাদেশঃ পাক্ষিকঃ প্ৰত্যয স্বৰে ।

ব্যাখ্যা---প্ৰত্যয়স্বৰে (পৰে সতি) জৰায়াঃ স্থানে পাক্ষিকঃ (ৱিকল্পেন) জৰসাদেশঃ স্যাৎ ।

সৰলাৰ্থ---প্ৰত্যয়ৰ স্বৰবৰ্ণ পিছত থাকিলে জৰা শব্দৰ ঠাইত বিকল্পে জৰস্ আদেশ হ'ব । উদাহৰণ---জৰসঃ ।

৫১। নপুংসকাদ্বা স্যমোৰম্ ।

ব্যাখ্যা---নপুংসকাৎ (নপুংসক লিঙ্গাৎ পৰঃ) স্যমোঃ (সিঅম্ ৱিভক্ত্যোঃ স্থানে) ৱা (ৱিকল্পেন) অম্ স্যাৎ, অমি সতি জৰসাদেশঃ স্যাৎ ।

সৰলাৰ্থ---নপুংসক লিঙ্গ বুজালে সি আৰু অম্ বিভক্তিৰ ঠাইত বিকল্পে অম্ হব, অম্ হোৱাৰ পিছত জৰা শব্দৰ ঠাইত জৰস্ আদেশ হব । উদাহৰণ---অতিজৰসম্ ।

৫২। অমোলোপশ্চ কেষাঞ্চি ন্মতে ।

ব্যাখ্যা---কেষঞ্চিৎ মতে (কেষঞ্চিৎ পণ্ডিতানাং মতে) জৰসাদেশাৎ পৰং (অমঃ) অম্ ৱিভক্তেঃ লোপশ্চ স্যাৎ ।

সৰলাৰ্থ---কিছুমান পণ্ডিতৰ মতে জৰা শব্দৰ ঠাইত জৰস্ আদেশ হব । শেষত অম্ বিভক্তিৰ লোপ হব । উদাহৰণ---অতি জৰসী।

৫৩। অঘুট্ স্বৰেষু ধাতুনামালোপঃ।

ব্যাখ্যা—অঘুট্ স্বৰেষু (ঘুট্ ভিন্ন স্বৰৱৰ্ণেষু পৰেষুমৎষু) ধাতুনামালোপঃ (ধাতুনাং আকাৰঃ লোপঃ স্যাৎ)।

সৰলাৰ্থ—ঘুট্ সংজ্ঞক ভিন্ন স্বৰবৰ্ণ পিছত থাকিলে ধাতুৰ আকাৰৰ লোপ হব। উদাহৰণ—সোমপঃ।

৫৪। অন্যস্য চ ক্বচিৎ।

ব্যাখ্যা—ক্বচিৎ (প্ৰসিদ্ধ প্ৰয়োগে) অন্যস্য চ (ধাতুভিন্নস্যচ) অঘুট্ স্বৰে পৰে সতি, আ লোপঃ স্যাৎ।

সৰলাৰ্থ—কিছুমান প্ৰসিদ্ধ প্ৰয়োগৰ বাবে ঘুট্ সংজ্ঞা ভিন্ন স্বৰবৰ্ণ পিছত থাকিলে, ধাতুভিন্ন আন পদৰ আকাৰৰ লোপ হ'ব।

* অথ সৰ্ব্ব নাম শব্দাঃ।

ব্যাখ্যা—অথ (আদন্ত শব্দ সাধ্য কথনান্তৰং) সৰ্ব্বনামশব্দাঃ (সাধ্যাৰ্থং সৰ্ব্বনাম শব্দাঃ) উচ্যন্তে।

সৰলাৰ্থ—আকাৰান্ত শব্দ সাধনৰ নিয়মৰ বিষয়ে কোৱাৰ পিছত সৰ্বনাম শব্দৰ সাধ্যক্ৰম কোৱা হ'ব।

৫৫। সংজ্ঞোপসৰ্জ্জনে হিত্বা ৱিশেষাৰ্থ ব্যৱস্থয়া।
সৰ্ব্বাদ্যাঃ সৰ্ব্বনামানি চত্বাৰিংশৎ সমীৰিতাঃ।

ব্যাখ্যা—সংজ্ঞোপসৰ্জ্জনে (নামগৌণে) হিত্বা (ৱৰ্জ্জয়িত্বা) ৱিশষাৰ্থ ব্যৱস্থয়া (হেতুভূতয়া) সৰ্ব্বাদ্যাঃ সৰ্ব্বপ্ৰভৃতয়ঃ চত্বাৰিংশৎ শব্দাঃ সৰ্ব্বনামানি সমীৰিতাঃ (উক্তাঃভৱন্তি)।

সৰলাৰ্থ—সংজ্ঞা আৰু গৌণ অৰ্থ বৰ্জ্জন কৰি বিশেষ ব্যৱস্থা হেতুকে সৰ্ব্ব শব্দকে আদি কৰি চল্লিশটা শব্দ যেনে—সৰ্ব্ব-বিশ্ব-উভ-উভয়-অন্য-অন্যতৰ-ইতৰ-কতৰ-কতম-যতৰ-যতম-ততৰ-ততম-একতৰ-একতম-সম-সিম-নেম-ত্ব-পূৰ্ব্ব-পৰ-অপৰ-অৱৰ-অধৰ-দক্ষিণ-উত্তৰ-স্ব-অন্তৰ-ত্যদ্-তদ্-যদ্-এতদ্-ইদম্-অদস্-কিম্-এক-দ্বি-যুষ্মদ্-অস্মদ্ আৰু ভৱন্ত আদি শব্দবোৰ সৰ্ব্বনাম বুলি কোৱা হ'ব।

—৪

৫৬। অকাৰান্তাৎ সৰ্ব্বনাম্নঃপৰস্য জস ই র্ভ্বেৎ।

ব্যাখ্যা—অকাৰান্তাৎ সৰ্ব্বানাম্নঃ পৰস্যজসঃ (জস্‌ৱিভক্তিঃস্থানে) ইঃ (ইকাৰঃ ভৱেৎ)।

সৰলাৰ্থ—অকাৰান্ত পুংলিঙ্গবাচক সৰ্ব্বনাম শব্দৰ পিছত থকা জস্ বিভক্তিৰ ঠাইত ইকাৰ হব। উদাহৰণ—সৰ্ব্বে।

৫৭। ঙে স্মৈ।

ব্যাখ্যা—অকাৰান্ত সৰ্ব্বনাম্নঃ পৰস্য, ঙে (ৱিভক্তিঃস্থানে স্মৈ স্যাৎ)।

সৰলাৰ্থ—অকাৰান্ত পুংলিঙ্গবাচক সৰ্ব্বনাম শব্দৰ পিছত থকা ঙে বিভক্তিৰ ঠাইত স্মৈ হ'ব। উদাহৰণ—সৰ্ব্বস্মৈ।

৫৮। ঙসেঃ স্মাতৎ।

ব্যাখ্যা—অকাৰান্তাৎ সৰ্ব্বনাম্নঃ পৰস্য, ঙসেঃ (ঙসি ৱিভক্তিঃ স্থানে) স্মাৎ স্যাৎ।

সৰলাৰ্থ—অকাৰান্ত পুংলিঙ্গবাচক সৰ্ব্বনাম শব্দৰ পিছত থকা ঙসি বিভক্তিৰ ঠাইত স্মাৎ হব। উদহাৰণ—সৰ্ব্বস্মাৎ।

৫৯। ঙিঃ স্মিন্ স্যাৎ।

ব্যাখ্যা—অকাৰান্তাৎ সৰ্ব্বনাম্নঃ পৰস্য, ঙিঃ (ঙি ৱিভক্তিঃ স্থানে) স্মিন্ স্যাৎ।

সৰলাৰ্থ—অকাৰান্ত পুংলিঙ্গ বাচক সৰ্ব্বনাম শব্দৰ পিছত থকা ঙি বিভক্তিৰ ঠাইত স্মিন্ হব। উদাহৰণ—সৰ্ব্বস্মিন্।।

৬০। স্বৰান্তাদাম আদি সুঃ।

ব্যাখ্যা—স্বৰান্তাৎ (সৰ্ব্বনাম্নঃ স্বৰান্তাৎ) আম আদিঃ অৱয়বঃ সন্, সুঃ (সুৰাগমঃ স্যাৎ)।

সৰলাৰ্থ—স্বৰান্ত পুংলিঙ্গ বাচক সৰ্ব্বনাম শব্দৰ পিছত থকা আম্ বিভক্তিৰ আগত স আগম হব। উদাহৰণ—সৰ্ব্বেষাম্।

৬১। সমঃ সমস্তে।

ব্যাখ্যা—সমস্তে (অৰ্থে ৱাচ্যে) সমঃ (সম শব্দঃ সৰ্ব্বনামঃ স্যাৎ)।

সৰলাৰ্থ—সমস্ত অৰ্থ বুজালে সম শব্দৰ সৰ্ব্বনাম সংজ্ঞা হব।

৬২। অন্তৰন্তু ৱাহ্যাৰ্থেহ্ পুৰি ।

ব্যাখ্যা—অপুৰি (নগৰাৰ্থ ভিন্নে) ৱাহ্যাৰ্থে (গৃহেৱাচ্যেসতি) অন্তৰন্ত সৰ্ব্বনাম সংজ্ঞঃ স্যাৎ ।

সৰলাৰ্থ—পুৰ্ অৰ্থাৎ নগৰ নুবুজালে আৰু গৃহ আদি ব্যাহ্যাৰ্থ অৰ্থ বুজালে অন্তৰ শব্দৰ সৰ্ব্বনাম সংজ্ঞা হ'ব। উদাহৰণ—অন্তৰস্মিন্ ।

৬৩। অধোহংশুকে ।

ব্যাখ্যা—অধোহংশুকে (পৰিধেয় বস্ত্রে ৱাচ্যে সতি) অন্তৰঃ (সৰ্ব্বনাম সংজ্ঞঃ স্যাৎ) ।

সৰলাৰ্থ—পৰিধেয় বস্ত্ৰ বুজালে অন্তৰ শব্দৰ সৰ্ব্বনাম সংজ্ঞা হব। উদাহৰণ—অন্তৰস্মৈ ।

৬৪। পূৰ্ব্বাদ্যোহৱধি সাপেক্ষঃ ।

ব্যাখ্যা—অৱধি সাপেক্ষঃ (সীমায়াঃ সাপেক্ষঃ) পূৰ্ব্বাদ্যঃ (দিগ্ৱাচকাঃ পূৰ্ব্বাদয়ঃ শব্দাঃ) সৰ্ব্বনাম সংজ্ঞাঃস্যুঃ ।

সৰলাৰ্থ—সীমা অৰ্থ বুজালে পূৰ্ব্বকে আদি কৰি দিশ্ বাচক শব্দবোৰৰ সৰ্ব্বনাম সংজ্ঞা হব। উাদহৰণ—দক্ষিণস্মিন্ ।

৬৫। স্বম জ্ঞাতি ধনাৰ্থকম্ ।

ব্যাখ্যা—অজ্ঞাতি ধনাৰ্থকম্ (জ্ঞা তিভিন্নে ধনাৰ্থকে ৱাচ্যে সতি) স্বম্ (শব্দস্য) সৰ্ব্বনাম সংজ্ঞঃ স্যাৎ ।

সৰলাৰ্থ—জ্ঞাতি ভিন্ন (নিজৰ) ধনাৰ্থক স্ব শব্দৰ সৰ্ব্বনাম সংজ্ঞা হব। উদাহৰণ—স্বেষাম্ ।

৬৬। অল্পাদেৰ্জস ইঃ পক্ষে ।

ব্যাখ্যা—অল্পাদেঃ (অল্পাদি শব্দানাং পৰস্য) জসঃ (জস্ ৱিভক্তিঃ স্থানে) পক্ষে (ৱিকল্পে) ইঃ (ইকাৰঃস্যাৎ) ।

সৰলাৰ্থ—অল্পাদি অৰ্থাৎ অলপমান অৰ্থ বুজোৱা শব্দৰ পিছত থকা জস্ বিভক্তিৰ ঠাইত বিকল্পে ইকাৰ হব। উদাহৰণ—অল্পে ।

৬৭। পূৰ্ব্বাদেঃস্মাৎ স্মিনাৱপি ।

ব্যাখ্যা—পূৰ্ব্বাদঃ (পূৰ্ব্বাদি সৰ্ব্বনাম্নঃপৰস্য) স্মাৎস্মিনাৱপি (ঙসি-ঙি ৱিভক্ত্যোঃ স্থানে) ক্ৰমেন স্মাৎ স্মিনৌ স্যাতাম্ ।

সৰলাৰ্থ—পূৰ্ব্ব আদি সৰ্ব্বনাম শব্দৰ পিছত থকা ঙসি আৰু ঙি বিভক্তিৰ ঠাইত ক্ৰমে স্মাৎ আৰু স্মিন্ হ'ব। উদাহৰণ—পূৰ্ব্বস্মাৎ পূৰ্ব্বস্মিন্।

৬৮। চৰম প্ৰথমাৎ স্মৈ ৱা।

ব্যাখ্যা—চৰম প্ৰথমাৎ (চৰম প্ৰথম শব্দাৎপৰস্য) ঙে ৱিভক্তিঃ স্থানে ৱা (ৱিকল্পেন) স্মৈ স্যাৎ।

সৰলাৰ্থ—চৰম আৰু প্ৰথম শব্দৰ পিছত থকা ঙে বিভক্তিৰ ঠাইত বিকল্পে স্মৈ হব। উদাহৰণ—চৰমস্মৈ।

৬৯। তীয়ান্তাৎ স্মাৎ স্মিনাৱপি।

ব্যাখ্যা—তীয়ান্তাৎ (তীয় প্ৰত্যয়ান্ত শব্দাৎ পৰঃ) ঙসি ঙি ৱিভক্ত্যোঃ স্থানে স্মাৎ স্মিনৌ অপি স্যাতাম্।

সৰলাৰ্থ—তীয় প্ৰত্যয়ান্ত শব্দৰ পিছত থকা ঙসি আৰু ঙি বিভক্তিৰ ঠাইত যথাক্ৰমে স্মাৎ আৰু স্মিন্ হ'ব। উদাহৰণ--দ্বিতীয়স্মাৎ।

৭০। স্মৈ চ ৱা স্যাৎ।

ব্যাখ্যা—তীয় প্ৰত্যয়ান্ত শব্দাৎ পৰঃ (ঙে ৱিভক্তেঃ স্থানে) ৱা (ৱিকল্পেন) স্মৈ চ স্যাৎ।

সৰলাৰ্থ—তীয় প্ৰত্যয়ান্ত শব্দৰ পিছত থকা ঙে বিভক্তিৰ ঠাইত বিকল্পে স্মৈ হব। উদাহৰণ—দ্বিতীয়স্মৈ।

৭১। অসাকাৰস্য সৰ্ব্বাদের্য্যে।

ব্যাখ্যা—স্ত্ৰীলিঙ্গে বিষয়ে, যে (ৱিভক্তি স্থানোৎ পন্নে যকাৰে পৰে সতি) সৰ্ব্বাদেঃ (সৰ্ব্বাদিশব্দস্য পৰস্য) আকাৰস্য স্থানে অস্ স্যাৎ।

সৰলাৰ্থ—স্ত্ৰীলিঙ্গ বিষয়ত, বিভক্তিত উৎপন্ন হোৱা য কাৰ পিছত থাকিলে সৰ্ব্বাদি শব্দৰ আকাৰৰ ঠাইত অস্ হব। উদাহৰণ—সৰ্ব্বস্যৈ।

৭২। তীয়ান্তস্য তু পাক্ষিকঃ।

ব্যাখ্যা—ৱিভক্তেঃ স্থানোৎপন্ন যে পৰে সতি, তীয়ান্তয়স্য (তীয়প্ৰত্যয়ান্ত স্ত্ৰীলিঙ্গ সৰ্ব্বনাম্নঃ পৰস্য) তু পাক্ষিকঃ (কিন্তু ৱিকল্পেন) আকাৰস্য স্থানে অস্ স্যাৎ।

সৰলাৰ্থ—বিভক্তিৰ ঠাইত হোৱা য কাৰ পিছত থাকিলে, তীয় প্ৰত্যয়ান্ত স্ত্ৰীলিঙ্গ বাচক সৰ্ব্বনাম শব্দৰ আকাৰৰ ঠাইত বিকল্পে অস্ হব। উদাহৰণ—দ্বিতীয়স্যৈ।

৭৩। দ্বন্দ্বেতু সৰ্ব্বনামান্তাৎ পাক্ষিকো জস ই ৰ্ভৱেৎ।

ব্যাখ্যা—দ্বন্দ্বেতু (দ্বন্দ্ব সমাসেতু) সৰ্ব্বনামান্তাৎ (সৰ্ব্বনামশব্দাৎ পৰস্য) পাক্ষিকঃ (ৱিকল্পেন) জসঃ (জস্ ৱিভক্তিঃ স্থানে) ইঃ (ইকাৰঃ স্যাৎ)।

সৰলাৰ্থ—দ্বন্দ্ব সমাস হলে সৰ্ব্বনাম শব্দৰ পিছত থকা জস্ বিভক্তিৰ ঠাইত বিকল্পে ইকাৰ হব। উদাহৰণ—ইত্যাৰন্যতৰে।

৭৪। জস্ কাৰ্য্যাদিতৰৎ সৰ্ব্বনাম কাৰ্য্যং ন ৱিদ্যতে।

ব্যাখ্যা—দ্বন্দ্ব সমাসে সতি, সৰ্ব্বনামান্তাৎ পৰস্য, জস্‌কাৰ্য্যাৎ (জস্ ৱিভক্তেঃ কাৰ্য্যাৎ) ইতৰৎ (অন্যৎ) সৰ্ব্বনাম কাৰ্য্যং (সৰ্ব্বনাম শব্দস্য যৎ কাৰ্য্যং তৎ) ন ৱিদ্যতে (ন ভৱতি)।

সৰলাৰ্থ—দ্বন্দ্ব সমাস হলে সৰ্ব্বনাম শব্দৰ শেষত জস্ বিভক্তিৰ যি কাৰ্য্য কৰা হব তাৰ বাহিৰে অৰ্থাৎ জস্ বিভক্তিৰ বাহিৰে আন বিভক্তিৰ সৰ্ব্বনাম শব্দৰ দৰে কাৰ্য্য কৰা নহব। উদাহৰণ—পূৰ্ব্বাপৰায়।

৭৫। তথা তৃতীয়া সমাসেঽসমাসে চ তৃতীয়য়া।

ব্যাখ্যা—তৃতীয়া সমাসে সতি, অসমাসে চ তৃতীয়য়া (সমাসাভাৱেঽপি তৃতীয়ান্ত পদেন সহ) তথা (যস্কাৰ্য্যাদিতৰৎ সৰ্ব্বনাম কাৰ্য্যং ন স্যাৎ)।

সৰলাৰ্থ—তৃতীয়া সমাস হলে আৰু তৃতীয়া সমাসৰ অভাৱ হলেও তৃতীয়ান্ত পদৰ সৈতে জস্ বিভক্তিৰ বাহিৰে আন সৰ্ব্বনাম কাৰ্য্য কৰা নহব। উদাহৰণ—মাসপূৰ্ব্বায়।

৭৬। দিকৃশব্দানাং ৱিদিশ্যৰ্থে ৱহুব্ৰীহৌ ৱিভাষয়া।

ব্যাখ্যা—ৱিদিশ্যৰ্থে (দিশোৰ্ম্মধ্যে অৰ্থে গম্যমানে সতি) ৱহুব্ৰীহৌ (ৱহুব্ৰীহি সমাসে চ সতি) দিক্ শব্দানাং দিগ্‌ৱাচক শব্দানাং) ৱিভষয়া (ৱিকল্পেন) সৰ্ব্বনামকাৰ্য্যমস্তি।

সৰলাৰ্থ—বহুব্ৰীহি সমাস হলে দিক্‌বাচক শব্দৰ মাজৰ দিশক বুজালে বিকল্পে দিক্‌বাচক শব্দৰ সৰ্ব্বনাম শব্দৰ কাৰ্য্যবোৰ কৰা হব। উদাহৰণ—আগ্নেয়্যৈ।

৭৭। অগ্নিভ্যামিদুতৌ স্যাতামৌকাৰস্য।

ব্যাখ্যা—অগ্নিভ্যাং (পৰস্য) ঔকাৰস্য (ঔ ৱিভক্তেঃ স্থানে) ইদুতৌ (ইকাৰ-উকাৰৌ) স্যাতাম্ (ভৱেতাম্)।

সৰলাৰ্থ—অগ্নি সংজ্ঞক শব্দৰ পিছত থকা ঔ বিভক্তিৰ ঠাইত ইকাৰ আৰু উকাৰ হব। উদাহৰণ—ৱহ্নী।

৭৭। (ক) ইদুদগ্নিঃ।

ব্যাখ্যা—ইদুৎ (ইদন্ত উদন্ত লিঙ্গং) অগ্নিঃ (অগ্নিঃ সংজ্ঞঃস্যাৎ)।

সৰলাৰ্থ—ইকাৰান্ত আৰু উকাৰন্ত শব্দৰ অগ্নি সংজ্ঞা হব। উদাহৰণ-অগ্নিঃ।

৭৮। ইঁনুনৌ শসঃ।

ব্যাখ্যা—ইদুন্ত্যাং পৰস্য, শসঃ (শস্ ৱিভক্তেঃ স্থানে) ইনুনৌ (ইন্‌উনৌ স্যাতাম্ (ভৱেতাম্)

সৰলাৰ্থ—অগ্নি সংজ্ঞক শব্দৰ ইকাৰ আৰু উকাৰৰ পিছত থকা শস্ বিভক্তিৰ ঠাইত ক্ৰমে ইন্ আৰু উন্ হব। উদাহৰণ—ৱহ্নীন্।

৭৯। অমাদেৰস্য লুপ্।

ব্যাখ্যা—ইদুন্ত্যাং পৰেষাং, অমাদেঃ (অম্-ঙসি-ঙসাম্-বিভক্তীনাং) অস্যলুপ্ (অকাৰস্যালোপো ভৱতি)।

সৰলাৰ্থ—অগ্নি সংজ্ঞক শব্দৰ ইকাৰ আৰু উকাৰৰ পিছত থকা অম্-ঙসি আৰু ঙস্ বিভক্তিৰ অকাৰৰ লোপ হব। উদাহৰণ—ৱহ্নিম।

৮০। টা না পুংসি।

ব্যাখ্যা—পুংসি (পুংলিঙ্গবিষয়ে) ইদুন্ত্যাং (পৰস্য) টা (টা ৱিভক্তেঃস্থানে) না স্যাৎ।

সৰলাৰ্থ—পুংলিঙ্গ অৰ্থ বুজালে অগ্নি সংজ্ঞক ইকাৰান্ত আৰু উকাৰান্ত শব্দৰ পিছত থকা টা বিভক্তিৰ ঠাইত না হব। উদাহৰণ—ৱহ্নিনা।

৮১। স প্ৰাক্ স্বৰো ঙিৰৌ ।

ব্যাখ্যা—ইদুভ্যাং পৰঃ স প্ৰাকস্বৰঃ (পূৰ্ব্বস্বৰসহিতঃ) ঙিঃ (ঙি ৱিভক্তেঃ স্থানে) ঔঃ স্যাৎ ।

সৰলাৰ্থ—অগ্নি সংজ্ঞা যুক্ত ইকাৰ আৰু উকাৰৰ পিছত থকা ঙি বিভক্তি পূৰ্ব্ব স্বৰৰে সৈতে ঔকাৰ হব। উদাহৰণ—ৱহ্নৌ ।

৮২। আমীনুনাগমৌ ।

ব্যাখ্যা—ইদুভ্যাং পৰৌ, আমি (আম্ ৱিভক্তৌ পৰে সতি) ইনুনাগমৌ (ইন্ উনাগমৌ স্যাতাম্) ।

সৰলাৰ্থ—আম্ বিভক্তি পিছত থাকিলে অগ্নি সংজ্ঞক ইকাৰ আৰু উকাৰৰ পিছত ইন্ আৰু উন্ আগম হব। উদাহৰণ—ৱহ্নীনাম্ ।

৮৩। জস্ঙে ঙসি ঙস্সু গুণঃ স্মৃতঃ ।

ব্যাখ্যা—জস্-ঙে-ঙসি-ঙস্সু (জস্-ঙে-ঙসি-ঙস্-ৱিভক্তিষু পৰেষু সতিষু) ইদুভ্যাং পৰঃ গুণঃ স্মৃতঃ (উক্তঃ) ।

সৰলাৰ্থ—জস্-ঙে-ঙসি-ঙস্-বিভক্তি পিছত থাকিলে অগ্নিসংজ্ঞক ইকাৰ আৰু উকাৰৰ ঠাইত গুণ আদেশ হব। উদাহৰণ—ৱহ্নয়ঃ ।

৮৪। স্ত্ৰিয়াং শসো নো ৱিসৰ্গঃ ।

ব্যাখ্যা—স্ত্ৰিয়াং (স্ত্ৰীলিঙ্গে ৱাচ্যেসতি) শসঃ (শস্ ৱিভক্তেৰুত্তৰঃ) নঃ (নকাৰস্য স্থানে) ৱিসৰ্গঃ স্যাৎ ।

সৰলাৰ্থ—স্ত্ৰীলিঙ্গ বাচ্য হলে শস্ বিভক্তিৰ ঠাইত আদেশ হোৱা নকাৰৰ বিসৰ্গ হব। উদাহৰণ—বুদ্ধীঃ ।

৮৫। ৱা ঙৱৎসু নদী স্ত্ৰিয়াম্ ।

ব্যাখ্যা—স্ত্ৰিয়াং (স্ত্ৰীলিঙ্গে ৱাচ্যে সতি) ঙৱৎসু (ঙে-ঙসি-ঙস্-ঙিৱিভক্তিষু পৰেষু সতিষু) ৱা (ৱিকল্পেন) নদী (নদী সংজ্ঞকৱৎ কাৰ্য্যং স্যাৎ)।

সৰলাৰ্থ—স্ত্ৰীলিঙ্গ বুজালে ঙে-ঙসি-ঙস্ আৰু ঙি বিভক্তিৰ ঠাইত বিকল্পে নদী সংজ্ঞাৰ কাৰ্য্যৰ দৰে কাৰ্য্য কৰা হব। উদাহৰণ বুদ্ধ্যৈ—বুদ্ধয়ে ।

৮৬। সখে সখীন্ সখীনামিত্যগ্নি কাৰ্য্যং ন চেতৰৎ ।

ব্যাখ্যা—সখে সখীন্ সখীনাং (পদানাং) ইত্যগ্নি কাৰ্য্যং (অগ্নি কাৰ্য্যং সৎ পদ ত্ৰয়ং সিদ্ধ্যতি) ইতৰৎ (অন্যপদানাং) চ অগ্নি কাৰ্য্যং ন স্যাৎ ।

সৰলাৰ্থ—সখে, সখীন্ আৰু সখীনাং এই তিনিটা পদ অগ্নি সংজ্ঞাৰ দৰে কাৰ্য্য হৈ সিদ্ধ কৰা হৈছে, আন পদবোৰ অৰ্থাৎ সখি শব্দৰ উক্ত তিনিটা পদৰ বাহিৰে বাকী থকা বিভক্তিবোৰত সখি শব্দৰ অগ্নি সংজ্ঞাৰ দৰে কাৰ্য্য কৰা নহব। উদাহৰণ—সখ্যা।

৮৭। সি যুক্তস্য সখীকাৰস্যাত্বম্।

ব্যাখ্যা—সি যুক্তস্য (সি ৱিভক্তি যুক্তস্য) সখীকাৰস্য (সখিশব্দস্য ইকাৰস্য স্থানে) আত্বং (আকাৰঃ স্যাৎ)।

সৰলাৰ্থ—সি বিভক্তি পিছত থাকিলে সখি শব্দৰ ইকাৰৰ ঠাইত আকাৰ হব। উদাহৰণ—সখা।

৮৮। ঘুট্যায়মাদিশেৎ।

ব্যাখ্যা—ঘুটি (ঘুট্ সংজ্ঞক ৱৰ্ণে পৰে সতি) আয়মাদিশেৎ (সখি শব্দস্য ইকাৰস্য স্থানে আয়াদেশঃ স্যাৎ)।

সৰলাৰ্থ—ঘুট্ সংজ্ঞক বৰ্ণ পিছত থাকিলে সখি শব্দৰ ইকাৰৰ ঠাইত আয় আদেশ হব। উদাহৰণ—সখায়ৌ।

৮৯। উকাৰঃ স্যাৎ ঙসি ঙসোৰকাৰস্য।

বাখ্যা—সখীকাৰাৎ পৰস্য, ঙসি, ঙসোঃ (ঙসি-ঙস্-ৱিভক্ত্যোঃ) অকাৰস স্থানে উকাৰঃ স্যাৎ।

সৰলাৰ্থ—সখি শব্দৰ পিছত থকা ঙসি আৰু ঙস্ বিভক্তিৰ অকাৰৰ ঠাইত উকাৰ হব। উদাহৰণ—সখ্যুঃ।

৯০। ঙিৰৌ ভৱেৎ।

ব্যাখ্যা—সখীকাৰাৎ পৰস্য, ঙিঃ (ঙি ৱিভক্তেঃ স্থানে) ঔঃ (ঔকাৰঃ ভৱেৎ।

সৰলাৰ্থ—সখি শব্দৰ পিছত থকা ঙি বিভক্তিৰ ঠাইত ঔকাৰ হব। উদাহৰণ—সখ্যৌ।

৯১। অসমাসে পতেষ্টাদৌ সাধ্যমিষ্টং সখেৰিৱ।

ব্যাখ্যা—অসমাসে (সমাস ভিন্নে গম্যমানে) টাদৌ (টাদিৱিভক্তৌ পৰেসতি) পতেঃ (পতি শব্দস্য) সখেৰিৱ (সখি শব্দ ইৱ সাধ্যং ইষ্টং (সাধ্যং ভৱতি)।

সৰলাৰ্থ—সমাস নহলে টাদি বিভক্তি অৰ্থাৎ টা-ঙে-ঙসি-ঙস্ আৰু ঙি বিভক্তি পিছত থাকিলে পতি শব্দ সখি শব্দৰ সাধ্য কাৰ্য্য কৰা হব। উদাহৰণ—পত্যা।

৯২। অধাত্বীকাৰতঃ সেৰ্লুক্।

ব্যাখ্যা—অধাত্বীকাৰতঃ (ধাতুভিন্ন ইকাৰাৎ পৰস্য) সেঃ (সি বিভক্তেঃ লুক্ স্যাৎ।

সৰলাৰ্থ—ধাতু ভিন্ন ইকাৰৰ পিছত থকা সি বিভক্তিৰ লোপ হব। উদাহৰণ—নদী।

৯৩। নদ্যা অমশসোৰলুক্।

ব্যাখ্যা—নদ্যাঃ (পৰস্য) অম্শসোঃ (অম্শস্ বিভক্ত্যোঃ) অলুক্ (অকাৰস্য লুক্ স্যাৎ)।

সৰলাৰ্থ—নদী শব্দৰ পিছত থকা অম্ আৰু শস্ বিভক্তিৰ অকাৰৰ লোপ হব। উদহাৰণ—নদীম্—নদীঃ।

৯৪। ঙে ঐ।

ব্যাখ্যা—নদ্যাঃ পৰঃ ঙে (ঙে বিভক্তেঃ স্থানে) ঐঃ (ঐকাৰঃ স্যাৎ)।

সৰলাৰ্থ—নদী সংজ্ঞক শব্দৰ পিছত থকা ঙে বিভক্তিৰ ঠাইত ঐকাৰ হব। উদাহৰণ—নদ্যৈ।

৯৫। ঙসি ঙসো ৰস্যা।

ব্যাখ্যা—নদ্যাঃ পৰয়োঃ, ঙসি ঙসোঃ (ঙসি-ঙস্-বিভক্ত্যোঃ) অস্য (আকাৰস্য স্থানে) আস্যাৎ।

সৰলাৰ্থ—নদী সংজ্ঞক শব্দৰ পিছত থকা ঙসি আৰু ঙস্ বিভক্তিৰ অকাৰৰ ঠাইত আকাৰ হব। উদাহৰণ—নদ্যাঃ।

৯৬। ঙেৰাম্।

ব্যাখ্যা—নদ্যাঃ পৰস্য, ঙেঃ (ঙি বিভক্তিঃ স্থানে) আম্ স্যাৎ।

সৰলাৰ্থ—নদী সংজ্ঞক শব্দৰ পিছত থকা ঙি বিভক্তিৰ ঠাইত আম্ হব। উদাহৰণ—নদ্যাম্।

৯৭। ষষ্ঠ্যামি নুৰ্ভৱেৎ।

ব্যাখ্যা—নদ্যাঃ-পৰস্য, ষষ্ঠ্যামি (ষষ্ঠ্যা আম্বিভক্তৌ পৰে সতি) নুঃ (নকাৰঃ) ভৱেৎ।

সৰলাৰ্থ—নদী সংজ্ঞক শব্দৰ পিছত থকা ষষ্ঠী বিভক্তিৰ আগত নকাৰ হব। উদাহৰণ—নদীনাম্।

৯৮। হ্ৰস্বঃ সম্বুদ্ধাৱধাতোঃ সম্বুদ্ধির্লুপ্যতে ততঃ।

ব্যাখ্যা—সম্বুদ্ধৌ গম্যমানায়াং সত্যাং, অধাতোঃ (ধাতুভিন্নস্য ঈদূতোঃ) হ্ৰস্বঃ স্যাৎ, ততঃ (হ্ৰস্বাদনন্তৰং) সম্বুদ্ধিঃ লুপ্যতে (লোপো ভৱতি)।

সৰলাৰ্থ—সম্বুদ্ধি সংজ্ঞক অৰ্থ বুজালে ধাতু ভিন্ন নদী সংজ্ঞক শব্দৰ ঈকাৰ আৰু ঊকাৰৰ হ্ৰস্ব হব। তাৰ পিছত সম্বুদ্ধি সংজ্ঞক বিভক্তিৰ লোপ হব। উদাহৰণ—অহো নদি।

৯৯। প্ৰকৃতি ৱদিষ্টংপুংস্যপি ক্বিপ্ তদ্ধিত লুপ্ সমাসেষু।

ব্যাখ্যা—ক্বিপ্ তদ্ধিত লুপ্সমাসেষু পৰেষু সতিষু, পুংস্যপি (পুংলিঙ্গেঽপি) প্ৰকৃতিৱৎ (নদী সংজ্ঞক কাৰ্য্যৱৎ সাধ্যং) ইষ্টং (শিষ্টৈৰিষ্টম্)।

সৰলাৰ্থ—ক্বিপ্ আৰু তদ্ধিত প্ৰত্যয়ান্ত সমাসৰ লোপ হলে পুংলিঙ্গ বিষয়তো নদী সংজ্ঞাৰ কাৰ্য্যৰ দৰে সাধ্য কাৰ্য্য কৰা হব। উদাহৰণ—সুশ্ৰেয়স্যৈ।

১০০। অৱিশেষৱিধৌ পুংসি সমানোঽগ্নিৱদম্শসোঃ।

ব্যাখ্যা—অবিশেষৱিধৌ (ৱিশেষৱিধ্য সম্ভাৱে সতি) পুংসি (পুংলিঙ্গে বিষয়ে) অম্শষোঃ (ৱিভক্ত্যোঃ পৰয়োঃ সতোঃ) সমানঃ (সমান সংজ্ঞক ৱৰ্ণঃ) অগ্নিৱৎ স্যাৎ (অগ্নি সংজ্ঞক ৱৎ সাধ্য কাৰ্য্যং স্যাৎ)।

সৰলাৰ্থ—বিশেষবিধি নেথাকিলে পুংলিঙ্গ বিষয়ত অম্ আৰু শস্ বিভক্তি পিছত থাকিলে সমান সংজ্ঞক বৰ্ণৰ সাধ্যকাৰ্য্য অগ্নি সংজ্ঞাৰ দৰে কৰা হব। উদাহৰণ—সুশ্ৰেয়সীন্।

১০১। অথ ঋদন্তাঃ।

ব্যাখ্যা—অথ (নদী সংজ্ঞক শব্দ সাধ্য কথনান্তৰং) ঋদন্তাঃ (ঋকাৰান্ত শব্দানাং সাধ্যাঃ) উচ্যন্তে।

সৰলাৰ্থ—নদী সংজ্ঞক শব্দৰ সাধ্য কাৰ্য্য কোৱাৰ পিছত ঋকাৰান্ত শব্দৰ সাধ্য কোৱা হব।

১০২। ঋ কাৰ আ সি সহিতঃ।

ব্যাখ্যা—সি সহিতঃ (সি ৱিভক্ত্যা সহিতঃ) ঋকাৰঃ (ঋদন্তশব্দানাং ঋকাৰঃ) আস্যাৎ।

সৰলাৰ্থ—সি বিভক্তিৰ সৈতে ঋকাৰান্ত শব্দৰ ঋকাৰৰ ঠাইত আকাৰ হব। উদাহৰণ—পিতা।

১০৩। ঙিঘুটোৰৰ্।

ব্যাখ্যা—ঙিঘুটোঃ (ঙিঘুটোঃ ৱিভক্ত্যোঃ পৰয়োঃ সতোঃ) ঋদন্তাঃ (ঋদন্ত শব্দানাং ঋকাৰস্য স্থানে) অৰ্ ভৱতি।

সৰলাৰ্থ—ঙি আৰু ঘুট্ সংজ্ঞক বৰ্ণ পিছত থাকিলে ঋকাৰান্ত শব্দৰ ঋকাৰৰ ঠাইত অৰ্ হব। উদাহৰণ—পিতৰঃ।

১০৪। শস্থন্ ততঃ।

ব্যাখ্যা—ততঃ পুংলিঙ্গ বিষয়ে ঋকাৰাৎ পৰঃ (শস্ৱিভক্তিঃ স্থানে) ঋণ্ স্যাৎ।

সৰলাৰ্থ—পুংলিঙ্গ বিষয়ত ঋদন্ত শব্দৰ ঋকাৰৰ পিছত থকা শস্ বিভক্তিৰ ঠাইত ঋন হব। উদাহৰণ—পিতৃন্।

১০৫। স্ত্রিয়াং-তু ঋস্।

ব্যাখ্যা—স্ত্রিয়াং (স্ত্রিলিঙ্গে সম্যমানায়াং সত্যাং) তু (ঋদন্তাৎ পৰঃ) শস্ ৱিভক্তিঃ স্থানে ঋস্ স্যাৎ।

সৰলাৰ্থ—স্ত্রীলিঙ্গ বিষয়ত ঋদন্ত শব্দৰ পিছত থকা শস বিভক্তিৰ ঠাইত ঋস্ হব। উদাহৰণ—মাতৃঃ।

১০৬। ঙসি-ঙসৌ-স পূৰ্ব্ব-মুসম্।

ব্যাখ্যা—স পূৰ্ব্বম্ (পূৰ্ব্বঋকাৰ সহিতৌ) ঙসি-ঙসৌ (ঙসি-ঙস্ ৱিভক্ত্যৌ) উসমাপদ্যেতে (লভেতে)।

সৰলাৰ্থ—ঋকাৰান্ত শব্দৰ পিছত থকা ঙসি আৰু ঙস্ বিভক্তিৰ ঠাইত আগত থকা ঋকাৰৰ সৈতে উস্ হব। উদাহৰণ—মাতুঃ।

১০৭। আমি-ঋন্।

ব্যাখ্যা—আমি (আম্ ৱিভক্তৌ পৰে সতি) ঋকাৰাৎ পৰঃ ঋন্ স্যাৎ।

সৰলাৰ্থ—আম্ বিভক্তি পিছত থাকিলে ঋদন্ত শব্দৰ ঋকাৰৰ ঠাইত ঋন্ হব। উদাহৰণ—পিতৃণাম্।

১০৮। সম্বুদ্ধৌ-স্যাদ্বহুব্রীহৌ-মাতুৰ্মাতঃ সুতস্তুতৌ।

ব্যাখ্যা—সতুস্তুতৌ (সুতস্তুতি—অৰ্থে গম্যমানে সতি) বহুব্রীহৌ (ৱহুব্রীহি সমাসে চ সতি) (সম্বুদ্ধৌ (সম্বুদ্ধি বিষয়ে) মাতুঃস্থানে মাতঃ স্যাৎ।

সৰলাৰ্থ---পুত্ৰাদিক আদৰ অভ্যৰ্থনা কৰা অৰ্থ বুজালে, বহুব্ৰীহি সমাস হলে আৰু সম্বুদ্ধি অৰ্থ বুজালে মাতুঃ শব্দৰ ঠাইত মাতঃ হব। উদাহৰণ---হে গাৰ্গী মাতঃ।

১০৯। নৃ-শব্দাদামি ঋ ণ্ পক্ষে-নুঃস্যাৎ।

ব্যাখ্যা---আমি (আম্ বিভক্তৌ পৰে সতি) নৃ শব্দাৎ (নৃশব্দস্য ঋকাৰস্য স্থানে ঋন্ স্যাৎ, পক্ষে (বিকল্পেন) নূঃস্যাৎ।

সৰলাৰ্থ---আম্ বিভক্তি পিছত থাকিলে, নৃ শব্দৰ ঋকাৰৰ ঠাইত ঋণ্ হব আৰু বিকল্পে নুৰ্ ন হব। উদাহৰণ---নৃপাম্।

১১০। অনিপাত তৃচ্ তৃনন্ত স্বস্ৰাদে-ৰ্ঘুট্যৰাৰসৌ।

ব্যাখ্যা---অনিপাত (নিপাতভিন্ন) তৃচ্ তৃনন্ত( তৃচ্ তৃনন্ত-প্ৰত্যয়ান্ত) স্বস্ৰাদেঃ (স্বস্ৰাদি শব্দস্য ঋকাৰস্যস্থানে) অসৌ (সি ভিন্নে) ঘুটি (ঘুট্ সংজ্ঞক ৱৰ্ণে পৰে সতি), অৰস্থানে আৰ্ ভৱতি।

সৰলাৰ্থ---সি বিভক্তি ভিন্ন ঘুট্ সংজ্ঞা পিছত থাকিলে নিপাত নোহোৱা তৃচ্ আৰু তৃন্ প্ৰত্যয়ান্ত স্বসৃ আদি শব্দৰ একাৰৰ পৰা হোৱা অৰৰ ঠাইত আৰ হব। উদাহৰণ---স্বসাৰৌ।

১১১। ঘুটি-স্ত্ৰিয়ামপি-ক্ৰোষ্টোস্তুন্-তৃচ্।

ব্যাখ্যা---ঘুটি (ঘুট্ সংজ্ঞকে পৰে সতি) স্ত্ৰিয়ামপি (স্ত্ৰিলিঙ্গেহপি বিষয়ে) ক্ৰোষ্টোঃ (ক্ৰোষ্টুঃ শব্দস্য) তুন্ স্থানে তৃচ্-স্যাৎ।

সৰলাৰ্থ---ঘুট্ সংজ্ঞক বৰ্ণ পিছত থাকিলে স্ত্ৰীলিঙ্গ বিষয়তো ক্ৰোষ্টু শব্দৰ তুনৰ ঠাইত তৃচ্ হব। উদাহৰণ---ক্ৰোষ্টা।

১১২। টাদি-স্বৰে-তুৱা।

ব্যাখ্যা---টাদি স্বৰে পৰে সতি, তুৱা (ৱিকল্পেন) ক্ৰোষ্টুঃ তুন্ স্থানে তৃচ্ স্যাৎ।

সৰলাৰ্থ---টা আদি বিভক্তিৰ স্বৰ পিছত থাকিলে ক্ৰোষ্টু শব্দৰ তুনৰ ঠাইত বিকল্পে তৃচ্ হব। উদাহৰণ---ক্ৰোষ্ট্ৰা।

১১৩। সভোৰ্হ্ৰস্বেহপি-ৰৈ ৱা স্যাৎ।

ব্যাখ্যা---সভোঃ (সুভ্যাস্ ৱিভক্ত্যোঃ পৰয়োঃ সতোঃ) হ্ৰস্বেহপি (নপুংসকেহপি) ৱিষয়ে ৰৈ স্থানে ৱাস্যাৎ।

সৰলাৰ্থ—সু আৰু ভ্যস্ বিভক্তি পিছত থাকিলে ৰৈ শব্দৰ ঠাইত ৰা হব। উদাহৰণ—ৰাভ্যাম্।

১১৪। গোৰোদৌ-ঘুটি।

ব্যাখ্যা—ঘুটি (ঘুট্ সংজ্ঞকে পৰে সতি) গোঃ (গোঃশব্দস্য ওকাৰস্য স্থানে) ঔঃ স্যাৎ।

সৰলাৰ্থ—ঘুট্ সংজ্ঞক বৰ্ণ পিছত থাকিলে গো শব্দৰ ওকাৰৰ ঠাইত ঔকাৰ হব। উদাহৰণ—গৌঃ।

১১৫। অম্‌শসোৰা-ওতঃ।

ব্যাখ্যা—অম্ শসোঃ (পৰয়োঃ সতোঃ) ওতঃ (ওকাৰ সান্তস্য আ স্যাৎ)।

সৰলাৰ্থ—অম্ আৰু শস্ বিভক্তি পিছত থাকিলে ওকাৰৰ ঠাইত আকাৰ হব। উদাহৰণ—গাম্—গাঃ।

১১৬। ঙসি-ঙসোৰলুক্।

১১৬। (ক) একাৰাচ্চ।

ব্যাখ্যা—ওকাৰ মাত্ৰাৎ পৰস্য, ঙসি ঙসোঃ (ৱিভক্ত্যোঃ) অকাৰস্য লুক্‌স্যাৎ, একাৰাচ্চ ঙসি ঙসোঃ অকাৰঃ লুক্‌চ স্যাৎ।

ভাষা—ওকাৰৰ পিছত থকা ঙসি আৰু ঙস্ বিভক্তিৰ অকাৰৰ লোপ হব, একাৰৰ পিছত থাকিলেও ঙসি আৰু ঙস্ বিভক্তিৰ অকাৰৰ লোপ হব। উদাহৰণ—গোঃ।

১১৭। পৰে-দ্যো-র্জ্যোৰপি গোৱদ্বিধিং ৱিদূঃ।

ব্যাখ্যা—পৰে (শকটাদয়ঃ পণ্ডিতাঃ) দ্যোঃ জ্যোৰপি (শব্দয়োঃ) গোৱৎ (গোশব্দৱৎ) বিধিং (সাধ্যং) ৱিদুঃ (ৱদন্তি)।

সৰলাৰ্থ—শকটাদি পণ্ডিতৰ মতে দ্যো আৰু জ্যো শব্দৰ সাধ্যকাৰ্য্য গোশব্দৰ সাধ্য দৰে হব। উদাহৰণ—দ্যাবৌ।

১১৮। এদোদ্ভ্যাংসম্বুদ্ধি-লোপঃ।

ব্যাখ্যা—এদোদ্ভ্যাং (একাৰ-ওকাৰাভ্যাং পৰৌ) সম্বুদ্ধিঃ লোপঃস্যাৎ।

সৰলাৰ্থ—একাৰান্ত আৰু ওকাৰান্ত শব্দৰ পিছত সম্বুদ্ধি সংজ্ঞাৰ লোপ হব। উদাহৰণ—হে মহে।

* অথ যৱে য়ুৱ স্থানীয়াঃ ।

ব্যাখ্যা ঃ অৰ্থ (সামান্য স্বৰান্ত শব্দ সাধ্য কথনান্তৰং) যবে য়ুব স্থানীয়াঃ ---(যব-ইয্-উব্ আদেশাঃ শব্দাঃ উচ্যন্তে।)

সৰলাৰ্থ---সাধাৰণ স্বৰান্ত শব্দ সাধ্য কোৰাৰ পিছত য-ৱ-ইয্ আৰু উৱ্ আদেশ হোৱা শব্দবোৰৰ সাধ্য কাৰ্য্য কোৰা হ'ব। উদাহৰণ--সেনানীঃ।

১১৯। সুৱন্তোক্ত-সমাসেন ৱিনৈৱানেক ৱৰ্ণয়োঃ ।
ধাতু সংযোগাস্থিতয়ো ধাত্বীদূতো র্যৱৌ স্বৰে ॥

ব্যাখ্যা---স্বৰে পৰে সতি সুৱন্তোক্ত সমাসেন ৱিনা (বৰ্জয়িত্বা) এৱ-অনেক ৱৰ্ণয়োঃ (একভিন্নানেক ৱৰ্ণয়োঃ) ধাতু সংযোগাস্থিতয়োঃ (ধাতু সংযোগস্থ ভিন্নয়োঃ) ধাত্বীদুতৌ (ধাতু ইকাৰ-উকাৰয়োঃ) যৱৌ ভৱতঃ।

সৰলাৰ্থ---স্বৰ বৰ্ণ পিছত থাকিলে, সুৱন্ত সমাস নহ'লে আৰু ধাতুৰ সংযোগ নোহোৱা অনেক স্বৰ বিশিষ্ট ধাতুৰ ইকাৰ আৰু উকাৰৰ ঠাইত য আৰু ব হ'ব। উদা---সেনান্যৌ।

১২০। নিয়োঙিৰাম্ ৱা ।

ব্যাখ্যা---নিয়ঃপৰঃঙিঃ (ঙি বিভক্তিঃ স্থানে) ৱা (বিকল্পেন) অ.ম্স্যাৎ।

সৰলাৰ্থ---নীৰ পিছত থকা ঙি বিভক্তিৰ ঠাইত বিকল্পে আম্ হ'ব। উদাহৰণ---সেনান্যাম্।

১২১। সুধী-শব্দস্য ন যত্বম্ ।

ব্যাখ্যা---সুধী শব্দস্য (ঈকাৰস্যস্থানে) ন যত্বম্ (স্যাৎ)।

সৰলাৰ্থ---সুধী শব্দৰ ঈকাৰৰ ঠাইত যকাৰ নহ'ব। উদাহৰণ---সুধিয়ৌ।

১২২। ঈকাৰোকাৰয়ো র্ধাতোৰিযুৱৌ-ভৱতঃস্বৰে ।

ব্যাখ্যা---স্বৰে পৰে সতি ধাতোঃ ঈকাৰোকাৰয়োঃ (ধাতু ঈকাৰ-উকাৰয়োঃ স্থানে) ইয়ুৱৌ ভৱতঃ।

সৰলাৰ্থ---স্বৰ বৰ্ণ পিছত থাকিলে ধাতুৰ ঈকাৰ আৰু উকাৰৰ ঠাইত ইয্ আৰু উৱ্ হ'ব। উদাহৰণ---নিয়ঃ।

১২৩। ভূভূৰ্ব্-স্বৰে-পুনৰ্ব্বৰ্ষা-তৃণকাৰাৎ পৰো ন চেৎ ।

ব্যাখ্যা—চেৎ (যদি) স্বৰে পৰে সতি ভূঃ স্থানে ভূৱ্ স্যাৎ, পুনৰ্ব্বৰ্ষাতৃণ-কাৰাৎ (পৰঃ) ভূঃ-ভূৱ্ ন স্যাৎ ।

সৰলাৰ্থ—স্বৰ বৰ্ণ থাকিলে ভূ শব্দৰ ঠাইত ভূব হ'ব আৰু পুনঃ বৰ্ষা-তৃণ আৰু কাৰ শব্দৰ পিছত থকা ভূ শব্দৰ ঠাইত ভূব্ নহ'ব । উদাহৰণ—প্ৰতিভূৱৌ ।

১২৪। ভ্ৰূ শব্দান্তঃ স্বৰে-উৱ্-স্যাৎ ।

ব্যাখ্যা—স্বৰে পৰে সতি ভ্ৰূ শব্দান্তঃ (ভ্ৰূ শব্দস্য-অন্তঃ) উকাৰস্য স্থানে উৱ্ স্যাৎ ।

সৰলাৰ্থ—স্বৰ বৰ্ণ পিছত থাকিলে ভ্ৰূ শব্দৰ অন্ত উকাৰৰ ঠাইত উব্ নহ'ব । উদাহৰণ—ভ্ৰুৱে ।

১২৫। নদী-কাৰ্য্যাৱিৰোধতঃ । স্বৰে-স্ত্ৰী-স্ত্ৰিয়ম্ ।

ব্যাখ্যা—নদী কাৰ্য্যা বিৰোধতঃ (নদী কাৰ্য্য মবাধাৎ) স্বৰে পৰে সতি স্ত্ৰীঃ (স্ত্ৰি শব্দঃ স্থানে) স্ত্ৰিয়মাপ্নোতি ।

সৰলাৰ্থ—নদী শব্দৰ সাধ্য কাৰ্য্যৰ বাধা নোহোৱাকৈ স্বৰ বৰ্ণ পিছত থাকিলে স্ত্ৰী শব্দৰ ঠাইত স্ত্ৰিয় হ'ব । উদাহৰণ—স্ত্ৰিয়ৌ ।

১২৬। ঔ দোসোঃ স্ত্ৰিশ্চ ।

ব্যাখ্যা—ঔ দোসোঃ পৰয়োঃ সতোঃ স্ত্ৰিশ্চ (স্ত্ৰিয়মাপ্নোতি)

সৰলাৰ্থ—ঔ আৰু ওস্ বিভক্তি পিছত থাকিলে স্ত্ৰী শব্দৰ ঠাইত স্ত্ৰিয় হ'ব । উদাহৰণ—অতিস্ত্ৰিয়ৌ ।

১২৭। ৱা-ৱপি-ৱাম্ শসোঃ ।

ব্যাখ্যা—অম্ শসোঃ পৰয়োঃ সতোঃ ৱা (বিকল্পেন) দ্বৌঅপি (স্ত্ৰী-স্ত্ৰিশ্চ) স্ত্ৰিয়মাপ্নুতঃ ।

সৰলাৰ্থ—অম্ আৰু শস্ বিভক্তি পিছত থাকিলে বিকল্পে স্ত্ৰী আৰু স্ত্ৰি শব্দৰ ঠাইত স্ত্ৰিয় হয় । উদাহৰণ—স্ত্ৰিয়ঃ-স্ত্ৰীঃ ।

১২৮। নিত্য স্ত্ৰী-বিষয়ানাং সম্ভৱদি যুৱাংঙৱন্তি-ৱচ-নানি । ঐ আসাসামো ৱা ।

ব্যাখ্যা—নিত্য স্ত্ৰী বিষয়ানাং (নিত্য স্ত্ৰীলিঙ্গ স্বাভাৱানাং) সম্ভৱদি যুৱাং (সম্ভৱৎ ইয়ুৱাং প্ৰাপ্তাং) ঙৱন্তি বচনানি (ঙে-ঙসি-ঙস্-

ঙীনাং বিভক্তীনাং স্থানে) ৱা (বিকল্পেন) ঐ-আস্-আস্-আমঃ স্যুঃ (ভৱেয়ুঃ)।

সৰলাৰ্থ---নিত্য স্ত্ৰীলিঙ্গ বিষয়ত ইম্ আৰু উব্ আদেশ সম্ভৱ স্থলত ঙে-ঙসি-ঙস্ আৰু ঙি বিভক্তিৰ ঠাইত বিকল্পে ক্ৰমে ঐ-আস্-আস্ আৰু আম্ হ'ব। উদাহৰণ---শ্ৰিয়ৈ।

১২৯। আমি তু নুৰ্ব্বা।

ব্যাখ্যা---আমি (আম্ বিভক্তৌ পৰে সতি) তু (স্ত্ৰীলিঙ্গে বিষয়ে) ৱা (বিকল্পেন) নুঃস্যাৎ।

সৰলাৰ্থ---আম বিভক্তি পিছত থাকিলে স্ত্ৰীলিঙ্গ শব্দৰ পিছত বিকল্পে নুৰ্ নকাৰ হ'ব। উদাহৰণ---শ্ৰীণাম্।

১৩০। পন্থি মন্থি-ঋভুক্ষ্যন্ত আ ঘুটি।
আতঃ স্বৰেষু নুঃ।

ব্যাখ্যা---ঘুটি (ঘুট্ সংজ্ঞকে পৰে সতি) পন্থি মন্থি ঋভুক্ষ্যন্তঃ (পন্থি-মন্থি-ঋভুক্ষীনাং শব্দানাং অন্তঃ) আস্যাৎ, আতঃ-পৰঃ (আকাৰাৎ পৰঃ) স্বৰেষু পৰেষু সতিষু নুঃ (নকাৰঃ স্যাৎ)।

সৰলাৰ্থ---ঘুট্ সংজ্ঞক বৰ্ণ পিছত থাকিলে পথিন্ মথিন্ আৰু ঋভুক্ষি শব্দৰ শেষত আকাৰ হ'ব, স্বৰ বৰ্ণ পিছত থাকিলে আকাৰৰ পিছত নুৰ নকাৰ হ'ব। উদাহৰণ---পন্থাঃ।

১৩১। ইলোপোঽচি।

ব্যাখ্যা---অচি (অচ্ ৱৰ্ণে পৰে সতি) পন্থি-মন্থি-ঋভুক্ষ্যানাং শব্দানাং ইলোপঃ (ইকাৰ লোপঃ স্যাৎ)।

সৰলাৰ্থ---অচ্ সংজ্ঞক বৰ্ণ পিছত থাকিলে পথিন্ মথিন্ আৰু ঋভুক্ষি আদি শব্দৰ ইকাৰৰ লোপ হ'ব। উদাহৰণ---পথঃ।

১৩২। অনৃঘুডন্যত্ৰ ন শূন্য প্ৰকৃতি স্থিতিঃ।

ব্যাখ্যা---অন্ ঘুডন্যত্ৰ বিষয়ে, পন্থি-মন্থি-ঋভুক্ষ্যানাং শব্দানাং ন শূণ্য প্ৰকৃতি স্থিতিঃস্যাৎ।

সৰলাৰ্থ---অন্ প্ৰত্যয় আৰু ঘুট্ সংজ্ঞাৰ বাহিৰে পথিন্ মথিন্ আৰু ঋভুক্ষি শব্দৰ ন নোহোৱাকৈয়ে প্ৰকৃতি স্থিতি হ'ব। উদাহৰণ---পথিভ্যাম্। (ইতি স্বৰান্ত সাধ্য)।

( অথ সংখ্যা শব্দাঃ )

১৩৩। সংখ্যা একাদি ৱহ্বৰ্থ ডতিৱন্তুস্তকা মতাঃ ।
সংখ্যেয়েষু প্রৱৰ্ত্তন্তে সংখ্যাযাৱদ্দশ শ্রুতিম্ ।
ৱিংশত্যাদ্যাঃ সদৈকত্বে সৰ্ব্বাঃসংখ্যেয় সংখ্যয়োঃ ।
তদ্দ্বিত্বাদি বিৱক্ষায়াং দ্বিত্বাদ্যা নৱতেঃ স্ত্রিয়ঃ ।
ক্লীৱে শতাদিলক্ষস্তু ত্রিষু কোটিঃ স্ত্রিয়াংস্মৃতা ॥

ব্যাখ্যা—একাদি ৱহ্বৰ্থ ডতিৱন্তুস্তকাঃ সংখ্যাঃ (ৱাচকা-শব্দাদিষ্টৈঃ) মতাঃ (কথিতাঃ)। দশ শ্রুতিং যাৱদ্ সংখ্যাঃ (একাদয়োঽষ্টাদশা পৰ্য্যন্তা সংখ্য বাচক শব্দাঃ সংখ্যেয়েষু (সংখ্যাশ্রয়দ্রব্যেষু) প্রৱৰ্ত্তন্তে (ৱিদ্যন্তে)। ৱিংশত্যাদ্যাঃ সৰ্ব্বাঃ সংখ্যাঃ (সংখ্যা বাচক শব্দাঃ) সংখ্যেয়-সংখ্যয়োঃ প্রৱৰ্ত্তমানাঃ সদা একত্বে (একবচনে প্রৱৰ্ত্তন্তে) তদ্দ্বিত্বাদি বিৱক্ষায়াং সত্যাং দ্বিত্বাদি (দ্বিবচনাদি-স্যাৎ)। আনৱতেঃ নৱতিশ্রুতি বিষয়া অষ্টাবিংশতি পৰ্য্যন্তাঃ শব্দাঃ) স্ত্রিয়ঃ (স্ত্রীলিঙ্গাঃস্যুঃ) শতাদি (শতাদি শব্দাঃ) ক্লীৱে (ক্লীৱলিঙ্গে ৱৰ্ত্তন্তে)। লক্ষস্তু (ত্রিষু-লিঙ্গেষু ৱৰ্ত্ততে)। কোটিঃ-স্ত্রিয়াং (স্ত্রীলিঙ্গে) স্মৃতা।

সৰলাৰ্থ—এক, দ্বি, বহ্বৰ্থ আৰু ডতি ৱন্তু প্রত্যয়ান্ত শব্দবোৰ সংখ্যা বাচক বুলি কোৱা হ'ব। এক শব্দৰ পৰা অষ্টাদশ পৰ্য্যন্ত শব্দবোৰ সংখ্যেয় পদৰ লিঙ্গ ই লিঙ্গ হ'ব। বিংশতি আদি শব্দ-বোৰ স্ত্রীলিঙ্গ আৰু একবচনত ব্যৱহাৰ হ'ব। দ্বিত্বাদি বুজোৱা শব্দবোৰ অৰ্থাৎ দুটাক বুজোৱা শব্দবোৰ দ্বিবচনত ব্যৱহাৰ হ'ব। নৱতি পৰ্য্যন্ত আৰু অষ্টাবিংশতি পৰ্য্যন্ত শব্দবোৰ স্ত্রীলিঙ্গত ব্যৱ-হাৰ হ'ব। শতাদিশব্দবোৰ ক্লীৱ লিঙ্গত হ'ব। লক্ষ তিনিও লিঙ্গত ব্যৱহাৰ হ'ব। কোটি শব্দ স্ত্রীলিঙ্গত ব্যৱহাৰ হ'ব বুলি কোৱা হৈছে। উদাহৰণ—একঃ—একম্।

১৩৪। অগৌণস্য ত্রেস্ত্রয়ান্ স্যাদামি ।

ব্যাখ্যা—আমি (আম্ ৱিভক্তৌ পৰে সতি) অগৌনস্য (গৌণৰহিতস্য) ত্রেঃ (ত্রিশব্দস্য) ত্রয়ান স্যাৎ।

সৰলাৰ্থ—আম্ বিভক্তি পিছত থাকিলে গৌণ, নুবুজোৱা ত্রি শব্দৰ ঠাইত ত্রয়ান্ হ'ব। উদাহৰণ—ত্রয়ানাম্।

১৩৫। ত্ৰয়ঃ সমাসে সঙ্খ্যায়াম্ ।

ব্যাখ্যা—সমাসে সতি সঙ্খ্যায়াং (বাচ্যাং সত্যাং) অগৌণস্য (ত্ৰিশব্দঃ স্থানে) ত্ৰয়ঃ স্যাৎ ।

সৰলাৰ্থ—সমাস হ'লে আৰু সঙ্খ্যা বুজালে গৌণ নোহোৱা ত্ৰি শব্দৰ ঠাইত ত্ৰয় হ'ব। উদাহৰণ—ত্ৰয়োদশঃ ।

১৩৬। ৱা চত্বাৰিংশদাদিষু ।

ব্যাখ্যা—চত্বাৰিংশদাদিষু (শব্দেষু পৰাষু সতিষু) ৱা (বিকল্পেন) অগৌণ ত্ৰি শব্দঃ স্থানে ত্ৰয়ঃ স্যাৎ ।

সৰলাৰ্থ—চত্বাৰিংশৎ শব্দবোৰ পিছত থাকিলে আগৰ দৰে গৌণ। নোহোৱাত্ৰি শব্দৰ ঠাইত বিকল্পে ত্ৰয় হ'ব। উদাহৰণ—ত্ৰয়চত্বা-ৰিংশৎ ।

১৩৭। সম্বুদ্ধৌ-চতুৰো হ্ৰস্বঃ ।

ব্যাখ্যা—সম্বুদ্ধৌ (সম্বুদ্ধি অৰ্থে গম্যমানে সতি) চতুৰঃ হ্ৰস্বঃস্যাৎ ।

সৰলাৰ্থ—সম্বুদ্ধি অৰ্থ বুজালে চত্বাৰ শব্দ হ্ৰস্ব হৈ চতুৰ হ'ব। উদাহৰণ—হে প্ৰিয়চত্বঃ ।

১৩৮। ঘুটোহন্যত্ৰ চতুৰঃ স্থিতিঃ ।

ব্যাখ্যা—ঘুটঃ অন্যত্ৰ বিষয়ে চতুৰঃস্থিতিঃ (প্ৰকৃতিঃ) স্যাৎ ।

সৰলাৰ্থ—ঘুট্ সংজ্ঞাৰ বাহিৰে চত্বাৰ শব্দৰ ঠাইত চতুৰ প্ৰকৃতি হ'ব। উদাহৰণ—চতুৰঃ ।

১৩৯। কৰ্ত্তব্য-আমি-নু-স্তস্মাৎ পৰিত্যজ্যোপসৰ্জ্জনম্ ।

ব্যাখ্যা—উপসৰ্জ্জনম্ (গৌণম) পৰিত্যজ্য (বিহায়) আমি (আম্ বিভক্তৌ পৰে সতি) তস্মাৎ (চতুৰ শব্দাৎ) নুঃ (নকাৰঃ কৰ্ত্তব্যঃ)।

সৰলাৰ্থ—গৌণ নহ'লে আৰু আম্ বিভক্তি পিছত থাকিলে চতুৰ শব্দৰ পিছত নুৰ নকাৰ হ'ব। উদাহৰণ—চতুৰ্নাম্ ।

১৪০। স্ত্ৰিয়াং ত্ৰি চতুৰ স্তিস্ৃ চতস্ৃ-ভৱতঃ ক্ৰমাৎ ।

ব্যাখ্যা—স্ত্ৰিয়াং (স্ত্ৰিলিঙ্গে বিষয়ে) বিভক্তিষু পৰাষু সতিষু ত্ৰি চতুৰঃ-স্থানে ক্ৰমাৎ (ক্ৰমানুসাৰেণ) তিসৃ চতসৃঃ ভৱতঃ ।

সৰলাৰ্থ---স্ত্ৰীলিঙ্গ বুজালে আৰু বিভক্তি পিছত থাকিলে ত্ৰি আৰু চতুৰ শব্দৰ ঠাইত যথাক্ৰমে তিসৃ আৰু চতসৃ হ'ব।

১৪১। স্বৰে তয়ো ঋ কাৰস্য ৰত্বং স্যাৎ।

ব্যাখ্যা---স্বৰে (পৰে সতি) তয়োঃ (তিসৃ-চতস্ৰোঃ) ঋকাৰস্য স্থানে ৰত্বং স্যাৎ।

সৰলাৰ্থ---স্বৰ বৰ্ণ পিছত থাকিলে তিসৃ আৰু চতসৃ শব্দৰ ঋকাৰৰ ঠাইত ৰ কাৰ হ'ব। উদহৰণা---তিস্ৰঃ-চতস্ৰঃ।

১৪২। আমি নুঃস্মৃতঃ।

ব্যাখ্যা---আমি (আম্ বিভক্তৌ পৰে সতি) তিসৃ-চতসৃভ্যাং পৰৌ নুঃস্মৃতঃ (কথিতঃ)।

সৰলাৰ্থ---আম্ বিভক্তি পিছত থাকিলে তিসৃ আৰু চতসৃ শব্দৰ পিছত নুৰ নকাৰ হ'ব। উদাহৰণ---তিসৃণাম্।

১৪৩। ঘুট্ স্বৰে ঙৌচ ৰত্বস্তু ব্ৰহিৰৰ্থে ৱিভাষয়া।

ব্যাখ্যা---ঘুট্ স্বৰে (ঘুট্ সংজ্ঞক স্বৰে পৰে সতি) ঙৌচ (ঙি-ৱিভক্তৌচ পৰে সতি) ব্ৰহিৰৰ্থে (ব্ৰাহ্যাৰ্থে গম্যমানে সতি) ৱিভাষয়া (বিকল্পেন) তিসৃ-চতস্ৰোঃ ঋকাৰস্য ৰত্বং ভৱতি।

সৰলাৰ্থ---ঘুট্ সংজ্ঞক স্বৰ বৰ্ণ আৰু ঙি বিভক্তি পিছত থাকিলে, ব্যাহ্যাৰ্থ বুজালে বিকল্পে তিসৃ আৰু চতসৃ শব্দৰ ঋকাৰৰ ঠাইত ৰ কাৰ হ'ব। উদাহৰণ---প্ৰিয়তিস্ৰৌ।

১৪৪। নপুংসকে বিকল্পেন স্যমো স্ত্ৰিচতুৰোঃস্থিতিঃ।

ব্যাখ্যা---স্যমোঃ (সি অম্ ৱিভক্ত্যোঃ পৰয়োঃ সতোঃ) নপুংসকে (নপুংসকে লিঙ্গে বাচ্যে সতি) বিকল্পেন ত্ৰি চতুৰঃ স্থিতিঃ স্যাৎ।

সৰলাৰ্থ---নপুংসক লিঙ্গ বুজালে, সি আৰু অম্ বিভক্তি পিছত থাকিলে বিকল্পে ত্ৰি আৰু চতুৰ শব্দ স্থিতি হ'ব। উদাহৰণ---অতিত্ৰি।

১৪৫। ষট্ সংজ্ঞেভ্যো জস্ শসোর্লুঙ্ মুখ্যকে।

ব্যাখ্যা---মুখ্যকে (অৰ্থে গম্যমানে সতি) ষট্ সংজ্ঞেভ্যঃ পৰঃ জস্ শসোঃ (ৱিভক্ত্যোঃ) লুক্স্যাৎ।

সৰলাৰ্থ—মুখ্য হোৱা অৰ্থ বুজালে ষড় সংজ্ঞক শব্দৰ পিছত থকা জস্ আৰু শস্ বিভক্তিৰ লোপ হ'ব। উদাহৰণ—পঞ্চ।

১৪৬। নঃ পূৰ্ব্ব আমি দীৰ্ঘঃ স্যাৎ।

ব্যাখ্যা—আমি (আম্ বিভক্তৌ পৰে সতি) ষড় সংজ্ঞেভ্যঃ পৰঃ নঃ পূৰ্ব্বঃ (নকাৰস্য উপধা) দীৰ্ঘঃ স্যাৎ (দীৰ্ঘোভৱতি)

সৰলাৰ্থ—আম্ বিভক্তি পিছত থাকিলে ষড় সংজ্ঞক শব্দৰ ন কাৰৰ পূৰ্ব্ব বৰ্ণ অৰ্থাৎ উপধা বৰ্ণ দীৰ্ঘ হ'ব। উদাহৰণ—পঞ্চানাম্।

১৪৭। ষন্নামিতি নিপাত্যতে।

ব্যাখ্যা—ষন্নাম্ ইতি পদং শিষ্টৈঃ নিপাত্যতে (নিপাতনে সিদ্ধঃ) ক্ৰিয়তে।

সৰলাৰ্থ—ষন্নাম্ এই পদটো শিষ্ট সকলে নিপাতনে সিদ্ধ কৰিছে।

১৪৮। ডত্যন্তাঃ ষণকাৰান্তাঃ সংখ্যাঃ ষট্‌সংজ্ঞকাঃস্মৃতাঃ।

ব্যাখ্যা—ডত্যন্তাঃ (ডতি প্ৰত্যয়ান্তাঃ শব্দাঃ) ষণকাৰান্তাঃ (ষকাৰ-নকাৰান্তাঃ শব্দাঃ) সংখ্যা ৰাচকাঃ শব্দাশ্চ ষড় সংজ্ঞকাঃ স্মৃতাঃ (উক্তাঃ)।

সৰলাৰ্থ—ডতি প্ৰত্যয়ান্ত, ষকাৰান্ত নকাৰান্ত আৰু সংখ্যা বাচক শব্দবোৰৰ ষট্ সংজ্ঞা হ'ব।

১৪৯। ষট্‌সংজ্ঞকা স্ত্ৰিষুসমা যুষ্মদস্মত্তিঙব্যয়ম্।

ব্যাখ্যা—ষট্ সংজ্ঞকাঃ শব্দাঃ ত্ৰিষু (লিঙ্গেষু) সমাঃ (সম ৰূপাঃ স্যুঃ) যুষ্ম দস্ম তিঙব্যয়ম্ চ ত্ৰিষু লিঙ্গেষু সম ৰূপাঃ স্যুঃ।

সৰলাৰ্থ—ষট্ সংজ্ঞক শব্দবোৰৰ তিনিও লিঙ্গতে একে সমান ৰূপ হ'ব, যুষ্মদ্ অস্মদ্- আৰু তিঙন্ত অব্যয়বো তিনিও লিঙ্গতে একে ৰূপ হ'ব।

১৫০। ৰাষ্ট ৰৌঃ হকৌ।

ব্যাখ্যা—বিভক্তৌ পৰে সতি, অষ্টনঃ (অষ্টন্ শব্দস্য স্থানে) ৰা (বিকল্পেন) অষ্টা স্যাৎ।

সৰলাৰ্থ---বিভক্তি পিছত থাকিলে অষ্টন্ শব্দৰ ঠাইত বিকল্পে অষ্টা আদেশ হ'ব।

১৫১। জস্ শসাৰৌ তস্মাৎ।

ব্যাখ্যা---তস্মাৎ (অষ্টা শব্দাৎ পৰৌ) জস্-শসৌ স্থানে ঔঃ (ঔকাৰঃ স্যাৎ)।

সৰলাৰ্থ---অষ্টা শব্দৰ পিছত থকা জস্ আৰু শস্ বিভক্তিৰ ঠাইত ঔকাৰ হ'ব। উদাহৰণ---অষ্টৌ।

১৫২। গৌণং ৰিনামি নুঃ।

ব্যাখ্যা---গৌণং ৰিনা (ৰৰ্জ্জয়িত্বা) আমি (আম্ ৰিভক্তৌ পৰে সতি) অষ্টাশব্দাৎ পৰঃ নুঃ (নকাৰঃস্যাৎ)।

সৰলাৰ্থ---গৌণ অৰ্থ নহ'লে, আম্ বিভক্তি পিছত থাকিলে অষ্টা শব্দৰ পিছত নুৰ্ নকাৰ হ'ব। উদাহৰণ---অষ্টানাম্।

১৫৩। শতাৎ পূৰ্ব্বত্ৰ সখ্যায়াং পৰস্যাং
ধ্যষ্টনোঽন্ত আ। স্যাদৰহুব্ৰীহ্য শীত্যোঃ।

ব্যাখ্যা---অৰহুব্ৰীহ্য শীত্যোঃ (ৰহুব্ৰীহি অশীতিভিন্ন শব্দয়োঃ পৰয়োঃ সতোঃ) শতাৎ পূৰ্ব্বত্ৰ সংখ্যায়াং (পৰস্যাং সত্যাং) দ্ব্যষ্টনঃ (দ্বি-অষ্টন্ শব্দয়োঃ) অন্তঃ আস্যাৎ।

সৰলাৰ্থ---বহুব্ৰীহি সমাস নহ'লে আৰু অশীতি শব্দ পিছত নেথাকিলে, শতাদি শব্দৰ পূৰ্ব্ব সংখ্যা বাচক শব্দ পিছত থাকিলে দ্বি আৰু অষ্টন শব্দৰ শেষত আকাৰ হ'ব। উদাহৰণ---দ্বাদশ।

১৫৪। ৰা চত্বাৰিংশদাদিষু।

ব্যাখ্যা---চত্বাৰিংশদাদিষু (শব্দেষু পৰেষু সৎষু) শত্যাৎ পূৰ্ব্বত্ৰ সংখ্যায়াং পৰস্যাং ৰা (বিকল্পেন) দ্ব্যষ্টনঃ (দ্বি-অষ্টন্ শব্দয়োঃ) অন্তঃ আ-স্যাৎ।

সৰলাৰ্থ---চত্বাৰিংশৎ আদি শব্দবোৰ পিছত থাকিলে শতাদি শব্দৰ পূৰ্ব্ব সংখ্যা শব্দ পিছত থকা দ্বি আৰু অষ্টন শব্দৰ শেষত বিকল্পে আকাৰ হ'ব। উদাহৰণ---দ্বাচত্বাৰিংশৎ।

১৫৫। অষ্টা গৱাষ্টা কপালাষ্টা ৱক্ৰাঃস্যু ৰ্ব্যৱস্থয়া।

ব্যাখ্যা—ব্যৱস্থয়া (হেতুভূতয়া) অষ্টাগৱ অষ্টাকপাল অষ্টাৱক্ৰাঃ শব্দাঃ সিদ্ধাঃ স্যুঃ।

সৰলাৰ্থ—ব্যৱস্থা থকা হেতুকে অষ্টাগৱ—অষ্টাকপাল আৰু অষ্টা-বক্ৰ সিদ্ধ হৈছে। উদাহৰণ—অষ্টাগৱম্।

১৫৬। সংখ্যা ৱাচিষ্বেক শব্দান্নঞোঽন্নাহ্নৌ সমাসগৌ।

ব্যাখ্যা—সমাসাগৌ (সমাস গম্যমানায়াংসত্যাং) সংখ্যাৱাচিষু (শব্দেষু পৰেষু সতিষু) এক শব্দাৎ পৰঃ নঞঃ স্থানে—অন্নাহ্নৌ (অন্ন-অহ্নৌ আদেশৌ ভৱতঃ।

সৰলাৰ্থ—সমাস হ'লে আৰু সংখ্যা বাচক শব্দ পিছত থাকিলে এক শব্দৰ পৰৱৰ্ত্তী নঞৰ ঠাইত অন্ন আৰু অহ্ন আদেশ হ'ব। উদাহৰণ—একান্নবিংশতি।

১৫৭। পৰঃশতাদ্যাঃ সংখ্যেয়ে ত্ৰিষ্বেতদধিকাৰ্থকাঃ।

শতাদৌ পৰ শব্দান্তঃ সুক্ স্যাৎ।

ব্যাখ্যা—অধিকাৰ্থকাঃ (শতাদ্যধিক সংখ্যা ৱাচকাঃ) পৰঃ শতাদ্যাঃ শব্দাঃ সংখ্যেয়ে (ৱাচ্যে) ত্ৰিষু (লিঙ্গেষুৱৰ্ত্তন্তে), শতাদৌ পৰে সতি পৰ শব্দান্তাঃ (পৰ শব্দস্যান্তোঽৱয়বঃ সন্) সুক্ স্যাৎ (সকাৰাগমঃ স্যাৎ)।

সৰলাৰ্থ—অধিক অৰ্থ বুজালে শতাদি শব্দবোৰ সংখ্যেয় শব্দৰ লিঙ্গ প্ৰাপ্ত হ'ব। শতাদি শব্দ পিছত থাকিলে পিছৰ শব্দৰ অন্তত সুকৰ স আগম হ'ব। উদাহৰণ—পৰশ্শতাঃ ইতি সংখ্যা প্ৰকৰণম।

১৫৮। ক্লীৱাৎ স্যমোৰ্ল্লুক্।

ব্যাখ্যা—ক্লীৱাৎ (নপুংসক লিঙ্গাৎ পৰঃ) স্যমোঃ (সি অম ৱিভক্ত্যোঃ) লুক্স্যাৎ।

সৰলাৰ্থ—ক্লীৱ (স্বৰান্ত ক্লীৱলিঙ্গ) শব্দৰ পিছত সি আৰু অম্ বিভক্তিৰ লোপ হ'ব।

১৫৯। তত্ৰেষ্টং ৱিৰাম ব্যঞ্জনোদিতম্।

ব্যাখ্যা—তত্ৰ (বিভক্তি লুকি সতি) ৱিৰাম ব্যঞ্জনোদিতম্ (কাৰ্য্যং শিষ্টৈঃ ইষ্টম)।

সৰলাৰ্থ---ক্লীৱলিঙ্গ শব্দৰ পিছত থকা বিভক্তি লোপ হ'লে পিছত বিৰাম আৰু ব্যঞ্জনোক্ত কাৰ্য্যবোৰ কৰা হ'ব। উদাহৰণ---ৱাৰি।

১৬০। মুশ্চাকাৰাদসম্বুদ্ধৌ।

ব্যাখ্যা---অসম্বুদ্ধৌ (সম্বুদ্ধিভিন্নে অৰ্থে গম্যমানে সতি) অকাৰাৎ (অদন্তাৎ ক্লীৱলিঙ্গাৎপৰঃ) মুঃস্যাৎ।

সৰলাৰ্থ---সম্বুদ্ধি অৰ্থ নুবুজালে অকাৰান্ত ক্লীৱলিঙ্গ শব্দৰ পিছত মুটৰ ম কাৰ হ'ব। উদাহৰণ---শাস্ত্ৰম্।

১৬১। অন্যাদেস্তু তুৰাগমঃ।

ব্যাখ্যা---ক্লীৱ মাত্ৰাৎ অন্যাদেঃ (অন্যাদি শব্দাৎ পৰস্য মাগম বাধকঃ) তুৰাগমঃ স্যাৎ (তকাৰাগমঃ স্যাৎ)।

সৰলাৰ্থ---ক্লীৱ লিঙ্গ বুজোৱা অন্যাদি শব্দৰ পিছত মকাৰ আগম নহয়, ত কাৰ আগম হ'ব। উদাহৰণ---অন্যৎ সৰ্ব্বনামান্তৰ্গত অন্যাদি শব্দ ন প্ৰকাৰৰ, যেনে---অন্য অন্যতৰ ইতৰ-ডতৰ-ডতম-কিম্ যৎ-তৎ-যড়্।

১৬২। ঔৰীকাৰঃ।

ব্যাখ্যা---ক্লীৱ মাত্ৰাৎ পৰঃ (ঔকাৰস্য স্থানে ঈকাৰঃ স্যাৎ।)

সৰলাৰ্থ---ক্লীৱ লিঙ্গ বাচক শব্দৰ পিছত থকা ঔ বিভক্তিৰ ঠাইত ঈকাৰ হ'ব। উদাহৰণ---শাস্ত্ৰে।

১৬৩। জস্‌শসো শিঃ।

ব্যাখ্যা---ক্লীৱ লিঙ্গ মাত্ৰাৎ পৰয়োঃ, জস্ শসোঃ (জস্-শসোঃ ৱিভক্ত্যোঃ স্থানে) শিঃস্যাৎ।

সৰলাৰ্থ---ক্লীৱলিঙ্গ শব্দৰ পিছত থকা জস্ আৰু শস্ বিভক্তিৰ ঠাইত শি হ'ব। উদাহৰণ---চত্বাৰি।

১৬৪। ধুড়ন্তস্য ধুটঃ পুৰঃ। স্বৰাৎ স্বৰান্তাচ্চ ঘুটি নুঃ। নৈঙ্গঃ।

ব্যাখ্যা---ঘুটি---(ঘুট্ সংজ্ঞকে পৰে সতি) ধুড়ন্তস্য শব্দস্য ধুটঃ পুৰঃ (ধুটঃপুৰ্ব্বত্ৰ) স্বৰাৎ পৰঃ নুঃ স্যাৎ। স্বৰান্তাচ্চ (শব্দাৎ পৰঃনুঃস্যাৎ)। নৈঙ্গঃ (সঃ--চ নুঃ লিঙ্গাৱয়ৱঃ স্যাৎ)।

সৰলাৰ্থ---ঘুট্ সংজ্ঞক বৰ্ণ পিছত থাকিলে ধুড়্ সংজ্ঞা যুক্ত শব্দৰ আগত আৰু স্বৰান্ত ক্লীৱলিঙ্গ শব্দৰ পিছত নুৰ নকাৰ হ'ব। এই নকাৰ লিঙ্গৰ অৱয়ব হ'ব অৰ্থাৎ লিঙ্গ সংজ্ঞা হ'ব। উদাহৰণ---পদ্মানি।

১৬৫। নামিনঃ স্বৰে।

ব্যাখ্যা---স্বৰে পৰে সতি, ক্লীৱলিঙ্গাৎ নামিনঃ পৰঃ নুঃ স্যাৎ।

সৰলাৰ্থ---স্বৰ সংজ্ঞা পিছত থাকিলে স্বৰান্ত ক্লীৱলিঙ্গ শব্দৰ নামি সংজ্ঞাৰ পিছত নুৰ নকাৰ আগম হ'ব। উদাহৰণ---বাৰিণা।

১৬৬। নুযুক্ত আমি দীৰ্ঘোৱা।

ব্যাখ্যা---আমি (আম্ ৱিভক্তৌ পৰে সতি) নু যুক্তঃ (নকাৰযুক্তঃ) নামী সংজ্ঞা ৱা (বিকল্পেন) দীৰ্ঘঃ স্যাৎ।

সৰলাৰ্থ---আম বিভক্তি পিছত থাকিলে বিকল্পে নকাৰ যুক্ত নামী সংজ্ঞা দীৰ্ঘ হ'ব। উদাহৰণ---ৱাৰীণাম্।

১৬৭। নপুংসকোক্তা ৱিৰোধাত্তৃতীয়াদিষু পুৰ্ব্বিধিঃ।

ব্যাখ্যা---তৃতীয়াদিষু (ৱিভক্তিষু পৰেষু সতিষু) নপুংসকোক্ত (নপুংসক লিঙ্গোক্ত কাৰ্য্যং) অৱিৰোধাৎ (ৱিৰোধ ৰহিতাৎ (পুং বিধিঃ) পুং-লিঙ্গোক্ত কাৰ্য্যং) ন পুংসকে লিঙ্গেহপিস্যাৎ।

সৰলাৰ্থ---তৃতীয়াদি বিভক্তি পিছত থাকিলে কোনো বিৰোধ নোহোৱাকৈ ক্লীৱলিঙ্গ শব্দৰ পুংলিঙ্গৰ কাৰ্য্যৰ দৰে সাধ্য হ'ব। উদহৰণ---মাৰ্দ্দবেণগুণেন।

১৬৮। যৎ প্ৰবৃত্তি নিমিত্তৈক্যে পুব্বঁদ্ক্ৰতেহন্যলিঙ্গকম্।
তৎ কীৱলিঙ্গং নাম্যন্তং পুংৱৎটাদি স্বৰে ভুৱা।

ব্যাখ্যা---প্ৰৱৃত্তিনিমিত্তৈক্যে (গুণ ক্ৰিয়া জাতি দ্ৰব্যাত্মকেন শব্দ প্ৰৱৃত্তি নিমিত্তেনৈক্যেন) যৎ পুংৱৎ (পুমাংসমিৱ অন্য লিঙ্গকং শ্ৰূতে (ভিন্ন লিঙ্গকমৰ্থ মুপস্থাপয়তি তৎ ভাষিত পুংস্ক মিত্যুচ্যতে), টাদি স্বৰে পৰে সতি তু (কিন্তু) তৎ ক্লীৱলিঙ্গং নাম্যন্তং চেৎ ৱা (ৱিকল্পেন) পুংৱৎ (পুংলিঙ্গৱৎ ভৱতি)।

সৰলাৰ্থ---ম্বি প্ৰবৃত্তিৰ দ্বাৰা অৰ্থাৎ গুণ ক্ৰিয়া জাতি দ্ৰব্যৰ দ্বাৰা পুং-লিঙ্গ শব্দৰ অন্য লিঙ্গান্ত শব্দৰ দৰে অৰ্থ প্ৰকাশ কৰে, টা আদি কৰি বাকী বিভক্তিবোৰৰ স্বৰ বৰ্ণ পিছত থাকিলে আৰু নামী সংজ্ঞক বৰ্ণ পূৰ্ব্ব পদৰ অন্ত হ'লে তেনেকুৱা ক্লীবলিঙ্গ শব্দৰ বিকল্পে পুংলিঙ্গৰ দৰে কাৰ্য্য হ'ব। উদাহৰণ---মৃদৱে বস্ত্ৰায়।

১৬৯। অস্থি দধ্যক্ষি সক্থীনামণিকাৰস্য টাদ্যচি।
ৱন্তৌ চ।

ব্যাখ্যা---টাদ্যচি (টাদি স্বৰে পৰে সতি) ৱন্তৌচ পৰে সতি অস্থি-দধ্যক্ষি সক্থীনাং (শব্দানাং) ইকাৰস্য স্থানে অন্ স্যাৎ।

সৰলাৰ্থ---টা বিভক্তিকে আদি কৰি বিভক্তিৰ স্বৰ বৰ্ণ পিছত থাকিলে আৰু ৱন্ত প্ৰত্যয় পিছত থাকিলে অস্থি দধি-অক্ষি আৰু সক্থি শব্দৰ ইকাৰৰ ঠাইত অন্ হ'ব। উদাহৰণ---অস্থ্না।

১৭০। এষামিন্ ক্বিৱন্তা নামন্তস্য।

ব্যাখ্যা---টাদ্যচি পৰে সতি ৱন্তৌ চ পৰে সতি, ইন্‌ক্বিৱন্তানাং (ইন্-ক্বিপ্ প্ৰত্যয়ান্তানাং) এষাং (অস্থি দধ্যক্ষি সক্থীনাং শব্দানাং) অন্তস্য অন্ স্যাৎ।

সৰলাৰ্থ---টা বিভক্তিকে আদি কৰি বিভক্তিৰ স্বৰ বৰ্ণ আৰু ৱন্ত প্ৰত্যয় পিছত থাকিলে ইন্ আৰু ক্বিপ্ প্ৰত্যয় হ'লেও সেই অস্থি দধি অক্ষি আৰু সক্থি শব্দৰ শেষত অনৰ অকাৰ হ'ব।
উদাহৰণ--অক্ষ্ণা।

১৭১। ধস্য নিঃ স্বৰঃ।

ব্যাখ্যা---টাদ্যচি পৰে সতি ৱন্তৌ চ পৰে সতি, ধস্য (এষাং অস্থি দধ্যক্ষি সক্থীনাং ধকাৰস্য স্থানে) নিঃস্বৰঃ (স্বৰ হীনোঽনস্যাৎ)।

সৰলাৰ্থ---টা বিভক্তিকে আদি কৰি বিভক্তিৰ স্বৰ বৰ্ণ আৰু ৱন্ত প্ৰত্যয় পিছত থাকিলে সেই অস্থি-দধি-অক্ষি আৰু সক্থি শব্দৰ ধবৰ্ণৰ ঠাইত স্বৰহীন অন্ হ'ব। উদাহৰণ---সুদ্না।

১৭২। অঘুট্ স্বৰেষু লোপ্যোঽনোঽকাৰঃ সংযুগ্ৱমাস্থিতঃ।

ব্যাখ্যা---অঘুট্ স্বৰেষু (ঘুট্ সংজ্ঞা ভিন্ন স্বৰেষু পৰেষু সৎসু) সংযুগ্ৱমাস্থিতঃ (ৱ-ম সংযোগস্থ ভিন্নঃ সন্) অনঃ অকাৰঃ লোপ্যঃ স্যাৎ।

সৰলার্থ---ঘুট্ সংজ্ঞা ভিন্ন স্বৰ বর্ণ পিছত থাকিলে, ব আৰু ম বৰ্ণৰ সংযুক্ত নহ'লে অস্থি দধি-অক্ষি-সক্থি আদি শব্দৰ পিছত হোৱা অনৰ অ বৰ্ণৰ লোপ হ'ব। উদাহৰণ---দাম্না।

১৭৩। ঈঙ্যোর্বিভাষয়া।

ব্যাখ্যা---অস্থি-দধ্যক্ষি-সক্থীনাং শব্দানাং, ঈঙ্যোঃ (ঈ-ঙি-বিভক্ত্যোঃ পৰয়োঃ সতোঃ) বিভাষয়া (বিকল্পেন) সংযুগৰমাস্থিতঃ---অনোহকাৰঃ লোপ্যঃস্যাৎ।

সৰলার্থ---অস্থি-দধি-অক্ষি-সক্থি আদি শব্দবোৰৰ ঈ আৰু ঙি থাকিলে, ব আৰু ম বর্ণ সংযুক্ত নহ'লে বিকল্পে অনৰ অকাৰ লোপ হ'ব। উদাহৰণ---দধ্নি-দধনি।

১৭৪। ধৃত ৰাজন্ষন্ হনন্তস্যেৰানি।

ব্যাখ্যা---অনি পৰে সতি, ধৃত ৰাজন্ ষন্ হনন্তস্য এৱ অনোহকাৰঃ লোপ্যঃ. স্যাৎ।

সৰলার্থ---অন্ প্ৰত্যয় হ'লে ধৃত ৰাজন্-ষন্-হনন্ত শব্দৰ অনৰ অকাৰৰ লোপ হ'ব। উদাহৰণ---পৌষ্ণম্। ইতিস্বৰান্ত সাধ্য বিন্যাসঃ।

—+—

## অথ ব্যঞ্জনান্ত সাধ্যম।

১। অথ ব্রুবে হলন্তানাং সাধ্যং লিঙ্গত্রয়াশ্রিতম্।
কার্য্যমর্ণাধিকাৰোক্তং নাস্তি সন্ধেৰনন্তৰম্।

ব্যাখ্যা---অথ (স্বৰান্ত শব্দ সাধ্য কথনান্তৰং) লিঙ্গ ত্ৰয়াশ্রিতম্ (পুংলিঙ্গ স্ত্রীলিঙ্গ-ক্লীৱলিঙ্গাশ্রিতং) হলন্তানাং (ব্যঞ্জনান্তানাং শব্দানাং) সাধ্যং (সাধনকার্য্যং) ব্রুবে (কথয়ামি), সন্ধেঃ-অনন্তৰং (সন্ধেঃ পশ্চাৎ) অর্ণাধিকাৰোক্তং (অর্ণসংজ্ঞাধিকাৰোক্তং কার্য্যং ন অস্তি (ন ভৱতি)।

সৰলার্থ---স্বৰান্ত শব্দ সাধ্য কোৱাৰ পিছত পুংলিঙ্গ স্ত্রীলিঙ্গ আৰু ক্লীৱলিঙ্গ হোৱা ব্যঞ্জনান্ত শব্দৰ সাধ্য কার্য্য কোৱা হ'ব। সন্ধিৰ পিছত অর্ণ সংজ্ঞা অধিকাৰ কৰি যিবোৰ কার্য্য আছে সেই কার্য্যবোৰ কৰা নহ'ব। উদাহৰণ---সপিষ্যু।

২। ব্যঞ্জনান্তাৎ সি লোপঃ।

ব্যাখ্যা---ব্যঞ্জনান্তাৎ (ব্যঞ্জনান্ত শব্দাৎ পৰাঃ) সি ৱিভক্তেঃ লোপঃ স্যাৎ।

সৰলার্থ---ব্যঞ্জনান্ত শব্দৰ পিছত থকা সি বিভক্তিৰ লোপ হব। উদাহৰণ---সর্ব্বশক্।

৩। অন্তে তৃতীয় প্রথমৌ ধুটাম্।

ব্যাখ্যা---অন্তে বিৰামে চ, (পৰস্থস্বপদ বর্ণাভাৱে সতি) ধুটাং (ধুট্ সংজ্ঞক বর্ণানাং স্থানে) তৃতীয় প্রথমৌবর্ণৌ স্যাতাম্।

সৰলার্থ---পদান্ত হলে আৰু পিছত স্বপদৰ বর্ণাভাৱ হলে, ধুট্ সংজ্ঞক বর্ণৰ ঠাইত প্রথম আৰু তৃতীয় বর্ণ হব। উদাহৰণ--সর্ব্বশগ্।

৪। তৃতীয়োঽর্ণষ্বে।

ব্যাখ্যা---অর্ণেষু (অর্ণ সংজ্ঞক ৱর্ণেষু পৰেষু সৎসু) ধুটাং স্থানে তৃতীয় স্যাৎ।

সৰলাৰ্থ---অৰ্ণ সংজ্ঞক বৰ্ণ পিছত থাকিলে ধুট্ সংজ্ঞক বৰ্ণৰ ঠাইত তৃতীয় বৰ্ণ হব। উদাহৰণ---সৰ্ব্বশগ্ভ্যাম্।

৫। অঘোষে তু প্ৰথমঃ।

ব্যাখ্যা---অঘোষে (অঘোষ সংজ্ঞকৱৰ্ণে পৰে সতি) ধুটাং (ধুট্ সংজ্ঞক ৱৰ্ণানাং স্থানে) প্ৰথমঃ (স্বকীয় প্ৰথম ৱৰ্ণঃ) স্যাৎ।

সৰলাৰ্থ---ঘোষ সংজ্ঞক বৰ্ণ পিছত নেথাকিলে ধুট্ সংজ্ঞক বৰ্ণৰ ঠাইত নিজ বৰ্গৰ অৰ্থাৎ যি বৰ্গৰ ধুট্ বৰ্ণ পিছত থাকে সেই বৰ্গৰ প্ৰথম বৰ্ণ হব। উদাহৰণ---চিন্নলিক্ষু।

৬। অৰ্ণে ৱিৰামেঽপ্যন্তস্য প্ৰায়েণ ধাতুকস্য দঃ।

ব্যাখ্যা---অৰ্ণে (অৰ্ণ সংজ্ঞক ৱৰ্ণে পৰে সতি) অপি (ৱিৰামেচ সতি) প্ৰায়েণ (ৱাহুল্যেন) ধাতুকস্য (ধাতোঃককাৰস্য স্থানে) দঃ (দকাৰঃ স্যাৎ)।

সৰলাৰ্থ---অৰ্ণ সংজ্ঞক বৰ্ণ পিছত থাকিলে আৰু বিৰাম হলে ধাতুৰ ক ৰ্বণৰ প্ৰায়েই দ কাৰ হব। উদাহৰণ---বনটীদ্।

৭। চজঝাঙ্গঃ।

ব্যাখ্যা---অৰ্ণে পৰে সতি ৱিৰামে চ সতি, চজঝাং (চজঝ ৱৰ্ণানাং স্থানে গঃ স্যাৎ)।

সৰলাথ---অৰ্ণ সংজ্ঞক বৰ্ণ পিছত থাকিলে আৰু বিৰাম হলে পদৰ শেষত থকা চ-জ আৰু ঝ বৰ্ণৰ ঠাইত গ হব। উদাহৰণ---ৱাগ্ভ্যাম্।

৮। দৃগাদীনাম্।

ব্যাখ্যা---অৰ্ণে পৰে সতি ৱিৰামে চ সতি, দৃগাদীনাং শব্দানাং অন্তস্য স্থানে গঃ স্যাৎ।

সৰলাৰ্থ---অৰ্ণ সংজ্ঞা পিছত থাকিলে আৰু বিৰাম হলে দৃগাদি শব্দৰ শেষত গ হব। উদাহৰণ---দৃগ্।

৯। মুহাদীনাং পুনৰ্ডগৌ।

ব্যাখ্যা---অৰ্ণে পৰে সতি ৱিৰামে চ সতি, মুহাদীনাং শব্দানাং অন্তস্য স্থানে ড:গী স্যাতাম্।

সৰলাৰ্থ---অৰ্ণ সংজ্ঞা পিছত থাকিলে আৰু বিৰাম হলে মুহাদি শব্দৰ পিছত পুনৰ ড আৰু গ হব। উদাহৰণ---সুমুড়্।

১০। যজ ভ্ৰাজ পৰিব্ৰাজ্ ৰাজ্ ভ্ৰস্জি ব্ৰশ্চি সৃজ্ মৃজাম্। চজোৰ্ডঃ স্যাৎ ষশ্চহাঞ্চ।

ব্যাখ্যা---অৰ্ণে পৰে সতি বিৰামে চ সতি, যজ-ভ্ৰাজ-পৰিব্ৰাজ-ৰাজ-ভ্ৰস্জি ব্ৰশ্চি-সৃজ-মৃজাং শব্দানাং অন্তঃ চজোঃ স্থানে ডঃ স্যাৎ, ষশ্চ হাঞ্চ স্থানে ডঃ স্যাৎ।

সৰলাৰ্থ---অৰ্ণ সংজ্ঞা পিছত থাকিলে আৰু বিৰাম হলে যজ-ভ্ৰাজ-পৰিব্ৰাজ-ৰাজ্-ভ্ৰজ্জ-ব্ৰশ্চ-সৃজ্-মৃজ্ আদি শব্দৰ শেষত থকা চ আৰু জ বৰ্ণৰ ঠাইত ড হব আৰু ষ বৰ্ণ আৰু হ বৰ্ণৰ ঠাইতো ড হব। উদাহৰণ---পৰিব্ৰাড়্---পৰিব্ৰাট্।

১১। নহো হোদঃ।

ব্যাখ্যা---অৰ্ণে পৰে সতি বিৰামে চ সতি, নহঃ হঃ স্থানে দঃ স্যাৎ।

সৰলাৰ্থ---অৰ্ণ সংজ্ঞা পিছত থাকিলে আৰু বিৰাম হলে নহ শব্দৰ হ বৰ্ণৰ ঠাইত দ হব। উদাহৰণ---উপানদ্।

১২। ক্বচিত্তু ডঃ।

ব্যাখ্যা---অৰ্ণে পৰে সতি বিৰামে চ সতি ক্বচিত্তু নহঃ হঃ স্থানে ডঃ স্যাৎ।

সৰলাৰ্থ---অৰ্ণ সংজ্ঞা পিছত থাকিলে আৰু বিৰাম হলে কেতিয়াবা নহ শব্দৰ হ বৰ্ণ ঠাইত ড হব। উদাহৰণ---উপানড্।

১৩। তৃতীয়াদ্যা স্তুৰ্য্যহান্তা গণোক্তা ধাতৱো যদি। তুৰ্য্যাদ্যাঃ স্যুঃ।

ব্যাখ্যা---অৰ্ণে পৰে সতি বিৰামে চ সতি, যদি গণোক্তা ধাতৱঃ (যদি ভূৱাদি গণেষু কথিতাঃ ধাতৱঃ) তৃতীয়াদ্যাঃ (গ-জ-দ-ড-ব-বৰ্ণাঃ পূৰ্ব্বাঃ), তুৰ্যহান্তাঃ (ঘ-ঝ-ধ-ঢ-ভ-হ বৰ্ণাঃ অন্তাঃচেৎ) তদা তুৰ্য্যাদ্যাঃ (চতুৰ্থ বৰ্ণাঃ পূৰ্ব্বাঃ সুঃ)।

সৰলাৰ্থ—অৰ্ণ সংজ্ঞা পিছত থাকিলে আৰু বিৰাম হলে যদি ভুবাদি গণত পঠিত ধাতুৰ তৃতীয় বৰ্ণ (গ-জ-ড-দ-ব) পূৰ্ব্ব পদত থাকিলে আৰু চতুৰ্থ বৰ্ণ (ঘ-ঝ-ঢ-ধ-ভ) আৰু হ বৰ্ণ পিছত থাকে অৰ্থাৎ পৰ পদত থাকে তেতিয়াহলে চতুৰ্থ বৰ্ণ পূৰ্ব্ব পদান্ত হব। উদাহৰণ—নিঘুড্—নিঘুট্।

১৪। দাদি হোঘঃ।

ব্যাখ্যা—অৰ্ণে পৰে সতি ৱিৰামে চ সতি, দাদিগনোক্তস্য ধাতোঃ হঃ স্থানে ঘঃ স্যাৎ।

সৰলাৰ্থ—অৰ্ণ সংজ্ঞা পিছত থাকিলে আৰু বিৰাম হলে দাদি গণত পঠিত ধাতুৰ হ বৰ্ণৰ ঠাইত ঘ হব। উদাহৰণ—গোধুগ্।

১৫। গৰ্দ্দভো দস্য ধং জগুঃ।

ব্যাখ্যা—অৰ্ণে পৰে সতি ৱিৰামে চ সতি গৰ্দ্দভঃ (শব্দস্য) দস্য (দকাৰস্য স্থানে) ধংজগুঃ (কৱয়ঃ ৱদন্তি)।

সৰলাৰ্থ—অৰ্ণ সংজ্ঞা পিছত থাকিলে আৰু বিৰাম হলে গৰ্দ্দভ শব্দৰ দ কাৰৰ ঠাইত ধ হব পণ্ডিতসকলে কয়। উদাহৰণ—গৰ্দ্ধব্।

১৬। ইৰুৰাৱিষুসোৰ্ধাতোৰঘোষেহপি ক্বচিৎ স্মৃতৌ।

ব্যাখ্যা—অৰ্ণে পৰে সতি ৱিৰামে চ সতি কৃচিৎ অঘোষেহপি পৰে সতি, ধাতোঃ ইষুষোঃ স্থানে ইৰুৰৌ শিষ্টৈঃ স্মৃতৌ।

সৰলাৰ্থ—অৰ্ণ সংজ্ঞা পিছত থাকিলে, বিৰাম হলে আৰু কেতিয়াবা অঘোষ সংজ্ঞক বৰ্ণ পিছত থাকিলেও ইষ্ আৰু উষ্ ধাতুৰ ঠাইত ইৰ্ আৰু উৰ্ হব। উদাহৰণ—সুপীৰ্ঃ।

১৭। ধাত্বিৰুৰাৱীৰূৰৌ স্যাতাম্।

ব্যাখ্যা—অৰ্ণে পৰে সতি ৱিৰামে চ সতি, ধাত্বিৰুৰৌ স্থানে ঈৰূৰৌ স্যাতাম্।

সৰলাৰ্থ—অৰ্ণ সংজ্ঞা পিছত থাকিলে আৰু বিৰাম হলে ধাতুৰ ইৰ্ আৰু উৰৰ ঠাইত ঈৰ্ আৰু ঊৰ্ হব। উদাহৰণ—গীৰ্ভ্যাম্।

১৮। সজুষাশিষোঃ ষোৰঃ।

ব্যাখ্যা—অৰ্ণে পৰে সতি ৱিৰামে চ সতি, সজুষঃ আশিষোঃ শব্দয়োঃ ষঃ স্থানে ৰঃ স্যাৎ।

সৰলাৰ্থ—অৰ্ণ সংজ্ঞা পিছত থাকিলে আৰু বিৰাম হলে সজুষ্ আৰু আশিষ্ শব্দৰ ষ কাৰৰ ঠাইত ৰ হয়। উদাহৰণ—সজুৰ্য্যাম।

১৯। যৌ চাহ্নোঽহঃ কাৰ্য্যঃ।

ব্যাখ্যা—অৰ্ণে পৰে সতি ৱিৰামে চ সতি, যৌ চপৰে সতি অহ্নঃ স্থানে অহঃ যুস্মাভিঃ কাৰ্য্যঃ।

সৰলাৰ্থ—অৰ্ণ সংজ্ঞা পিছত থাকিলে আৰু বিৰাম হ'লে, আৰু য পিছত থাকিলেও অহ্নঃ শব্দৰ ঠাইত অহঃ হ'ব।
উদাহৰণ—দীৰ্ঘাহঃ।

২০। সংযোগান্তস্য লোপনম্।

ব্যাখ্যা—অৰ্ণে পৰে সতি ৱিৰামে চ সতিসং যোগান্তস্য (পদান্ত সংযুক্ত-ৱৰ্ণস্য) লোপনং স্যাৎ (লোপোভৱতি)

সৰলাৰ্থ—অৰ্ণ সংজ্ঞা পিছত থাকিলে আৰু বিৰাম হ'লে পদান্ত সংযুক্ত বৰ্ণৰ লোপ হ'ব। উদাহৰণ—সুৱল্।

২১। ৰাৎ সঃ।

ব্যাখ্যা—অৰ্ণে পৰে সতি ৱিৰামে চ সতি, ৰাৎ পৰঃ সস্য এৱ (সকা-ৰস্য এৱ) লোপঃ স্যাৎ।

সৰলাৰ্থ—অৰ্ণ সংজ্ঞা পিছত থাকিলে আৰু বিৰাম হ'লে ৰ বৰ্ণৰ পিছত থকা স বৰ্ণৰ লোপ হ'ব। উদাহৰণ—কটচিকীঃ।

২২। সংযুক্তয়ো ধু্টৌৰাদেৰদ্‌ডশ্চ।

ব্যাখ্যা—অৰ্ণে পৰে সতি ৱিৰামে চ সতি, সংযুক্তয়োঃ ধুটোঃ (সং-যুক্ত ধুড্‌দ্বয়স্য) আদেঃ-লোপঃস্যাৎ (অড়্দতেশ্চ—অ:দেঃ-লোপঃ স্যাৎ।

সৰলাৰ্থ—অৰ্ণ সংজ্ঞা পিছত থাকিলে আৰু বিৰাম হ'লে সংযুক্ত ধুট সংজ্ঞক বৰ্ণৰ আদি বৰ্ণ লোপ হ'ব আৰু অদ্ আৰু ড বৰ্ণৰ আদি বৰ্ণও লোপ হ'ব। উদাহৰণ—গোৰট্।

২৩। চজঘাং ন কঃ।

ব্যাখ্যা—অৰ্ণে পৰে সতি ৱিৰামে চ সতি, চজঘাং (বৰ্ণনাংস্থানে আদেশাদিভুত) কঃ (ককাৰস্য) লোপঃ ন স্যাৎ।

সৰলাৰ্থ---অৰ্ধ সংজ্ঞা পিছত থাকিলে আৰু বিৰাম হ'লে চ-জ আৰু ঘ বৰ্ণৰ ঠাইত আদেশ হোৱা ক বৰ্ণৰ লোপ নহ'ব। উদাহৰণ---মাংসপিপক্।

২৪। নোঽন্তস্য যৌ চাসম্বুদ্ধৌ।

ব্যাখ্যা---অৰ্ণে পৰে সতি বিৰামে চ সতি, অন্তস্য (লিঙ্গান্তস্য) নঃ (নকাৰস্য) লোপঃ স্যাৎ।

সৰলাৰ্থ---সম্বুদ্ধি সংজ্ঞা ভিন্ন অৰ্ণ সংজ্ঞা পিছত থাকিলে, বিৰাম হ'লে আৰু য প্ৰত্যয় পিছত থাকিলে লিঙ্গান্ত নকাৰৰ লোপ হ'ব। উদাহৰণ---সামগীতম্।

২৫। সম্বুদ্ধৌ ৰা নপুংসকে।

ব্যাখ্যা---সম্বুদ্ধৌ পৰস্যাং সত্যাং নপুংসকে লিঙ্গে বিষয়ে ৰা (বিকল্পেন) নস্য (লিঙ্গান্ত নকাৰস্য লোপঃ স্যাৎ)।

সৰলাৰ্থ---সম্বুদ্ধি সংজ্ঞা পিছত থাকিলে নপুংসক লিঙ্গ বিষয়ত বিকল্পে লিঙ্গান্ত নকাৰৰ লোপ হ'ব। উদাহৰণ---হে সামন্, হে সাম।

২৬। মনোৰ্ৱৰ্ণ লুপান্তত্বাদিত্বে তন্নিয়তংপ্ৰতি।
নেষ্টংলাক্ষণিকঞ্চেষ্টং ৱ্ৰুপধানাদিযিচিৱ্ৰষু।

ব্যাখ্যা---মোনঃ (মকাৰ প্ৰভৱঃ ন কাৰঃ) লাক্ষণিকঃ নগ্ৰাহ্যঃ, তন্নিয়তং কাৰ্য্যং নেষ্টম্, ৱৰ্ণলুপান্তত্বাদিত্বে (আদি অন্ত ৱৰ্ণ লুপ্ত বিষয়ে) লাক্ষণিকেন গ্ৰাহ্যে সতি তন্নিয়তং কাৰ্য্যং নেষ্টম্। ৱ্ৰুপধানাদিযিচিৱ্ৰষু (ৰ ৱ উপধানামনাদৌ যি চিৱ্ৰষু প্ৰত্যয়েষু বিষয়েষু) যৎ কাৰ্য্যমুক্তং তল্লাক্ষণিকেঽপি, তন্নিয়তং প্ৰতি কাৰ্য্যং শিষ্টৈঃ---ইষ্টম্।

সৰলাৰ্থ---ম বৰ্ণত উৎপন্ন হোৱা ন বৰ্ণ লাক্ষণিক নহ'ব গতিকে সেই ন বৰ্ণৰ কোনো সাধ্য কাৰ্য্য নহ'ব, আদি অন্ত বৰ্ণ অৰ্থাৎ পদৰ আদি বৰ্ণ নাইবা অন্ত বৰ্ণ লোপ হোৱা কাৰ্য্যও লাক্ষণিক নহব, গতিকে তাৰ পিছতো কোনো সাধ্য কাৰ্য্য কৰা নহব, ৰ বৰ্ণ আৰু ৱ বৰ্ণৰ উপধাৰ আগতে নোহোৱা যি, চিৱ্ৰ আদি প্ৰত্যয় বোৰো লাক্ষণিক তথাপি সেই প্ৰত্যয়বোৰৰ পিছত সাধ্য কাৰ্য্য কৰা হ'ব বুলি শিষ্টসকলে কয়। উদাহৰণ---প্ৰশান্---প্ৰতান্।

২৭। নান্তানামুপধায়া দীৰ্ঘঃ স্যাদ্ ঘুট্যসম্বুদ্ধৌ।

ব্যাখ্যা—অসম্বুদ্ধৌ (সম্বুদ্ধি ভিন্নে) ঘুটি (ঘুট্ সংজ্ঞক বৰ্ণে পৰে সতি) নান্তানাং (নকাৰান্ত লিঙ্গানাং) উপধায়াঃ দীৰ্ঘঃ স্যাৎ।

সৰলাৰ্থ—সম্বুদ্ধি ভিন্ন ঘুট্ সংজ্ঞক বৰ্ণ পিছত থাকিলে নকাৰান্ত পদৰ উপধা বৰ্ণৰ দীৰ্ঘ হ'ব। উদাহৰণ—ৰাজা।

২৮। ইনহন পূষাৰ্য্যম্নাং সৌ শাৱেৱোপধা দীৰ্ঘঃ।

ব্যাখ্যা—শৌ—সৌ এৱ ঘুটি পৰে সতি ইনহন পূষাৰ্য্যম্নাং শব্দানাং উপধায়াঃ দীৰ্ঘঃ স্যাৎ।

সৰলাৰ্থ—শি, সি আৰু ঘুট্ সংজ্ঞক বৰ্ণ পিছত থাকিলে ইন-হন-পূষ অৰ্য্যমা আদি শব্দৰ উপধা বৰ্ণ দীৰ্ঘ হ'ব। উদাহৰণ—বৃত্ৰহা।

২৯। হনো হ্নো হো ঘঃ।

ব্যাখ্যা—শৌ সৌ এৱ ঘুটি পৰে সতি, হনঃ (হন্ ধাতোঃ অকাৰ লোপে চ সতি) হ্নঃ (হ কাৰস্য স্থানে) ঘঃ স্যাৎ।

সৰলাৰ্থ—শি, সি আৰু ঘুট্ সংজ্ঞক বৰ্ণ পিছত থাকিলে হন্ ধাতুৰ অকাৰৰ লোপ হ'লে হ বৰ্ণৰ ঠাইত ঘ হ'ব। উদাহৰণ—বৃত্ৰঘ্নঃ।

৩০। অধাত্ব সন্তোপধায়া দীৰ্ঘোঽসম্বুদ্ধি লুপ্তসৌ।

ব্যাখ্যা—অসম্বুদ্ধি লুপ্তসৌ (সম্বুদ্ধি ভিন্ন লুপ্ত সি পৰে সতি) অধাতোঃ (ধাতু ভিন্নস্য) অসন্তঃ (অস্ ধাতু ভিন্ন অস্ ভাগান্ত শব্দস্য) উপধায়াঃ দীৰ্ঘঃ স্যাৎ।

সৰলাৰ্থ—সম্বুদ্ধি সংজ্ঞা ভিন্ন সি লোপ হ'লে, অস্ ধাতু ভিন্ন অস্ ভাগান্ত শব্দৰ উপধা বৰ্ণ দীৰ্ঘ হ'ব। উদাহৰণ—চন্দ্ৰমাঃ।

৩১। অন্তস্তূদনুবন্ধস্য নোপধা দীৰ্ঘমাপ্নুয়াৎ।

ব্যাখ্যা—অসম্বুদ্ধি লুপ্ত সৌ পৰে, উদনুবন্ধস্য (উকাৰানুবন্ধ শব্দস্য) তু (কিন্তু) অন্তঃ উপধা-দীৰ্ঘং ন আপ্নুয়াৎ।

সৰলাৰ্থ—সম্বুদ্ধি সংজ্ঞা ভিন্ন সি বিভক্তি লোপ হ'লে উকাৰ অনুবন্ধ হোৱা শব্দৰ উপধা বৰ্ণ দীৰ্ঘ নহব। উদাহৰণ—ধনৱান।

৩২। অনেহসঃ সলুক্ চৈৱমুশনঃ পুৰুদন্‌শসোঃ ।

ব্যাখ্যা—অসম্বুদ্ধি লুপ্তসৌ পৰে সতি, অনেহসঃ শব্দস্য উপধায়াঃ দীৰ্ঘঃ স্যাৎ, সলুক্চ (সকাৰস্য চ লোপঃ স্যাৎ)। উশনঃ পুৰুদন শসোঃ (শব্দয়োঃ) এবং উপধায়াঃ দীৰ্ঘঃ, সকাৰস্য চ লোপঃ স্যাৎ।

সৰলাৰ্থ—সম্বুদ্ধি সংজ্ঞক ভিন্ন বৰ্ণ আৰু লুপ্ত সি বিভক্তি পিছত থাকিলে অনেহস্ শব্দৰ উপধা বৰ্ণ দীৰ্ঘ হব আৰু সকাৰৰ লোপ হব। উশনস্ আৰু পুৰুদন্‌শ শব্দৰ উপধা বৰ্ণ দীৰ্ঘ আৰু সকাৰৰ লোপ হব। উদাহৰণ—অনেহা।

৩৩। সম্বোধনে হে উশন উশনন্নুশনোশনা।
সান্তং নান্তমদন্তঞ্চাদন্তঞ্চেতি নিপাতনাৎ ।

ব্যাখ্যা—সম্বোধনে ৱাচ্যে (হে উশন ইতি ৰূপং স্যাৎ) উশনন্ ইতি সকাৰস্য স্থানে নঃ স্যাৎ, উশন ইতি সকাৰস্য লোপঃ স্যাৎ, উশনা ইতি আদন্ত ৰূপং স্যাৎ, এষাং সান্তং-নান্তং-অদন্তং-আদন্তঞ্চ ৰূপানাং নিপাতনাৎ সিদ্ধাঃ স্যুঃ।

সৰলাৰ্থ—সম্বোধন বাচ্য হলে উশন শব্দৰ যথাক্ৰমে হে উশন, হে উশনন্, হে উশনা, হে উশন আদি সান্ত-নান্ত-অদন্ত-আদন্ত ৰূপ-বোৰ নিপাতনত সিদ্ধ হৈছে। উদাহৰণ—হে উশন্।

৩৪। ইন্ ক্বিৱন্তান্ত আ নো লুক্ চাত্ৰ।

ব্যাখ্যা—ইন্ ক্বিৱন্তানাং (ইন্-ক্বিপ্ প্ৰত্যয়ান্ত শব্দানাং) অন্তঃ আ ভৱতি, অত্ৰ-আকাৰে সতি নঃ লুক্ স্যাৎ।

সৰলাৰ্থ—ইন্ আৰু ক্বিপ্ প্ৰত্যয়ান্ত শব্দৰ শেষত আ হব, আকাৰ হলে শেষৰ নকাৰৰ লোপ হব। উদাহৰণ—উশন্।

৩৫। ভৱদ্ভগৱদঘৱতাং সম্বুদ্ধৌৱাদিৰুৰ্ম্ম ৱা।

ব্যাখ্যা—সম্বুদ্ধৌ পৰতঃ ভৱদ্ভগৱদঘৱতাং শব্দানাং ৱা (ৱিকল্পেন) ৱাদিঃ উঃ (উকাৰঃ স্যাৎ)।

সৰলাৰ্থ—সম্বুদ্ধি সংজ্ঞাৰ পিছত থকা ভৱদ্-ভগৱদ্-অঘৱদ্ শব্দৰ ৱকাৰৰ ঠাইত বিকল্পে উকাৰ হব। উদাহৰণ—হেভগোঃ।

৩৬। অপোঽকাৰস্য দীৰ্ঘঃ স্যাদ ঘুটি সম্বুদ্ধি ৰ্ৱৰ্জ্জিতে।

ব্যাখ্যা---সম্বুদ্ধি ৰৰ্জ্জিতে (সম্বুদ্ধি ভিন্নে) ঘুটি (ঘুট্ সংজ্ঞকে পৰে সতি) অপঃ (অপ্‌শব্দস্য) অকাৰস্য দীৰ্ঘঃ স্যাৎ।

সৰলাৰ্থ---সম্বুদ্ধি ভিন্ন ঘুট্ সংজ্ঞক বৰ্ণ পিছত থাকিলে অপ্ শব্দৰ অকাৰ দীৰ্ঘ হব। উদাহৰণ---আপঃ।

৩৭। ভেপোদঃ।

ব্যাখ্যা---ভে পৰে সতি, অপঃ (অপ্‌শব্দস্য) প কাৰস্য স্থানে দঃ স্যাৎ।

সৰলাৰ্থ---বিভক্তিৰ ভ বৰ্ণ পিছত থাকিলে অপ্ শব্দৰ প বৰ্ণৰ ঠাইত দ কাৰ হব। উদাহৰণ---অদ্ভিঃ।

৩৮। ঘুটি-তাদৃশি। ন যুক্ত সান্ত মহতোঃ প্ৰাগ্‌দীৰ্ঘঃ স্যাদধাতুন।

ব্যাখ্যা---তাদৃশি (সম্বুদ্ধিৰৰ্জ্জিতে) ঘুটি (ঘুট্ সংজ্ঞক ৰৰ্ণে পৰে সতি) ন যুক্ত (নকাৰ যুক্তঃ) সন্ত-মহতোঃ শব্দয়োঃ অধাতুনঃ (ধাতু সম্বন্ধি ভিন্ন নকাৰস্য) প্ৰাক্ (পূৰ্ব্বং) দীৰ্ঘঃ স্যাৎ।

সৰলাৰ্থ---সেইদৰে সম্বুদ্ধি ভিন্ন ঘুট্ সংজ্ঞক বৰ্ণ পিছত থাকিলে ধাতু ভিন্ন স কাৰান্ত আৰু মহৎ শব্দৰ ন কাৰৰ আগত দীৰ্ঘ হব। উদাহৰণ---বিদ্বান্।

৩৯। তদ্ধিত যাঘুট্‌স্বৰয়োৰ্ৰ্বন্সঃ সেটোঽপি ৱস্য উজ্জ্ঞেয়ঃ।

ব্যাখ্যা---তদ্ধিত যাঘুট্ স্বৰয়োঃ (তদ্ধিত য কাৰ ঘুট্ সংজ্ঞকভিন্ন স্বৰয়োঃ পৰয়োঃ সতোঃ) সেটোঽপি (ইট্ প্ৰত্যয় সহিতোঽপি) ৱন্‌সঃ (ৱন্‌স্ প্ৰত্যয়স্য) ৱ কাৰস্য স্থানে উকাৰঃ জ্ঞেয়ঃ।

সৰলাৰ্থ---তদ্ধিত প্ৰত্যয়ৰ য আৰু ঘুট্ সংজ্ঞক ভিন্ন স্বৰবৰ্ণ পিছত থাকিলে ইট্ প্ৰত্যয়ৰ ইকাৰৰ সৈতে বন্‌স্ প্ৰত্যয়ৰ বকাৰৰ ঠাইত উকাৰ হব বুলি আপোনালোকে জানিব। উদাহৰণ---বিদুষঃ।

৪০। মত্বৰ্থে চ।

ব্যাখ্যা---মত্বৰ্থে চ (মন্তু সংজ্ঞক প্ৰত্যয়ে চ পৰে সতি) ৱন্‌সঃ প্ৰত্যয়স্য ৱ কাৰস্য স্থানে উত্বং স্যাৎ।

সৰলাৰ্থ—মন্ত্ৰ প্ৰত্যয় পিছত থাকিলেও বন্‌সু প্ৰত্যয়ৰ ব কাৰৰ ঠাইত উ কাৰ হব। উদাহৰণ—বিদুষ্মান্।

৪১। ইনি কোচম্নোত্বমিচ্ছন্তি ।

ব্যাখ্যা—ইনি (ইন্ প্ৰত্যয়ে পৰে সতি) কেচিৎ (পণ্ডিতাঃ) বন্সু প্ৰত্যয়স্য ব কাৰস্য স্থানে উত্বং ন ইচ্ছন্তি।

সৰলাৰ্থ—ইন্ প্ৰত্যয় পিছত থাকিলেও কিছুমান পণ্ডিতৰ মতে বন্সু প্ৰত্যয়ৰ ব কাৰৰ ঠাইত উ কাৰ নহব। উদাহৰণ—অচকুৰৎ।

৪২। বন্সি স্ৰন্সি ধ্বসাং সস্যদঃ স্যাদৰ্ণবিৰাময়োঃ।

ব্যাখ্যা—অৰ্ণ বিৰাময়োঃ পৰয়োঃ সতোঃ, বন্সি স্ৰন্সি ধ্বসাং শব্দানাং সস্য (সকাৰস্যস্থানে) দঃ (দকাৰঃ) স্যাৎ।

সৰলাৰ্থ—অৰ্ণ সংজ্ঞক বৰ্ণ পিছত থাকিলে আৰু বিৰাম হলে বন্‌স্ প্ৰত্যয়, স্ৰন্‌স্ আৰু ধ্বন্‌স্ শব্দৰ স কাৰৰ ঠাইত দ কাৰ হব। উদাহৰণ—বিদ্বৎ।

৪৩ অন্ত্যব্যঞ্জন পূৰ্ব্বো নো লোপ্যঃস্যাদঘুটি স্থিতিঃ।

ব্যাখ্যা—অঘুটি ঘুট সংজ্ঞক ভিন্নে বৰ্ণে পৰে সতি) অন্ত্যব্যঞ্জন পূৰ্ব্বঃ (শেষ ব্যঞ্জন পূৰ্ব্বঃ) নঃ (নকাৰঃ) লোপ্যঃ সন্ স্থিতিঃ (প্ৰকৃতিঃ) স্যাৎ।

সৰলাৰ্থ—ঘুট্ সংজ্ঞা ভিন্ন বৰ্ণ পিছত থাকিলে পদৰ শেষৰ ব্যঞ্জন বৰ্ণৰ আগৰ নকাৰ লোপ হৈ প্ৰকৃতি স্থিতি হব। উদাহৰণ—মহতা।

৪৪। ক্ৰুনচ্ শন্সোৰ্ম্লোপো ন তথেকাৰানুবন্ধিনাম্।

ব্যাখ্যা—তথে কাৰানুবন্ধিনাং (শব্দানাং) ক্ৰুন্চ্ শন্সোঃ (শব্দয়োশ্চ) নঃ (নকাৰস্য) লোপঃ ন স্যাৎ।

সৰলাৰ্থ—সেইদৰে ইকাৰানুবন্ধি শব্দ, ক্ৰুন্চ্ আৰু শন্চ্ শব্দৰ আগৰ ন কাৰৰ লোপ নহব। উদাহৰণ—ক্ৰুঞ্চঃ।

৪৫। অনকাৰাদেৰ স্যাদীকাৰে শন্তৃনো লোপঃ।

ব্যাখ্যা—ঈ কাৰে পৰে সতি, অ নকাৰাদেৰ (ন-অকাৰাদেৰ শন্তৃনঃ (শন্তৃ প্ৰতয়স্য ন কাৰঃ) লোপঃ স্যাৎ।

সৰলাৰ্থ—ঈকাৰ পিছত থাকিলে অকাৰৰ পিছত নোহোৱা শন্তৃ প্ৰত্যয়ৰ ন কাৰৰ লোপ হব। উদাহৰণ—ক্ৰীনতী।

৪৬। ভ্ৱাদি তুদাদি স্যেভ্যো ৱা ।

ব্যাখ্যা---ঈকাৰে পৰে সতি, ভ্ৱাদি তুদাদি স্যেভ্যঃ পৰাঃ ৱা (বিকল্পেন) শন্তৃনঃ (শন্তৃ প্ৰত্যয়স্য নকাৰঃ) লোপঃ স্যাৎ।

সৰলাৰ্থ---ঈ কাৰ পিছত থাকিলে ভ্ৱাদি, তুদাদি আৰু স্য প্ৰত্যয়ৰ অ্যাগত থকা শন্তৃ প্ৰত্যয়ৰ ন কাৰৰ বিকল্পে হব। উদাহৰণ---ভাতী---ভান্তী।

৪৭। অভ্যস্তাচ্ছৌ নকাৰৱান্‌শন্তৃ ।

ব্যাখ্যা---অভ্যস্তাৎ (অভ্যস্ত সংজ্ঞকাৎ ঈকাৰে পৰে সতি) শৌ চ পৰে লুপ্ত নকাৰেঽপি শন্তৃ প্ৰত্যয়ঃ ৱা (বিকল্পেন) নকাৰৱান্ ভৱতি।

সৰলাৰ্থ---ঈ কাৰ আৰু শি পিছত থাকিলে ন কাৰ লোপ হোৱা শন্তৃ প্ৰত্যয়ৰ বিকল্পে নকাৰ যুক্ত হব। উদাহৰণ---দদৎ---দদন্তী।

৪৮। পুংসোঽৱস্থেন্ ঘুডন্যত্ৰ ।

ব্যাখ্যা---ইন্ ঘুডন্যত্ৰ বিষয়ে পুংসঃঅৱস্থা প্ৰকৃতিঃস্যাৎ।

সৰলাৰ্থ---ইন্ প্ৰত্যয় আৰু ঘুট্ সংজ্ঞা ভিন্ন আন প্ৰত্যয় পিছত থাকিলে পুংস শব্দ প্ৰকৃতি হব। উদাহৰণ---পুংসঃ।

৪৯। সোলুঙ্‌নাস্ত্য ন ঘোষগেঽশিট্য ঘোষে ।

ব্যাখ্যা---অশিটি (শিট্ সংজ্ঞক ভিন্নে) অনঘোষগে (অঘোষান্তৰ্গতভিন্নে) অঘোষে (ঘোষসংজ্ঞকভিন্নে চ ৱৰ্ণে পৰে সতি) পুংসঃ (শব্দস্য) সোলুঙ্ নাস্তি (সকৰ লুক্ ন ভৱতি)।

সৰলাৰ্থ---শিট্ সংজ্ঞা ভিন্ন, অঘোষান্তৰ্গত নোহোৱা অঘোষ সংজ্ঞক বৰ্ণ পিছত থাকিলে পুংস শব্দৰ স কাৰৰ লোপ নহব। উদাহৰণ---পুংসঃ।

৫০। অঘুট্-স্বৰে তদ্ধিত যে ৱাহো ৱা শব্দ ঔভৱেৎ ।

ব্যাখ্যা---অঘুট্ (ঘুট্ ভিন্নে) স্বৰে (পৰে সতি) তদ্ধিত যে চ পৰে সতি, ৱাহঃ শব্দস্য ৱা স্থানে ঔ ভৱেৎ।

সৰলাৰ্থ---ঘুট্ সংজ্ঞা ভিন্ন স্বৰবৰ্ণ পিছত থাকিলে আৰু তদ্ধিত প্ৰত্যয়ৰ য পিছত থাকিলে ৱাহ শব্দৰ বা বৰ্ণৰ ঠাইত ঔকাৰ হব। উদাহৰণ---প্ৰষ্ঠৌহঃ।

৫১। কচিদা।

ব্যাখ্যা---কুচিৎ (প্ৰসিদ্ধ প্ৰয়োগে) ৱাহঃ (শব্দস্য) ৱা স্থানে আ স্যাৎ।

সৰলাৰ্থ---কেতিয়াবা প্ৰসিদ্ধ প্ৰয়োগত ৱাহ শব্দৰ বা বৰ্ণৰ ঠাইত আকাৰ হব। উদাহৰণ---প্ৰষ্ঠাহঃ।

৫২। অন ৱৰ্ণাচ উঃ।

ব্যাখ্যা---অনৱৰ্ণাঃ (অ ৱৰ্ণ ভিন্নাঃ) স্বৰাৎ পৰঃ, অয়ং ৱা শব্দঃ উঃ স্যাৎ।

সৰলাৰ্থ---অ বৰ্ণ ভিন্ন স্বৰবৰ্ণ পিছত থাকিলে ৱা শব্দৰ ঠাইত উকাব হ'ব। উদাহৰণ---শাল্যহা গৱা।

৫৩। শ্বন্‌যুৱন্মঘৱন্নেষামনণ্য ঘুট্‌স্বৰেপৰে। তদ্ধিতে যে চ ৱস্যোত্বম্‌।

ব্যাখ্যা---অননি (অন্‌ প্ৰতয়ভিন্নে) অঘুট্‌ (ঘুট্‌ সংজ্ঞক ভিন্নে স্বৰে পৰে সতি তদ্ধিতে যে চ পৰে সতি শ্বন্‌-যুৱন-মঘৱন্‌ এষাং শব্দানাং, ৱস্য (ৱকাৰস্য) উত্বং স্যাৎ।

সৰলাৰ্থ---অন্‌ প্ৰত্যয় ভিন্ন, অঘুট্‌ স্বৰ আৰু তদ্ধিত প্ৰত্যয়ৰ য কাৰ পিছত থাকিলে শ্বন্‌ যুৱন্‌ আৰু মঘৱন্‌ শব্দৰ ব কাৰৰ ঠাইত উকাৰ হব। উদাহৰণ---শুনঃ।

৫৪। যে ৱা শুনউকাৰ উঃ।

ব্যাখ্যা---অঘুট্‌ স্বৰে পৰে তদ্ধিত যে চ পৰে সতি, শুনঃ উকাৰঃ ৱা (ৱিকল্পেন) উঃ স্যাৎ।

সৰলাৰ্থ---অঘুট্‌ স্বৰ আৰু তদ্ধিতৰ য পিছত থাকিলে শুণ শব্দৰ উকাৰৰ ঠাইত বিকল্পে উ কাৰ হব। উদাহৰণ---শূণাম্‌।

৫৫। মঘৱস্তু ঋকাৰানুৱন্ধোহস্তি মঘৱাৰ্থকঃ।

ব্যাখ্যা---মঘৱাৰ্থকঃ উকাৰানুৱন্ধঃ মঘৱন্ত শব্দোঽস্তি।

সৰলাৰ্থ---মঘৱাৰ্থক (ইন্দ্ৰবাচক) উকাৰানুৱন্ধি মঘৱন্ত শব্দ ও আছে। উদাহৰণ---মঘৱান্‌।

৫৬। সেৰন্যত্ৰানঞ্ সমাসে অৰ্ব্বন্তান্তোঽৱতিষ্ঠতে ।

ব্যাখ্যা—সেৰনত্ৰ (সি বিভক্তি ভিন্নে প্ৰত্যয়ে পৰে) অনঞ্ সমাসে (নঞ্ সমাসাভাৱে চ সতি) অৰ্ব্বন্ শব্দঃ অন্তঃ (অকাৰান্তঃ সন্ অৱতিষ্ঠতে) প্ৰকৃতিৰ্ভৱতি ।

সৰলাৰ্থ—সি বিভক্তি ভিন্ন প্ৰত্যয় পিছত থাকিলে আৰু নঞ্ সমাস নহলে অৰ্ব্বন শব্দ ত কাৰান্ত হৈ অৰ্থাৎ অৰ্ব্বন্ত হৈ প্ৰকৃতি হব। উদাহৰণ—অৰ্ব্বন্তঃ ।

৫৭। অনড্বানিতি সৌ হো নঃ ।

ব্যাখ্যা—সৌ (সি ৱিভক্তৌ পৰে সতি) অনডবাহ শব্দস্য হঃ (হকাৰস্য স্থানে) নঃ (নকাৰঃ স্যাৎ)।

সৰলাৰ্থ—সি বিভক্তি পিছত থাকিলে অনড্বাহ শব্দৰ হ কাৰৰ ঠাইত ন কাৰ হব। উদাহৰণ—অনাড্বান্ ।

৫৮। সম্বুদ্ধৌ তদ্ধি হ্ৰস্বৱৎ ।

ব্যাখ্যা—সম্বুদ্ধৌ পৰস্যাং সত্যাং তৎ (অনড্বান শব্দঃ) হি (নিশ্চয়ং) হ্ৰস্বৱৎ স্যাৎ ।

সৰলাৰ্থ—সম্বুদ্ধি সংজ্ঞক বৰ্ণ পিছত থাকিলে অনড্বান শব্দ হ্ৰস্ব হৈ অনড্বন হব। উদাহৰণ—হে অনড্বন্ ।

৫৯। অঘুট্য নডুহোঽৱস্থা ।

ব্যাখ্যা—অঘুটি (ঘুট -সংজ্ঞকভিন্ন ৱৰ্ণে পৰে সতি) অনডুহঃ (অনডুহঃ শব্দঃ) অৱস্থা (প্ৰকৃতিঃ স্যাৎ)।

সৰলাৰ্থ—ঘুট্ সংজ্ঞা ভিন্ন আন বৰ্ণ পিছত থাকিলে অনডুহ প্ৰকৃতি হ'ব। উদাহৰণ—অনডুহঃ ।

৬০। ৱিৰামেঽৰ্ণে চ হস্য দ ।

ব্যাখ্যা—অৰ্ণে (অৰ্ণ সংজ্ঞকে পৰে) ৱিৰামে চ সতি, অনডুহঃ (শব্দস্য) হস্য স্থানে দঃ স্যাৎ।

সৰলাৰ্থ—অৰ্ণ সংজ্ঞক বৰ্ণ পিছত থাকিলে আৰু বিৰাম হ'লে অনডুহ শব্দৰ হ বৰ্ণৰ ঠাইত দ কাৰ হ'ব। উদাহৰণ—অনডুদ্ভ্যাম্।

৬১। অন্‌চি ক্ৰুন্‌চি যুজাং নো ঙঃ ।

ব্যাখ্যা—অৰ্ণে পৰে সতি বিৰামে চ সতি অন্‌চি-ক্ৰুন্‌চি যুজাং (এষাং শব্দানাং) নঃস্থানে ঙঃস্যাৎ ।

সৰলাৰ্থ—অৰ্ণ সংজ্ঞক বৰ্ণ পিছত থাকিলে আৰু বিৰাম হ'লে অন্‌চ্, ক্ৰুন্‌চ্ আৰু যুন্‌জ শব্দৰ ন কাৰৰ ঠাইত ঙ কাৰ হ'ব । উদাহৰণ—অঙ্ ।

৬২। ব্যাসে যুঞ্জ যুজিৰ্ঘুটি ।

ব্যাখ্যা—ব্যাসে (অসমাসে সতি) ঘুটি (ঘুট্ সংজ্ঞক বৰ্ণে পৰে চ সতি) যুজিঃ যুন্‌জ্ ভৱতি ।

সৰলাৰ্থ—সমাস নহ'লে আৰু ঘুট্ সংজ্ঞক বৰ্ণ পিছত থাকিলে যুজিৰ শব্দৰ ঠাইত যুন্‌জ্ হ'ব । উদাহৰণ—যুঞ্জঃ ।

৬৩। অন্‌চেৰলুক্‌পূৰ্ব্বদীৰ্ঘস্তদ্ধিতে যেহপ্যঘুটস্বৰে ।

ব্যাখ্যা—অঘুট্ সৰে (ঘুট্ সংজ্ঞা ভিন্ন স্বৰে পৰে) তদ্ধিতে যেহপি পৰে চ সতি—অন্‌চেঃ (অন্‌চ্ শব্দস্য) অকাৰস্য লুক্ স্যাৎ, পূৰ্ব্বস্য (অকাৰ পূৰ্ব্বস্য) দীৰ্ঘশ্চ স্যাৎ ।

সৰলাৰ্থ—ঘুট্ সংজ্ঞা ভিন্ন স্বৰ বৰ্ণ আৰু তদ্ধিতৰ য বৰ্ণ পিছত থাকিলে অন্‌চ্ শব্দৰ অ কাৰৰ লোপ হ'ব আৰু অ কাৰৰ পূৰ্ব্ব স্বৰ দীৰ্ঘ হ'ব । উদাহৰণ—প্ৰতীচঃ ।

৬৪। পূজাৰ্থেহন্‌চোৰ্ন্নলোপোহনোঃ ।

ব্যাখ্যা—পূজাৰ্থে ৱাচ্যে অন্‌চোঃ (লিঙ্গধাত্বোঃ) অনোঃ (অকাৰ-নকাৰয়োঃ) লোপো ন স্যাৎ ।

সৰলাৰ্থ—পূজাৰ্থ হোৱা বুজালে লিঙ্গ আৰু ধাতু বুজোৱা অন্‌চ্ শব্দৰ অ আৰু ন কাৰৰ লোপ নহব । উদাহৰণ—দেৱদ্ৰ্যঞ্চা ।

৬৫। উদুদীচি 'তিৰেস্তিৰস্ ।

ব্যাখ্যা—চি (অন্‌চ শচকাৰে পৰে সতি) উদ্ শব্দঃ স্থানে উদীঃ স্যাৎ, তিৰেঃ (তিৰিস্ শব্দঃস্থানে) তিৰস্ চ স্যাৎ ।

সৰলাৰ্থ—অনচ্ শব্দৰ চ বৰ্ণ পিছত থাকিলে উদ্ শব্দৰ ঠাইত উদী আৰু তিৰিস্ শব্দৰ ঠাইত তিৰস্ হ'ব । উদাহৰণ—উদীচঃ ।

## ৬৬। দিৱো দ্যৌ সৌ।

ব্যাখ্যা—সৌ (সি ৱিভক্তৌ পৰে সতি) দিৱঃস্থানে দৌঃ স্যাৎ।

সৰলাৰ্থ—সি বিভক্তি পিছত থাকিলে দিৱ্ শব্দৰ ঠাইত দ্যৌ হ'ব। উদাহৰণ—দ্যৌঃ।

## ৬৭। অমি দ্যাৱা।

ব্যাখ্যা—অমি (অম্ ৱিভক্তৌ পৰে সতি—দিৱঃ স্থানে ৱা (ৱিকল্পেন) দ্যা স্যাৎ।

সৰলাৰ্থ—অম্ বিভক্তি পিছত থাকিলে দিৱ্ শব্দৰ ঠাইত বিকল্পে দ্যা হ'ব। উদাহৰণ—দ্যাম্।

## ৬৮। দ্যূৱৰ্ণে ব্যঞ্জনেঽযতি।

ব্যাখ্যা—উৱৰ্ণে পৰে সতি অযতি (প্ৰত্যয় য কাৰ ভিন্নে) ব্যঞ্জনে ৱৰ্ণে চ সতি দিৱঃস্থানে দ্যুঃ স্যাৎ।

সৰলাৰ্থ—উবৰ্ণ পিছত থাকিলে প্ৰত্যয়ৰ যকাৰ ভিন্ন ব্যঞ্জন বৰ্ণ পিছত থাকিলেও দিৱ্ শব্দৰ ঠাইত দ্যু হ'ব। উদাহৰণ—দ্যুভ্যাম্।

## ৬৯। মাস নাসা নিশা যূষাসনাসৃগ্দোস্যকৃৎ শকৃৎ। মাস্ন স্নিশোযুষন্নসন্ন সন্দোষন্যকন্ শকন্। দন্তোদকৌ দতুদনাৱঘুটি প্ৰাপ্নুৱন্তিৱা।

ব্যাখ্যা—অঘুটি (ঘুট্ সংজ্ঞক ভিন্ন ৱৰ্ণে পৰে সতি) মাস-নাসা-নিশা-যূষা-অসনা-অসৃক-দোষ্-যকৃৎ-শকৃৎ দন্তোদকৌ (এষাং শব্দানাং স্থানে) ৱা (ৱিকল্পেন) মাস্-নস্-নিশ্-যূষন্-অসন্-দোষন্-যকন্-শকন্-চ দন্তঃ স্থানে দত্ উদক্ স্থানে উদঃ প্ৰাপ্নুৱন্তি (লভন্তে)।

সৰলাৰ্থ—ঘুট্ সংজ্ঞক ভিন্ন স্বৰবৰ্ণ পিছত থাকিলে মাস-নাসা-নিশা যূষা-অসনা-অসৃক-দোষ্-যকৃৎ-শকৃৎ শব্দৰ ঠাইত বিকল্পে যথা-ক্ৰমে মাস্-নস্-নিশ্-যূষ্-অসন্-দোষন্-যকন-শকন্ আৰু দন্ত শব্দৰ ঠাইত দত্ আৰু উদক শব্দৰ ঠাইত উদ হৰ। উদাহৰণ—অস্নি।

৭০। নিশঃ শো জোঽস্বৰে সুঃ শুৰিতি পাণিণি দৰ্শিনঃ।

ব্যাখ্যা---অস্বৰে (স্বৰভিন্ন ৱিভক্তৌ পৰে) নিশঃ (আদিষ্টনিশঃ) শঃ স্থানে জঃ স্যাৎ। জকাৰাৎ পৰঃ সুঃ (সপ্তমী ৱহুবচন সু ৱিভক্তি) শুঃ স্যাৎ। ইতি-পনিনি দৰ্শিনঃ (পণ্ডিতা ঃ- ৱদন্তি)।

সৰলাৰ্থ---স্বৰভিন্ন বিভক্তি পিছত থাকিলে আদেশ হোৱা নিশ্ শব্দৰ শকাৰৰ ঠাইত জ হব আৰু জকাৰৰ পিছত যথা সপ্তমী বহুবচনৰ সুবিভক্তিৰ ঠাইত শু হব বুলি পানিনিদৰ্শী পণ্ডিতসকলে কয়।

৭১। অকাৰোঽন্ত্যস্বৰাদেঃ স্যাত্ত্যদাদেৰ্যদ্য গৌনতা।

ব্যাখ্যা---যদি অগৌণতা স্যাৎ-তদা ৱিভক্তৌ পৰতঃ ত্যদাদেঃ (ত্যদাদি-শব্দস্য) অন্ত্য স্বৰাদেঃ-অকাৰঃ স্যাৎ।

সৰলাৰ্থ---যদি গৌণ নহয় তেতিয়া বিভক্তি পিছত থাকিলে ত্যদাদি শব্দৰ অন্ত্য স্বৰৰ ঠাইত অকাৰ হব। উদাহৰণ---যঃ।

৭২। তানাং সঃ সৌ স্যাৎ।

ব্যাখ্যা---যদি অগৌণতা স্যাৎ, তদা সৌ (সি ৱিভক্তৌ পৰে সতি) তানাং (ত্যদাদি শব্দানাং তকাৰস্য স্থানে) সঃ স্যাৎ।

সৰলাৰ্থ---যদি গৌণ নহয় তেতিয়া সি বিভক্তি পিছত থাকিলে ত্যদাদি শব্দৰ তকাৰৰ ঠাইত স হব। উদাহৰণ---সঃ।

৭৩। ইদমেতয়ো ৰুক্তানুকীৰ্ত্তনে। ৱৈনোদ্বিতীয়া টৌস্ সু।

ব্যাখ্যা---উক্তানুকীৰ্ত্তনে (কথিতানুকথনেঽৰ্থে গম্যমানে সতি) দ্বিতীয়া টৌস্ সু (দ্বিতীয়া-টা-ওস্-সু ৱিভক্তিষু চ পৰাষু সতিষু) ইদমেতয়োঃ স্থানে ৱা (ৱিকল্পেন) এনঃ স্যাৎ।

সৰলাৰ্থ---কথিত কথন অৰ্থ হলে দ্বিতীয়া অম্-ঔ-শস্, টা-ওস্ বিভক্তি পিছত থাকিলে ইদম্ আৰু এতৎ শব্দৰ ঠাইত বিকল্পে এন হব। উদাহৰণ---এতম্---এনম্।

৭৪। এনস্যান্ত লুগ্ৱাঽঘুটি স্মৃতঃ।

ব্যাখ্যা---অঘুটি (ঘুট্ সংজ্ঞক ভিন্নে) এনস্য অন্তঃ ৱা (ৱিকল্পেন) লুক্ শিষ্টৈঃ স্মৃতঃ।

সৰলাৰ্থ—ঘুট্ সংজ্ঞা ভিন্ন আন বৰ্ণ পিছত থাকিলে এন শব্দৰ অন্ত স্বৰৰ বিকল্পে লোপ হব। উদাহৰণ—এত্তেন—এনেন।

৭৫। ইদমঃ প্ৰত্যক্ষীভৱদল্পান্তৰিতং তদেতদাৰ্ব্বাচ্যম্।

অদসঃ পৰোক্ষভূতং বুদ্ধিবিশেষাস্পদং ৱদন্ত্যেকে।

ব্যাখ্যা—ইদমঃ প্ৰত্যক্ষীভৱৎ (ইদম্ শব্দস্য প্ৰত্যক্ষ বিষয়ীভৱৎ) তদেতদোঃ (তৎ এতৎ শব্দয়োঃ) অল্পান্তৰিতং (স্বল্পব্যৱহিতং ৱাচ্যং) অদসঃ (অদস্ শব্দস্য) পৰোক্ষভূতং স্যাৎ বুদ্ধিবিশেষাস্পদং চ একে (মুখ্যাঃ পণ্ডিতাঃ ৱদন্তি)।

সৰলাৰ্থ—ইদম্ শব্দই প্ৰত্যক্ষ বিষয়ভূত ৱস্তু বুজায়, তৎ আৰু এতৎ শব্দই অলপ ব্যৱহিত ৱস্তু বুজায়, অদস্ শব্দই পৰোক্ষ ৱস্তু বুজায় আৰৌ কিছুমান পণ্ডিতে অদস্ শব্দই জ্ঞান বিষয়ভূত ৱস্তু বুজায় বুলি কয়। উদাহৰণ—অয়ম্।

৭৬। ইদমঃ সাবয়ং পুংসি।

ব্যাখ্যা—সৌ পৰে সতি পুংসি (পুংলিঙ্গে ৱিষয়ে) ইদমঃ স্থানে অয়ম্ স্যাৎ।

সৰলাৰ্থ—সি বিভক্তি পিছত থাকিলে পুংলিঙ্গত ইদম শব্দৰ ঠাইত অয়ং হব। উদাহৰণ—অয়ম্।

৭৭। স্ত্ৰিয়ামিয়ম্।

ব্যাখ্যা—সৌ পৰে সতি স্ত্ৰিয়াং (স্ত্ৰীলিঙ্গে ৱিষয়ে) ইদমঃ স্থানে ইয়ং স্যাৎ।

সৰলাৰ্থ—সি বিভক্তি পিছত থাকিলে স্ত্ৰীলিঙ্গ বিষয়ত ইদম্ শব্দৰ ঠাইত ইয়ং হব। উদাহৰণ—ইয়ম্।

৭৮। ইদংস্যমোঃ।

ব্যাখ্যা—স্যমোঃ (সি-অম্ ৱিভক্ত্যোঃ পৰয়োঃ সতোঃ) ক্লীৱলিঙ্গে ৱিষয়ে ইদম্ স্যাৎ।

সৰলাৰ্থ—সি আৰু অম্ বিভক্তি পিছত থাকিলে ক্লীৱলিঙ্গ বিষয়ত ইদম্ হব। উদাহৰণ ইদম্।

৭৯। দো মঃ ।

ব্যাখ্যা—বিভক্তৌ পৰতঃ লিঙ্গ ত্ৰয়েঽপি ইদমঃ দঃ স্থানে মঃ (মকাৰঃ স্যাৎ)।

সৰলাৰ্থ—বিভক্তি পিছত থাকিলে তিনিও লিঙ্গতে ইদম্ শব্দৰ দ কাৰৰ ঠাইত ম কাৰ হব। উদাহৰণ—ইমানি।

৮০। অনোঽনকষ্টৌ সোঃ।

ব্যাখ্যা—টৌসোঃ (টা-ওস্ বিভক্ত্যোঃ পৰয়োঃ সতোঃ) অনকঃ (অক্ ৰহিতস্য) ইদমঃ স্থানে অনঃস্যাৎ।

সৰলাৰ্থ—টা আৰু ওস্ বিভক্তি পিছত থাকিলে অক্ প্ৰত্যয় নোহোৱা ইদম্ শব্দৰ ঠাইত অন হব। উদাহৰণ—অনেন।

৮১। ভ্যামাদাৱৎ ।

ব্যাখ্যা—ভ্যামি (ভ্যাম্ বিভক্তৌ পৰে সতি) অক্ প্ৰত্যয় ৰহিতস্য ইদমঃ আদৌ অৎ স্যাৎ।

সৰলাৰ্থ—ভ্যাম্ বিভক্তি পিছত থাকিলে অক্ প্ৰত্যয় নোহোৱা ইদম্ শব্দৰ আগত অৎ প্ৰত্যয় হব। উদাহৰণ—আভ্যাম্।

৮২। ভিসীট্তঃ ।

ব্যাখ্যা—ততঃ (ইদমোদ্ভূত অৎ প্ৰত্যয়াৎ পৰঃ) ভিসী (ভিস্ বিভক্তৌ পৰে সতি) ইট্ স্যাৎ।

সৰলাৰ্থ—ইদম শব্দৰ আগত অট্ প্ৰত্যয়ৰ অকাৰ হোৱাৰ পিছত ভিস্ বিভক্তি থাকিলে ইটৰ ইকাৰ হব। উদাহৰণ—এভিঃ।

৮৩। নিপাত্যতেঽদসোঽকন্তস্যামুকোঽসুকঃ কচিৎ ।

ব্যাখ্যা—কচিৎ (প্ৰসিদ্ধ প্ৰয়োগানুসাৰাৎ) অকন্তস্য (অক্ প্ৰত্যয়ান্তস্য) অদসঃ স্থানে-অমুকঃ ইতি নিপাত্যতে অসুক ইতি চ শিষ্টৈঃ তিপাত্যতে।

সৰলাৰ্থ—কিছুমান প্ৰসিদ্ধ প্ৰয়োগৰ বাবে অক্ প্ৰত্যয় হোৱা অদস শব্দৰ ঠাইত অমুক আৰু অসুক পদ নিপাতনত সিদ্ধ হোৱা বুলি শিষ্টসকলে কয়। উদাহৰণ—অমুকঃ।

৮৪। সস্যদসোঽসাৱসকৌ ।

ব্যাখ্যা—সস্য (সি ৱিভক্তি যুক্তস্য) অদসঃ স্থানে অসাৱসাকৌ (অসৌ অসকৌ ইতি শিষ্টৈঃ নিপাত্যেতে) প্ৰকৃতিত্ব্যাৎ সিদ্ধমিতি কথ্যেতে।

সৰলাৰ্থ—সি বিভক্তি যুক্ত অদস্ শব্দৰ ঠাইত অসৌ আৰু অসকৌ প্ৰকৃতি হব বুলি শিষ্টই কয়। উদাহৰণ—অসৌ।

৮৫। টা না ।

ব্যাখ্যা—অদসঃ পৰস্য টা (টা ৱিভক্তেঃ স্থানে) নাস্যাৎ।

সৰলাৰ্থ—অদস্ শব্দৰ পিছত থকা টা বিভক্তিৰ ঠাইত না হব। উদাহৰণ—অমুনা।

৮৬। নভিসৈস্ ।

ব্যাখ্যা—অদসঃ পৰস্য ভিস্ ৱিভক্তেঃ স্থানে ঐস্ নস্যাৎ।

সৰলাৰ্থ—অদস্ শব্দৰ পিছত থকা ভিস্ বিভক্তিৰ ঠাইত ঐস্ নহব। উদাহৰণ—অমীভিঃ।

৮৭। পদেতু দঃ সাচঃ ।

ব্যাখ্যা—পদে পৰে (অদসঃ পৰে সতি) সাচঃ (অচ্ সহিতস্য) অদসঃ দকাৰস্য স্থানে ৱক্ষমানাঃ আদেশাঃ স্যুঃ।

সৰলাৰ্থ—অচ্ প্ৰত্যয়যুক্ত অদস্ পদৰ দ কাৰৰ ঠাইত তলত উল্লেখ কৰা আদেশসমূহ হব।

৮৮। মুঃ স্যাদেকত্বৌস্সু ।

ব্যাখ্যা—একত্বে ৱাচ্যে ঔস্ সু (ঔ-ওস্-সু ৱিভক্তিষুপৰাষু সতিষু) অদসঃ (স স্বৰ দকাৰস্য স্থানে) মুঃ স্যাৎ।

সৰলাৰ্থ—একত্ব বুজালে ঔ আৰু ওস্ বিভক্তি পিছত থাকিলে অদস্ শব্দৰ স্বৰে সৈতে দকাৰৰ ঠাইত মুৰ মকাৰ হব। উদাহৰণ—অমুম্।

৮৯। দ্বিত্বে শসোর্মূঃ ।

ব্যাখ্যা—দ্বিত্বে (দ্বিৱচন ৱাচ্যে) শসোঃ (শস্ ৱিভক্তৌ পৰে চ সতি) অদসঃ (স স্বৰ দকাৰস্য স্থানে মূঃ স্যাৎ।

সৰলাৰ্থ—দ্বিবচন হোৱা বুজালে আৰু শস্ বিভক্তি পিছত থাকিলেও অদস্ শব্দৰ স স্বৰ দকাৰৰ ঠাইত মূ হব। উদাহৰণ—অমূ।

৯০। পৰত্ৰমী পুংসি ।

ব্যাখ্যা—পুংসি (পুংলিঙ্গে ৱিষয়ে) পৰত্ৰ (ৱহুত্বে ৱাচ্যে সতি) অদসঃ স্থানে অমী স্যাৎ।

সৰলাৰ্থ—পুংলিঙ্গত বহুবচন বুজালে অদস্ শব্দৰ ঠাইত অমী হব। উদাহৰণ—অমী।

৯১। স্ত্ৰিয়ামমী ৱহুত্বে চ মূ।

ব্যাখ্যা—স্ত্ৰিয়াং (স্ত্ৰীলিঙ্গে ৱাচ্যে) অদসঃ স্থানে অমী স্যাৎ, ৱহুত্বেচ (অৰ্থে গম্যমানে সতি) অদসঃ স্থানে মূ শ্চ স্যাৎ।

সৰলাৰ্থ—স্ত্ৰীলিঙ্গ বুজালে অদস্ শব্দৰ ঠাইত অমী হব, আৰু বহুবচন বুজালে অদস্ শব্দৰ ঠাইত মূ হব। উদাহৰণ—অমূঃ।

৯২। ন না।

ব্যাখ্যা—স্ত্ৰীলিঙ্গে ৱিষয়ে অদসঃ পৰঃ (টা স্থানে) না (ন স্যাৎ)।

সৰলাৰ্থ—স্ত্ৰীলিঙ্গ বুজালে অদস্ শব্দৰ পিছত থকা টা বিভক্তিৰ ঠাইত না নহব। উদাহৰণ—অমুয়া।

৯৩। অন্যদ্যথোদিতম্ ।

ব্যাখ্যা—যথোদিতম্ (অদস্ শব্দোক্তং) যথাৱৎ পূৰ্ব্বোক্তং কাৰ্য্যং অন্যৎ শব্দাৰ্থং স্যাৎ।

সৰলাৰ্থ—আগত উল্লেখ কৰা অদস্ শব্দৰ কাৰ্য্যবোৰ আন শব্দলৈও প্ৰযোজ্য হব। উদাহৰণ—অমুষ্মৈ।

৯৪। স্যমোঃপদমদঃ ।

ব্যাখ্যা—ক্লীৱলিঙ্গে ৱিষয়ে স্যমোঃ (সি-অম্ ৱিভক্ত্যোঃ পৰয়োঃ সতোঃ) অদসঃ স্থানে অদঃ পদং স্যাৎ।

সৰলাৰ্থ—ক্লীব লিঙ্গ হলে অদস্ শব্দৰ ঠাইত অদ পদ হব। উদাহৰণ—অদঃ।

৯৫। অমূন্যৌ দ্বয়ে ৱা।

ব্যাখ্যা—ঔ দ্বয়ে পৰে সতি ক্লীৱলিঙ্গে ৱিষয়ে চ অদসঃ স্থানে ৱা (ৱিকল্পেন) অমূনী পদং স্যাৎ।

সৰলাৰ্থ—ক্লীৱলিঙ্গ বিষয়ত প্ৰথমা আৰু দ্বিতীয়া বিভক্তিৰ ঔ পিছত থাকিলে অদস্ শব্দৰ ঠাইত বিকল্পে অমূনী হব। উদাহৰণ--অমূনী।

৯৬। অমূনীজ্জস্ শসোঃ।

ব্যাখ্যা—ক্লীৱলিঙ্গে ৱিষয়ে জস্ শসোঃ (ৱিভক্ত্যোঃ পৰয়োঃ সতোঃ) অদসঃ স্থানে অমূনি পদংস্যাৎ।

সৰলাৰ্থ—ক্লীৱলিঙ্গ বুজালে জস্ আৰু শস্ বিভক্তি পিছত থাকিলে অদস শব্দৰ ঠাইত অমূনি পদ হব। উদাহৰণ—অমূনি।

৯৭। অদদ্ৰীচ ই বিশ্লেষে দস্য মূৰ্দ্ৰ্শ্চ কুত্ৰচিৎ।

দ্বয়োশ্চন দ্বয়োশ্চেতি মোৰুকাৰো ন ৱত্বভাক্।

ব্যাখ্যা---অদদ্ৰীচঃ (অদদ্ৰি-অনচ্-অ লোপে ন কাৰ লোপে চ) অদ্ৰি (ইত্যস্য) ই ৱিশ্লেষে (ইকাৰে পৃথক্কৃতে) দস্য (দকাৰস্য স্থানে মূঃ স্যাৎ), কুত্ৰচিৎ (পক্ষে) দ্ৰশ্চ মূঃস্যাৎ, দ্বয়োঃ (দদ্ৰোঃ স্থানে পক্ষে মূৰ্ন স্যাৎ। মোৰুকাৰঃ (মোঃ-মূ-ইত্যস্যচ উকাৰঃ) ''ন ৱত্বভাক্ (ন উকাৰঃ ৱত্বভাক্ লভতে)।

সৰলাৰ্থ---অদ্ৰি আৰু অদদ্ৰি শব্দৰ ই কাৰৰ পৃথক্ কৰা হলেও দ কাৰৰ ঠাইত মূ হব। উক্ত দুয়োটা শব্দৰ দ কাৰৰ ঠাইত কেতিয়াবা বিকল্পে মূ হব। কিন্তু মূৰ উ কাৰৰ ঠাইত ৱ কাৰ নহব। উদাহৰণ---অমূদ্ৰ্যঙ্।

৯৮। যুষ্মৎ পৰাত্মাৰ্থকোঽস্মদ্বক্ত্ৰাত্মাৰ্থঃসমৌত্ৰিষু।

ব্যাখ্যা—ত্ৰিষু (ত্ৰি লিঙ্গেষু) পৰাত্মাৰ্থকঃ যুষ্মৎ শব্দঃ, ৱক্ত্ৰাত্মাৰ্থকঃ (ৱক্তুৰাত্মাৰ্থকঃ) অস্মৎ শব্দশ্চ সমৌ (সমৰূপৌ) স্যাতাম্।

সৰলাৰ্থ—পৰাত্মাৰ্থক যুষ্মৎ শব্দ আৰু বক্তাৰ আত্মাৰ্থক অস্মৎ শব্দ তিনিও লিঙ্গতে সমান ৰূপ হব।

৯৯। একত্বে যুষ্মদস্ত্বদ্স্যাদস্মদো মদিতি স্থিতিঃ।

ব্যাখ্যা—একত্বে (এক ৱচনে ৱাচ্যে সতি) যুষ্মদস্ত্বৎ (যুষ্মৎশব্দঃ স্থানে ত্বৎ) অস্মদঃ (অস্মৎ শব্দঃ স্থানে চ) মৎ—ইতি-স্থিতিঃ (প্ৰকৃতিঃ স্যাৎ)।

সৰলাৰ্থ—একবচন হলে যুষ্মদ্ শব্দৰ ঠাইত ত্বৎ আৰু অস্মদ্ শব্দৰ ঠাইত মৎ প্ৰকৃতি হব। উদাহৰণ—ত্বদীয়ঃ।

১০০। অনয়ো স্ত্বমহং সৌ স্তঃ।

ব্যাখ্যা—সৌ (সি ৱিভক্তৌ পৰে সতি) অনয়োঃ (যুষ্মদস্মদোঃ শব্দয়োঃ) ত্বমহং স্তঃ (ভৱতঃ)।

সৰলাৰ্থ—সি বিভক্তি পিছত থাকিলে যুষ্মৎ শব্দৰ ঠাইত ত্বম্ আৰু অস্মৎ শব্দৰ ঠাইত অহং হব। উদাহৰণ—ত্বম্—অহম্।

১০১। সজসোৰ্যয়ম্ৱয়ম্ ভনিতৌ।

ব্যাখ্যা—সজসোঃ (জস্ ৱিভক্তি সহিতয়োঃ) অনয়োঃ (যুষ্মদস্মদোঃ) স্থানে যুয়ম্ ৱয়ম্ চ ভনিতৌ।

সৰলাৰ্থ—জস্ বিভক্তিৰে সৈতে যুষ্মৎ শব্দৰ ঠাইত যুয়ম আৰু অস্মৎ শব্দৰ ঠাইত বয়ম্ হব। উদাহৰণ—যুয়ম্।

১০২। তুভ্যম্ মহ্যম্ সঙয়োঃ।

ব্যাখ্যা—সঙয়োঃ (ঙে ৱিভক্তি সহিতয়োঃ) অনয়োঃ (যুষ্মদস্মদয়োঃ) স্থানে তুভ্যম্ মহ্যম্ চ স্যাতাম্।

সৰলাৰ্থ—ঙে বিভক্তিৰে সৈতে যুষ্মৎ শব্দৰ ঠাইত তুভ্যং আৰু অস্মৎ শব্দৰ ঠাইত মহ্যং হব। উদাহৰণ—তুভ্যম্।

১০৩। তৱমম সঙসোঃ।

ব্যাখ্যা—সঙসোঃ (ঙসঃ সহিতয়োঃ অনয়োঃ যুষ্মদস্মদোঃ স্থানে) তৱ মম চ স্যাতাম্।

সৰলাৰ্থ—ঙস্ বিভক্তিৰ সৈতে যুষ্মৎ শব্দৰ ঠাইত তব আৰু অস্মৎ শব্দৰ ঠাইত মম হব। উদাহৰণ—তব।

১০৪। ঙসি ভ্যসাঽস্বৰতঃ।

ব্যাখ্যা—ঙসিভ্যসোঃ (ঙসি-ভ্যস্ ৱিভক্ত্যোঃ পৰয়োঃ সতোঃ) অনয়োৰ্যুষ্মদস্মদোঃ) অস্বৰতঃ (স্বৰশূন্য তকাৰঃ স্যাৎ)।

সৰলাৰ্থ—ঙসি আৰু ভ্যস্ বিভক্তি পিছত থাকিলে যুষ্মৎ আৰু অস্মৎ শব্দৰ শেষত স্বৰশূন্য ত কাৰ হব। উদাহৰণ—ত্বৎ।

১০৫। এষাং দলুক্ স্যা'ৎ ।

ব্যাখ্যা—বিভক্তৌ পৰতঃ এষাং (যুষ্মদস্মদাদীনাং) দঃ (দকাৰস্য) লক্ স্যাৎ।

সৰলাৰ্থ—বিভক্তি পিছত থাকিলে যুস্মদ্ আৰু অস্মদ্ শব্দৰ দকাৰৰ লোপ হব।

১০৬। অমৌ চাম্ ।

ব্যাখ্যা—এষাং যুষ্মদস্মদাদীনাং পৰয়োঃ-অমৌচ (অম্-ঔ-চ বিভক্ত্যোঃ স্থানে) আম্ ভৱতি।

সৰলাৰ্থ—যুষ্মৎ আৰু অস্মৎ শব্দৰ পিছত থকা অম্ আৰু ঔ বিভক্তিৰ ঠাইত আম্ হব। উদাহৰণ—ত্বাম্।

১০৭। যুৱাৱদ্বিত্বে ।

ব্যাখ্যা—দ্বিত্বে (দ্বিৱচনে প্ৰৱৰ্ত্তমানয়োঃ) যুষ্মদস্মদোঃ স্থানে যুৱাৱৌ (যুৱ আৱৌ) ভৱতঃ।

সৰলাৰ্থ—দ্বিবচন হোৱা যুস্মৎ আৰু অস্মৎ শব্দৰ ঠাইত ক্ৰমে যুৱ আৰু আৱ হব। উদাহৰণ—যুৱাম্।

১০৮। আন্‌শসঃ ।

ব্যাখ্যা—যুষ্মদস্মদাদিভ্যঃ পৰস্য শসঃ (শস্ বিভক্তেঃ স্থানে) আন্ ভৱতি।

সৰলাৰ্থ—যুস্মৎ আৰু অস্মৎ শব্দৰ পিছত থকা শস্ বিভক্তিৰ ঠাইত আন্ হব। উদাহৰণ—যুস্মান্।

১০৯। ভ্যস্ ভ্যম্ ।

ব্যাখ্যা—যুষ্মদস্মদাদিভ্যঃ পৰস্য ভ্যস্ (চতুৰ্থ্যাঃ ভ্যস্‌বিভক্তেঃ স্থানে ভ্যম্ স্যাৎ।

সৰলাৰ্থ—যুস্মৎ আৰু অস্মৎ শব্দৰ পিছত থকা চতুৰ্থী ভ্যস্ বিভক্তিৰ ঠাইত ভ্যম্ হব। উদাহৰণ—যুস্মভ্যম্।

১১০। সামাকম্ ।

ব্যাখ্যা—যুষ্মদস্মদ্ভ্যাং পৰঃ সামাকম্ (স যুক্ত আম্বিভক্তেঃ স্থানে) আকং ভৱতি।

সৰলাৰ্থ—যুষ্মৎ আৰু অস্মৎ শব্দৰ পিছত থকা সকাৰ যুক্ত আম্ বিভক্তিৰ ঠাইত আকং হব। উদাহৰণ—যুষ্মাকম্।

১১১। এদস্যস্বৰেঽনাদেশে ।

ব্যাখ্যা—অনাদেশে (আদেশভিন্নে) স্বৰে পৰে সতি যুষ্মদস্মদাদীনাং-অকাৰস্য স্থানে এত্বং ভৱতি।

সৰলাৰ্থ—আদেশ নহলে আৰু স্বৰবৰ্ণ পিছত থাকিলে যুস্মৎ আৰু অস্মৎ শব্দৰ অকাৰৰ ঠাইত একাৰ হব। উদাহৰণ—ত্বয়া।

১১২। আস্ভো ।

ব্যাখ্যা—অনাদেশয়োঃ সুভোঃ পৰয়োঃ সতোঃ-যুষ্মদস্মদাদীনাং-অকাৰস্য স্থানে আকাৰঃ ভৱতি।

সৰলাৰ্থ—আদেশ নোহোৱা বিভক্তিৰ সু আৰু ভ বৰ্ণ পিছত থাকিলে যুষ্মৎ আৰু অস্মৎ শব্দৰ অকাৰৰ ঠাইত আকাৰ হব। উদাহৰণ—যুৱাভ্যাম্।

১১৩। যুষ্মদ্ অস্মদ্ বাক্যকালে যৎ সংখ্য তৎস্বৰূপভাক্।
সমাসাদন্য সংখ্যোঽপি ত্বযহং প্ৰভৃতিৰ্ব্বলী ॥

ব্যাখ্যা—যুষ্মৎ সহিতো ঽস্মৎ শব্দঃ বাক্যকালে (সমাসবাক্যকালে) যৎ সখ্যঃ (যৎ সংখ্যাবিশিষ্টঃ) তৎ স্বৰূপভাক্ (বাক্যকালীন সংখ্যায়াং যৎ স্বৰূপং স্যাৎ—তৎলভতে) সমাসাদন্য সংখ্যোঽপি (সমাসাদ্ধেতোঃ-অন্যসংখ্যোঽপি) ত্বমহং প্ৰভৃতিৰ্ব্বলী (ত্বম্হমাদেৰ্ব্বলীত্বাৎতত্ৰ, সমাসসংখ্যোক্তং ৰূপং স্যাৎ।

সৰলাৰ্থ—যুষ্মৎ আৰু অস্মৎ শব্দৰ সমাসৰ বাক্যত যি সংখ্যা হব সেই অনুসৰি সমাসান্ত পদৰ বচন হব, সমাসৰ বাক্যত ভিন্ন সংখ্যা হলেও ত্বম্ আৰু অহম্ শব্দ বলৱান্ হোৱা কাৰণে সমাসান্তত ত্বম্ আৰু অহম্ শব্দই থাকিব। উদাহৰণ—অতিত্বম্।

১১৪। আমাকং গৌণতঃ ক্বচিৎ ।

ব্যাখ্যা—ক্বচিৎ (প্ৰসিদ্ধ প্ৰয়োগে) গৌণতঃ (অপ্ৰধানতঃ যুষ্মদস্মদোঃ পৰস্য-আম্ (আম্ বিভক্তেঃ স্থানে) আকং স্যাৎ ।

সৰলাৰ্থ—কিছুমান প্ৰসিদ্ধ প্ৰয়োগত গৌণ হলে যুষ্মৎ আৰু অস্মৎ শব্দৰ পিছত থকা আম বিভক্তিৰ ঠাইত আকং হব। উদাহৰণ—অতিত্বাকম্ ।

১১৫। ইন্‌ক্বিৱন্তস্য মোলুগ্‌ৱা সাধ্যমন্যৎ সমাসৱৎ ।

ব্যাখ্যা—ইন্ ক্বিৱন্তস্য (ইন্-ক্বিপ্ প্ৰত্যয়ান্তয়োঃ-যুষ্মদস্মদোঃ) ৱা (ৱিকল্পেন) মঃ (মকাৰঃ) লুক্ (লোপো ভৱতি), অন্যৎ সাধ্যং সমাসৱৎ (অন্যত্ৰ ৱাক্য সংখ্যোক্ত ৰূপং ত্বমহমাদৌ) সমাস সংখ্যোক্ত ৰূপং চ স্যাৎ ।

সৰলাৰ্থ—ইন্ আৰু ক্বিপ্ প্ৰত্যয়ান্ত যুষ্মৎ আৰু অস্মৎ শব্দৰ বিকল্পে মকাৰৰ লোপ হব, আন সাধ্যকাৰ্য্যবোৰ সমাসৰ দৰে হব অৰ্থাৎ সমাসৰ বাক্যত থকা যুষ্মৎ আৰু অস্মৎ শব্দৰ সংখ্যা হব। উদাহৰণ—ত্বদ্—যুষ্ম +

১১৬। ভ্যম্ তাদি ৰ্ব্যঞ্জনাদট্ স্যাৎ ।

ব্যাখ্যা—ভ্যম্ তাদি (ভ্যমঃ-পঞ্চমী তকাৰাচ্চ) ব্যঞ্জনান্তাৎ (ব্যঞ্জনান্ত ইন্ ক্বিৱন্ত-যুষ্ম-অস্ম শব্দাচ্চ) আদিঃ অট্ স্যাৎ।

সৰলাৰ্থ—ভ্যম্ আৰু পঞ্চম্যন্ত তাদি প্ৰত্যয় পিছত থাকিলে, ইন্ আৰু ক্বিপ্ প্ৰত্যয়ান্ত ব্যঞ্জনান্ত হোৱা যুষ্ম আৰু অস্ম শব্দৰ পিছত অট্ প্ৰত্যয় হব। উদাহৰণ—যুষ্মভ্যম্ ।

১১৭। পাদস্য চাদেশ্চানাদ্যে একৱাক্য পদান্ন ৱা ।
যুষ্মদস্মদ্ পদে ত্বা মামি তেমে ওয়ি ওস্যাপি ।
ৱাম্ নৌ তেভ্যঃ পৰেষ্বিত্থেশস্ভ্যসামি তু ৱস্‌নসৌ ।

ব্যাখ্যা—পাদস্য (পদ্যাদেশ্চতুৰ্থাংশস্য) চাদেশ্চানাদ্যে (তস্য চ আদি স্থিত ভিন্নে) সাক্ষাৎ পৰম্পৰায়া ৱা (যুষ্মদস্মদ্ পদে) একৱাক্যে পদাৎ (একৱাক্যতাপন্ন পদাৎ পৰে যুষ্মদস্মদ্ পদে) অমি (অম্

বিভক্তৌ নিষ্পন্নে পদে চ) ত্বা-মা, ঙে-ঙসোঃ (ঙে-ঙসি বিভক্ত্যোঃ নিষ্পন্নে-তে-মে চ) তেভ্যঃ (অম্-ঙে-ঙস্‌ভ্যঃপৰে) দ্বিত্বে (দ্বিবচনে-ৰাচ্যে সতি ৰাম-নৌ), শস্-ভ্যস্-আম্ নিষ্পন্নে চ, নৱা (বিকল্পেন) ৰস্-নসৌ-আপদ্যেতে (লভেতে)।

সৰলাৰ্থ—পদ্যৰ চতুৰ্থ চৰণত নেথাকিলে সাক্ষাৎ নাইবা পৰম্পৰা ক্ৰমেই হওক এক বাক্যতাপন্ন পদৰ পিছত অম্ বিভক্তিত নিষ্পন্ন হোৱা যুষ্মৎ আৰু অস্মৎ পদৰ ঠাইত ক্ৰমে ত্বা আৰু মা হব, সেইদৰে ঙে আৰু ঙস্ বিভক্তি যুক্ত যুষ্মৎ শব্দৰ ঠাইত তে আৰু অস্মৎ পদৰ ঠাইত মে হব, আৰৌ অম্-ঙে-ঙস্ বিভক্তিৰ দৰে দ্বিতীয়া, চতুৰ্থী আৰু ষষ্ঠী বিভক্তিৰ দ্বিবচনত নিষ্পন্ন হোৱা যুষ্মৎ শব্দৰ ঠাইত ৰাম্ আৰু অস্মৎ শব্দৰ ঠাইত নৌ হব। শস্-ভ্যস্ আৰু আম্ বিভক্তিত নিষ্পন্ন হোৱা যুষ্মৎ-অস্মৎ শব্দৰ ঠাইত বিকল্পে যুষ্মৎ শব্দৰ ঠাইত ৰঃ আৰু অস্মৎ শব্দৰ ঠাইত নঃ হব। উদাহৰণ—ত্বা-মা, ৰঃ-নঃ।

## ১১৮। টা তে মে ভ্যামি ৰাম্নৌ স্তো ৰস্নসৌ। ভি-সি পূৰ্ব্ববৎ।

ব্যাখ্যা—সাক্ষাৎ পৰম্পৰায়াঃ-ৰা যুষ্মদস্মৎ পদৈক-বাক্যতাপন্ন পদাৎ পৰয়োঃ—যুষ্মদস্মদোঃ-টা-তে-মে-ভ্যাম্ বিভক্তৌ নিষ্পন্নে ৰ ম্নৌস্তঃ, ভি সি (ভ্যাম ভিসোঃ) নিষ্পন্নয়োঃ (যুষ্মদস্মদোঃস্থানে) পূৰ্ব্ববৎ ৰস্নসৌ চ স্তঃ।

সৰলাৰ্থ—সাক্ষাৎ ৰা পৰম্পৰা ক্ৰমেই হওঁক এক বাক্যতাপন্ন যুষ্মৎ আৰু অস্মৎ শব্দৰ পিছত থকা টা-তে-মে-ভ্যাম্ আদি বিভক্তিৰ, সৈতে যুষ্মৎ-অস্মৎ শব্দৰ ঠাইত ক্ৰমে ৰাম্ আৰু নৌ হ'ব ভ্যাম্-ভিস্ বিভক্তি যুক্ত যুষ্মৎ আৰু অস্মৎ শব্দৰ আগৰ দৰে ক্ৰমে ৰঃ আৰু নঃ হ'ব। উদাহৰণ—কৃতংতে।

## ১১৯। অনালোচন দৃশ্যৰ্থে নৈতে স্যু ৰ্ব্বস্নসাদয়ঃ

ব্যাখ্যা—অনালোচন দৃশ্যৰ্থে (আলোচন ভিন্ন দৰ্শনাৰ্থক ধাতু প্ৰয়োগে সতি) এতে ৰস্নসাদয়ঃ আদেশাঃ ন স্যুঃ।

সৰলাৰ্থ—আলোচনা ভিন্ন দৰ্শনাৰ্থক ধাতুৰ প্ৰয়োগত যুষ্মৎ আৰু অস্মৎ শব্দৰ ঠাইত ৰঃ আৰু নঃ আদেশ নহ'ব। উদাহৰণ—যুষ্মাকম্।

১২০। আমন্ত্ৰিতং পূৰ্ব্বপদমবিদ্যমানবদ্ভবেৎ ।

ব্যাখ্যা—যুষ্মদস্মদোঃ পূৰ্ব্বপদং (পূৰ্ব্বস্থপদং) আমন্ত্ৰিতং (আমন্ত্ৰিতে— অৰ্থে গম্যমানে সতি) যুষ্মদস্মদ্ পদং অবিদ্যমান বত্তবেৎ।

সৰলাৰ্থ—যুষ্মৎ আৰু অস্মৎ শব্দৰ আগত থকা পদৰ আমন্ত্ৰিত অৰ্থাৎ সম্বোধন কৰা অৰ্থ বুজালে যুষ্মৎ আৰু অস্মৎ শব্দ নথকাৰ দৰে হ'ব। উদাহৰণ—হে দেবদত্ত তৱ স্বম্।

১২১। অস্মাৎ সামান্য বচনাদ্বিশেষ্যাৎ সবিশেষণাৎ নিত্যং

স্যুৰেত আদেশাঃ ।

ব্যাখ্যা—অস্মাৎ (আমন্ত্ৰিতাৰ্থাৎ) সামান্য বচনাৎ (জাতি বাচকাৎ) বিশেষ্যাৎ (বিশেষ্য ৰূপাৎ) সবিশেষণাৎ (বিশেষনপদ সহিতাৎ) নিত্যং (কথিতানুকথনেঽপি) এতে—আদেশাঃ (ত্বামাদয়ঃ) স্যুঃ (ভবেয়ুঃ)।

সৰলাৰ্থ—আমন্ত্ৰিত অৰ্থ আৰু পুনৰুক্তি কৰা অৰ্থ বুজালে জাতি বাচক বিশেষ্য ৰূপ বিশেষন পদৰ সৈতে যুষ্মৎ আৰু অস্মৎ শব্দৰ ঠাইত হোৱা ত্বা-মা আদি আদেশবোৰ হ'ব। উদাহৰণ— তেস্বম্।

১২২। বহুত্বে তুবিভাষয়া ।

ব্যাখ্যা—বহুত্বে (বহু বচনে বাচ্যে) তু (কিন্তু) তাদৃশাৎ-আমন্ত্ৰিতাৎ সামান্য বচনাৎ বিশেষ্যাৎ বিশেষণ ৰূপাৎ বিভাষয়া (বিকল্পেন) যুষ্মদস্মদোঃস্থানে এতে (বস্নসাদেশাঃ) স্যুঃ (ভবেয়ুঃ)।

সৰলাৰ্থ—বহুবচন হোৱা বুজালে আগৰ দৰে আমন্ত্ৰিত অৰ্থযুক্ত বিশেষ্যাদি পদত যুষ্মৎ আৰু অস্মৎ শব্দৰ ঠাইত বিকল্পে বঃ আৰু নঃ আদেশ হ'ব। উদাহৰণ—নঃস্বম্।

১২৩। স পূৰ্ব্ব প্ৰথমান্তাদ্বা স্বমিত্যৰ্থেঽনুকীৰ্ত্তনে ।

ব্যাখ্যা—স পূৰ্ব্ব প্ৰথমান্তাৎ (পূৰ্ব্ব পদ সহিত প্ৰথমান্ত পদাৎ) অনু- কীৰ্ত্তনে (কথিতানুকথন বিষয়ে) স্বমিত্যৰ্থে (স্বমেতস্মিন্নৰ্থে) বা (বিকল্পেন) আদেশাঃ (বস্নসাদয়ঃ) স্যুঃ (ভবেয়ু)।

সৰলাৰ্থ—পূৰ্ব্ব প্ৰথমা বিভক্ত্যন্ত পদৰে সৈতে কথিতানুকথন অৰ্থ হোৱা বুজালে আৰু ধন বাচক স্বম্ শব্দৰ আগত উক্ত ৰঃ আৰু নঃ আদেশবোৰ হব। উদাহৰণ—ৰঃস্বম্।

১২৪। এতদ্ব্যাবৃত্তি ৱিষয়ে নিত্যমুক্তানুকীৰ্ত্তনে।

ব্যাখ্যা—এতদ্ ব্যাবৃত্তি ৱিষয়ে, উক্তানুকীৰ্ত্তনে অৰ্থে সপূৰ্ব্ব প্ৰথমান্ত স্বমিত্যৰ্থাভাৱেঽপি--ত্বামা-ৱস্নসাদয়ো ভৱন্তি।

সৰলাৰ্থ—ব্যাবৃত্তি অৰ্থাৎ পুনৰাদেশ হোৱা বিষয়ত উক্তানুকীৰ্ত্তন অৰ্থ আৰু পূৰ্ব্ব প্ৰথমান্ত পদ নহ'লেও আৰু ধন বচক স্বম্ পদ নহ'লেও ত্বা-মা-ৰঃ-নঃ আদি আদেশবোৰ হ'ব। উদাহৰণ—গ্ৰামো নঃ স্বম্। ইতি ব্যঞ্জনান্ত সাধ্যম্।

১। সৰ্ব্বাব্যয়াদ্বিভক্তের্লুক্ ।

ব্যাখ্যা—সৰ্ব্বাব্যয়াৎ (সৰ্ব্বাব্যয় শব্দাৎ পৰঃ) ৱিভক্তের্লুক্ স্যাৎ (ৱিভক্তে র্লোপো ভৱতি)।

সৰলাৰ্থ—সকলোবোৰ অব্যয় শব্দৰ পিছত থকা বিভক্তিৰ লোপ হ'ব। উদাহৰণ—মনাক্ ।

২। অব্যয়ান্ত্যস্বৰাৎ প্ৰাগগ্‌ৱা ।

ব্যাখ্যা—অব্যয়ান্ত্যস্বৰাৎ (অব্যয়ানাম্-অন্ত্যস্বৰাৎ) প্ৰাক্ (পূৰ্ব্বং) ৱা (ৱিকল্পেন) অক্ প্ৰত্যয়ঃস্যাৎ।

সৰলাৰ্থ—অব্যয় শব্দৰ শেষত থকা স্বৰ বৰ্ণৰ আগত অক্ প্ৰত্যয় হ'ব। উদাহৰণ—ধিক্ ।

৩। তচ্ছব্দান্তকশ্চতঃ ।

ব্যাখ্যা—তচ্ছব্দাৎ (তস্য—অক যুক্ত অব্যয় শব্দস্য) অন্তকশ্চ (অন্ত ক ৱৰ্ণস্য স্থানে চ) তঃ (ৱৰ্ণঃস্যাৎ)।

সৰলাৰ্থ—সেই অক্ প্ৰত্যয়ান্ত অব্যয় শব্দৰ শেষত থকা ক বৰ্ণৰ ঠাইত ত বৰ্ণ হ'ব। উদাহৰণ—ধকিৎ।

৪। ন সামেৰক্ ।

ব্যাখ্যা—সামেঃ (সামি অব্যয়াৎ পৰঃ) অক্ প্ৰত্যয়ঃ ন স্যাৎ।

সৰলাৰ্থ—সামি অব্যয় শব্দৰ পিছত অক্ প্ৰত্যয় নহ'ব। উদাহৰণ—সামি কৃতম্ ।

৫। তিঙামপি ।

ব্যাখ্যা—তিঙামপি (তিঙ্ ৱিভক্তীনামপি) অন্ত্যস্বৰাৎ প্ৰাক্ (শেষ স্বৰাৎ পূৰ্ব্বং) ৱা অক্‌স্যাৎ।

সৰলাৰ্থ—তিঙ্ বিভক্তিৰ পিছত থকা অব্যয় শব্দৰ শেষৰ স্বৰ বৰ্ণৰ আগত বিকল্পে অক্ প্ৰত্যয় হ'ব। উদাহৰণ—সদাতকি।

৬। সৰ্ব্বনাম্নোঽন্ত্যস্বৰাৎ প্ৰাগগ্ ৱা স্যাৎ ।

ব্যাখ্যা—সৰ্ব্বনাম্নঃ (সৰ্ব্বনাম সংজ্ঞকস্য) অন্ত্যস্বৰাৎ (শেষ স্বৰাৎ পৰঃ) ৱা (ৱিকল্পেন) প্ৰাক্ (পূৰ্ব্বং) অক্ প্ৰত্যয়ঃ স্যাৎ ।

সৰলাৰ্থ—সৰ্ব্বনাম শব্দৰ শেষত থকা স্বৰ বৰ্ণৰ আগত বিকল্পে অক্ প্ৰত্যয় হ'ব। উদাহৰণ—সৰ্ব্বকাঃ ।

৭। তৎসুপামপি ।

ব্যাখ্যা—তৎ সুপাং (সৰ্ব্বনাম সম্বন্ধি সুপ্ ৱিভক্তীনাং পৰেষাং) অন্ত্যস্বৰাৎ পৰঃ প্ৰাগগ্ ৱা স্যাৎ ।

সৰলাৰ্থ—সৰ্ব্বনাম শব্দৰ পিছত সুপ্ বিভক্তি থাকিলেও শেষৰ স্বৰ বৰ্ণৰ আগত বিকল্পে অক্ প্ৰত্যয় হ'ব। উদাহৰণ—ত্বয়কা ।

৮। আ প্ৰত্যয়স্থে প্ৰত্যয়কে অস্য ইঃ স্যাদযত্তদোঃ ।

ব্যাখ্যা—আ প্ৰত্যয়স্থে (আ প্ৰত্যয় যুক্তে) অযত্তদোঃ (যৎ-তৎ-ভিন্নয়োঃ) প্ৰত্যয়কে (অক্ প্ৰত্যয়স্য) অস্য (অকাৰস্য) স্থানে ইঃ (ইকাৰঃস্যাৎ) ।

সৰলাৰ্থ—আ প্ৰত্যয় যুক্ত যৎ আৰু তৎ শব্দ ভিন্ন শব্দৰ পিছত হোৱা অক্ প্ৰত্যয়ৰ অকাৰৰ ঠাইত ইকাৰ হ'ব। উদাহৰণ—সৰ্ব্বিকা ।

৯। নাশিষি ।

ব্যাখ্যা—আশিষি (আশীৰ্ব্বাদে-অৰ্থে গম্যমানে সতি) অক্ প্ৰত্যয়স্য অকাৰস্য স্থানে ইঃ ন স্যাৎ ।

সৰলাৰ্থ—আশীৰ্ব্বাদ কৰা অৰ্থ বুজালে অক্ প্ৰত্যয়ৰ অকাৰৰ ইকাৰ নহব। উদাহৰণ—জীৱকা ।

১০। ক্ষিপকাদেশ্চ ।

ব্যাখ্যা—ক্ষিপকাদেঃ (প্ৰেৰণাৰ্থক ক্ষিপাদেঃ পৰস্য) চকাৰাৎ (অক প্ৰত্যয়স্য চ অকাৰস্য ইকাৰঃ ন স্যাৎ ।

সৰলাৰ্থ—প্ৰেৰণাৰ্থক ক্ষিপাদি শব্দৰ পিছতো অক্ প্ৰত্যয়ৰ অকাৰৰ ঠাইত ইকাৰ নহব। উদাহৰণ—ক্ষিপকা ।

১১। বহুব্ৰীহৌ কচিত্ত্বেৎ ।

ব্যাখ্যা—বহুব্ৰীহৌ (বহুব্ৰীহি সমাসে সতি) কচিৎ অক্ প্ৰত্যয়স্য-অকাৰস্য স্থানে ইকাৰঃ স্যাৎ।

সৰলাৰ্থ—বহুব্ৰীহি সমাস হলে কেতিয়াবা অক্ প্ৰত্যয়ৰ অকাৰৰ ঠাইত ইকাৰ হব। উদাহৰণ—বহুচন্দ্ৰিমকা।

১২। ইষ্টেত্তাৰকাদেঃ ।

ব্যাখ্যা—ইষ্টতঃ (ইচ্ছাবিষয়কাৎ) তাৰকাদেঃ পৰস্য অক্ প্ৰত্যয়স্য অকাৰস্য স্থানে ইঃ স্যাৎ।

সৰলাৰ্থ—ইচ্ছাবিষয় বুজোৱা তাৰকাদি শব্দৰ পিছতো অক্ প্ৰত্যয়ৰ অকাৰৰ ঠাইত ইকাৰ হব। উদাহৰণ—তাৰিকা।

১৩। ৱঙ্কাদেস্তুৱা ।

ব্যাখ্যা—ৱকাদেঃ (ৱকাদি শব্দাৎ পৰস্য) তু (ইচ্ছাবিষয়কাৎ) ৱা (ৱিকল্পেন) অক্ প্ৰত্যয়স্য অকাৰস্য স্থানে ইঃ স্যাৎ।

সৰলাৰ্থ—ৱকাদি শব্দ অৰ্থাৎ বেঁকা হোৱা অৰ্থযুক্ত আৰু ইচ্ছাৰ্থক শব্দৰ পিছত অক্ প্ৰত্যয়ৰ অকাৰৰ ঠাইত বিকল্পে ইকাৰ হব। উদাহৰণ—বৃন্দাৰিকা।

১৪। দ্বাস্বাজ্ঞাজৈষাভস্ত্ৰাণাস্বাজ্ঞাদেৰ্ন ঞ্ পূৰ্ব্বস্যাপি ।

ব্যাখ্যা—এষা দ্বা-জ্ঞা-স্বা-অজা-ভস্ত্ৰাণাং (শব্দানাং) নঞ্পূৰ্ব্বস্যাপি (নঞ্ সমাস পুৰ্ব্বেস্যাপি) জ্ঞাদেঃপৰস্য ৱা (ৱিকল্পেন) অক্ প্ৰত্যয়স্য অকাৰস্য ইঃ স্যাৎ।

সৰলাৰ্থ—এষা-দ্বা-স্বা-জ্ঞা-অজা-ভস্ত্ৰাদি শব্দৰ আৰু নঞ্ সমাসৰ আগত থকা জ্ঞা শব্দৰ পিছত হোৱা অক্ প্ৰত্যয়ৰ অকাৰৰ ঠাইত বিকল্পে ইকাৰ হব। উদাহৰণ—দ্বকে।

১৫। সংজ্ঞানুকম্পাকুৎসাল্প-হ্ৰস্বস্বাজ্ঞাতনীতিষু ।

১৬। আক্ষেপেঽপি-চকঃ কৰ্য্যঃ । স্বাৰ্থেঽপি কৈশ্চিদিষ্যতে ॥

ব্যাখ্যা—সংজ্ঞানুকম্পাকুৎসাল্প হ্ৰস্ব (জাতি-দয়া-নিন্দা-অল্প-হ্ৰস্ব-স্ব প্ৰত্যয়ান্ত শব্দাৎ পৰম্), অজ্ঞাত নীতিষু (অৰ্থেষু গম্যমানেষু সতিষ

শব্দাৎ পৰশ্চ) অকঃ (অক্ প্ৰত্যয়ঃ স্যাৎ)। আক্ষেপেঽপিচ অৰ্থে অক্ প্ৰত্যয়ঃ কাৰ্য্যঃ, কৈশ্চিৎ পণ্ডিতৈঃ স্বাৰ্থেঽপি অক্ প্ৰত্যয়ঃ ইষ্যতে।

সৰলাৰ্থ---সংজ্ঞা (জাতি) অনুকম্পা (দয়া) কুৎসা (নিন্দা) অল্পাৰ্থ-হ্ৰস্বাৰ্থ আৰু ত্ব প্ৰত্যয়ান্ত শব্দৰ পিছত, অজ্ঞাত আৰু নীতিবাচক শব্দৰ পিছত অক্ প্ৰত্যয় হব। আক্ষেপ কৰা অৰ্থ বুজালে আৰু স্বাৰ্থ অৰ্থতো শব্দৰ পিছত অক্ প্ৰত্যয় হব। উদাহৰণ--চৈত্ৰকঃ।

॥ ইতি অক্ প্ৰকৰণম্ ॥

১৭। নদ্যৃদন্তাদ্বহুব্ৰীহৌ সমাসে কপ্।

ব্যাখ্যা---বহুব্ৰীহৌ সমাসে (বহুব্ৰীহি সমাসে সতি) নদ্যৃদন্তাৎ (নদী সংজ্ঞক ঋদন্ত শব্দাচ্চ) কপ্ প্ৰত্যয়ঃ স্যাৎ।

সৰলাৰ্থ---বহুব্ৰীহি সমাস হলে নদীবাচক আৰু ঋকাৰান্ত শব্দৰ পিছত কপ্ প্ৰত্যয় হব। উদাহৰণ---বহুনদীকঃ।

১৮। ক্বচিত্তু ন।

ব্যাখ্যা---ক্বচিৎ (কুত্ৰচিৎ প্ৰসিদ্ধ প্ৰয়োগে) তু (নদ্যৃদন্তাৎ শব্দাৎ পৰঃ কপ্ প্ৰত্যয়ঃ ন স্যাৎ)।

সৰলাৰ্থ---কিছুমান প্ৰসিদ্ধ প্ৰয়োগত কেতিয়াবা নদীবাচক আৰু ঋকা-ৰান্ত শব্দৰ পিছত কপ্ প্ৰত্যয় নহব। উদাহৰণ---সুপিতৃ।

১৯। ন কপ্ স্তুতৌ ভ্ৰাতৃ শব্দাৎ।

ব্যাখ্যা---স্তুতৌ (স্তৱনেঽৰ্থে গম্যমানে সতি) ভ্ৰাতৃ শব্দাৎ পৰঃ কপ্ প্ৰত্যয়ঃ ন স্যাৎ।

সৰলাৰ্থ---স্তুতি কৰা অৰ্থ বুজালে ভ্ৰাতৃ শব্দৰ পিছত কপ্ প্ৰত্যয় নহব। উদাহৰণ---সুভ্ৰাতা।

২০। নদ্যন্যস্মাদ্বিভাষয়া।

ব্যাখ্যা---বহুব্ৰীহৌ সমাসে সতি নদ্যন্যস্মাৎ (নদী-ঋদন্তভিন্ন শব্দাৎ পৰঃ) বিভাষয়া (বিকল্পেন) কপ্ প্ৰত্যয়-স্যাৎ।

সৰলাৰ্থ—বহুব্ৰীহি সমাস হলে নদীবাচক আৰু ঋদন্ত শব্দৰ বাহিৰে আন শব্দৰ পিছত বিকল্পে কপ্ প্ৰত্যয় হব। উদাহৰণ—সাগ্নিকঃ।

২১। উৰঃ প্ৰভৃতিতঃ কপ্ স্যান্নিত্যম্।

ব্যাখ্যা—বহুব্ৰীহৌ সমাসে সতি উৰঃ প্ৰভৃতিতঃ (উৰঃপ্ৰভৃতিভ্যঃপৰঃ) নিত্যং কপ্ প্ৰত্যয়ঃ স্যাৎ।

সৰলাৰ্থ—বহুব্ৰীহি সমাস হলে উৰগণ বাচক শব্দৰ পিছতো নিত্যক্ৰে কপ্ প্ৰত্যয় হব। উদাহৰণ—ভাষিত পুংস্কঃ।

২২। স্ত্ৰিয়ামিনন্ততঃ।

ব্যাখ্যা—বহুব্ৰীহৌ সমাসে সতি স্ত্ৰিয়াং (স্ত্ৰীলিঙ্গে বিষয়ে বাচ্যে চ সতি) ইনন্ততঃ (ইন্ প্ৰত্যয়ান্ত শব্দাৎ পৰঃ) কপ্ প্ৰত্যয়ঃ স্যাৎ।

সৰলাৰ্থ—বহুব্ৰীহি সমাস হলে আৰু স্ত্ৰীলিঙ্গ হোৱা বুজালে ইন্ প্ৰত্যয়ান্ত শব্দৰ পিছত কপ্ প্ৰত্যয় হব। উদাহৰণ—বহুবাগ্মিকা।

২৩। গৌণ গোস্ত্ৰী-প্ৰত্যয়য়ো হ্ৰস্বঃ।

ব্যাখ্যা—বহুব্ৰীহৌ সমাসে সতি গৌণ গো-স্ত্ৰী প্ৰত্যয়য়োঃ হ্ৰস্ব স্যাৎ।

সৰলাৰ্থ—বহুব্ৰীহি সমাস হলে গৌণ হোৱা গো আৰু স্ত্ৰীপ্ৰত্যয়ান্ত শব্দ হ্ৰস্ব হব। উদাহৰণ—চিত্ৰগুঃ।

২৪। কপি তু নেষ্যতে।

ব্যাখ্যা—কপি (কপ্ প্ৰত্যয়ে পৰে) তু (গো-স্ত্ৰী প্ৰত্যয়ান্ত শব্দয়োঃ) হ্ৰস্বঃ ন ইষ্যতে।

সৰলাৰ্থ—বহুব্ৰীহি সমাস হলে আৰু কপ্ প্ৰত্যয় হলে গো আৰু স্ত্ৰী প্ৰত্যয়ান্ত শব্দ হ্ৰস্ব নহব। উদাহৰণ—সুনদীকঃ।

২৫। ঈয়স্নোৰ্ম হ্ৰস্বকপৌ।

ব্যাখ্যা—বহুব্ৰীহৌ সমাসে সতি, ঈয়স্নোঃ প্ৰত্যয়োঃ পৰয়োঃ সতোঃ হ্ৰস্ব কপৌ (হ্ৰস্বঃ—কপ্-প্ৰত্যয়ৌ চ) ন স্যাতাম্।

সৰলাৰ্থ—বহুব্ৰীহি সমাস হলে ঈয়স্ প্ৰত্যয়ান্ত শব্দৰ পিছত হ্ৰস্ব আৰু কপ্ প্ৰত্যয় নহব। উদাহৰণ—সুশ্ৰেয়সী।

২৬। হ্ৰস্ব আ ঈ প্ৰত্যয়য়োঃ সমাসে।

ব্যাখ্যা—সমাসে সতি আ ঈ প্ৰত্যয়য়োঃ হ্ৰস্বঃ স্যাৎ।

সৰলাৰ্থ—সমাস হলে আ আৰু ঈ প্ৰত্যয় যুক্ত শব্দ হ্ৰস্ব হব। উদাহৰণ—মালভাৰিণী।

২৭। অন্যত্ৰচ কচিৎ।

ব্যাখ্যা—কচিৎ (প্ৰসিদ্ধ প্ৰয়োগে) অন্যত্ৰ (সমাসাদন্যত্ৰ) বিষয়েচ, আ-ঈ প্ৰত্যয়য়োঃ হ্ৰস্বঃ স্যাৎ।

সৰলাৰ্থ—কেতিয়াবা প্ৰসিদ্ধ প্ৰয়োগৰ বাবে সমাস নহলেও আ আৰু ঈ প্ৰত্যয় যুক্ত শব্দ হ্ৰস্ব হব। উদাহৰণ—ৰতিকা।

২৮। নপুংসকে স্বৰো হ্ৰস্বঃ।

ব্যাখ্যা—সমাসে সতি নপুংসকে লিঙ্গে বিষয়ে স্বৰঃ (স্বৰোবৰ্ণঃ) হ্ৰস্বঃ স্যাৎ।

সৰলাৰ্থ—সমাস হলে আৰু নপুংসক লিঙ্গ বুজালে স্বৰবৰ্ণ হ্ৰস্ব হব। উদাহৰণ—সোমপম্।

২৯। হ্ৰস্বস্য দীৰ্ঘতা কচিৎ।

ব্যাখ্যা—সমাসে সতি কচিৎ (কুত্ৰচিৎ) হ্ৰস্বস্য (হ্ৰস্বমাত্ৰস্য) দীৰ্ঘতা স্যাৎ।

সৰলাৰ্থ—সমাস হলে কেতিয়াবা হ্ৰস্ব হলেও স্বৰবৰ্ণ দীৰ্ঘ হব। উদাহৰণ—বিশ্বামিত্ৰঃ।

৩০। উপসৰ্গস্য ঘঞন্তে।

ব্যাখ্যা—ঘঞন্তে (ঘঞ্ প্ৰত্যয়ান্তে সতি) উপসৰ্গস্য দীৰ্ঘতা স্যাৎ।

সৰলাৰ্থ—ঘঞ্ প্ৰত্যয় পিছত থাকিলে উপসৰ্গৰ স্বৰবৰ্ণ দীৰ্ঘ হব। উদাহৰণ—প্ৰাকাৰঃ।

৩১। কিৱন্তেষু নহাদিষু।

ব্যাখ্যা—কিৱন্তেষু (কিপ্ প্ৰত্যয়ান্ত শব্দেষু পৰেষু সতিষু) নহাদিষু (নহাদিষু শব্দেষু পৰেষু চ) হ্ৰস্ব মাত্ৰস্য দীৰ্ঘতা স্যাৎ।

সৰলাৰ্থ—কিপ্ প্ৰত্যয়ান্ত শব্দ আৰু নহাদি শব্দৰ পিছত স্বৰবৰ্ণ মাত্ৰেই দীৰ্ঘ হব। উদাহৰণ—উপানৎ।

৩২। ক্বচিদেকপদেঽপি স্যাৎ।

ব্যাখ্যা—ক্বচিৎ (প্ৰসিদ্ধ প্ৰয়োগে সতি) একপদেঽপি হ্ৰস্ব মাত্ৰস্য দীৰ্ঘতা স্যাৎ।

সৰলাৰ্থ—কেতিয়াবা প্ৰসিদ্ধ প্ৰয়োগ সাধনৰ কাৰণে একে পদৰ হ্ৰস্ব বৰ্ণও দীৰ্ঘ হব। উদাহৰণ—পুৰূষঃ।

৩৩। অনব্যয় ৰিসৃষ্টস্য-সঃ স্যাৎ ক খ পফে পৰে।

ব্যাখ্যা—ক-খ-প ফেপৰে (ক-খ-প-ফ বৰ্ণেষু পৰেসু সতিষু) অনব্যয় (অব্যয় ভিন্নঃ) ৰিসৃষ্টস্য (ৰিসৰ্গস্য স্থানে) সঃ (সকাৰঃস্যাৎ)।

সৰলাৰ্থ—ক-খ-প-ফ বৰ্ণ পিছত থাকিলে অব্যয় ভিন্ন শব্দৰ পিছত থকা বিসৰ্গৰ ঠাইত স কাৰ হ'ৰ। উদাহৰণ—যশস্কামঃ।

৩৪। অব্যয়স্য ৰদাচিৎ স্যাৎ।

ব্যাখ্যা—কদাচিৎ (কুত্ৰচিৎ) অব্যয়স্য (অব্যয় শব্দস্য) বিসৰ্গস্য স্থানে সঃ স্যাৎ।

সৰলাৰ্থ—কেতিয়াবা অব্যয় শব্দৰ বিসৰ্গৰ ঠাইতো স হ'ব। উদাহৰণ—নমস্কাৰঃ।

৩৫। অসমাসেঽপি কুত্ৰচিৎ।

ব্যাখ্যা—কুত্ৰচিৎ (প্ৰয়োগে) অসমাসেঽপি (সমাসভিন্নেঽপি) অব্যয় শব্দস্য বিসৰ্গস্য স্থানে সঃ স্যাৎ।

সৰলাৰ্থ—কেতিয়াবা সমাস নহ'লেও অব্যয় শব্দৰ বিসৰ্গৰ ঠাইত সকাৰ হ'ব। উদাহৰণ—নমস্কৰোতি।

৩৬। অজাদ্যদন্ত স্ত্ৰীলিঙ্গ শব্দাদা। ব্যঞ্জনাৎ ক্বচিত।

ব্যাখ্যা—অজাদ্যদন্ত (অজাদেঃ স্ত্ৰীলিঙ্গ শব্দাৎ) অদন্তাৎ (অদন্ত স্ত্ৰীলিঙ্গ শব্দান্ত) ক্বচিৎ (কুত্ৰচিৎ) ব্যঞ্জনান্তাৎ (অজাদিভিন্ন ব্যঞ্জনান্ত স্ত্ৰীলিঙ্গ শব্দাৎ পৰশ্চ আ স্যাৎ।

সৰলাৰ্থ—অজাদি শব্দ আৰু অকাৰান্ত স্ত্ৰীলিঙ্গ বাচক শব্দৰ পিছত, আৰু ব্যঞ্জনান্ত স্ত্ৰীলিঙ্গ শব্দৰ পিছতো কেতিয়াবা আ প্ৰত্যয় হ'ব। উদাহৰণ—অজা।

৩৭। ডাজ্বানন্তাদ্বহুব্ৰীহৌ ।

ব্যাখ্যা---বহুব্ৰীহৌ (বহুব্ৰীহি সমাসে সতি) অনন্তাৎ (অন্ত পদভিন্নাৎ) বা (বিকল্পেন) ডাচ্ প্ৰত্যয়ঃ স্যাৎ ।

সৰলাৰ্থ---বহুব্ৰীহি সমাস হ'লে আৰু পদান্ত নহ'লে শব্দৰ পিছত বিকল্পে ডাচ্ প্ৰত্যয় হ'ব। উদাহৰণ---বহুৰাজা ।

৩৮। ডাজ্বা মন্ প্ৰত্যয়ান্ন ঈ ।

ব্যাখ্যা---বহুব্ৰীহৌ সমাসে সতি মন্ প্ৰত্যয়াৎ শব্দাৎ পৰঃ---ঈ প্ৰত্যয়ঃ ন স্যাৎ। বা ডাচ্ প্ৰত্যয়ঃ স্যাৎ ।

সৰলাৰ্থ---বহুব্ৰীহি সমাস হ'লে মন্ প্ৰত্যয়ান্ত শব্দৰ পিছত ঈ প্ৰত্যয় নহ'ব। বিকল্পে ডাচ্ প্ৰত্যয় হ'ব। উদাহৰণ---সীমা।

৩৯। অন্তঞ্চন্সন্ত বাহন্ত সখিনান্ত ঋদন্ততঃ ।
নদাদেশ্চ স্ত্ৰিয়ামী স্যাৎ ।

৪০। অকাৰস্তত্ৰ লুপ্যতে ।

ব্যাখ্যা---অন্তঞ্চন্সন্ত বাহন্ত সখিনান্ত ঋদন্ততঃ (অন্তন্ত---অন্চন্ত অন্স্ন্ত---বাহন্ত---সখিনান্ত ঋদন্ত শব্দেভ্যশ্চ) নদাদেঃ (নদাদি শব্দেভ্যশ্চপৰঃ) স্ত্ৰিয়াং (স্ত্ৰীলিঙ্গে বিষয়ে) চ ঈঃ (প্ৰত্যয়ঃ স্যাৎ) তত্ৰ (ঈ প্ৰত্যয়ে সতি) অকাৰঃ লুপ্যতে।

সৰলাৰ্থ---স্ত্ৰীলিঙ্গ বুজালে অন্-অন্চ্ অন্স্ প্ৰত্যয়ান্ত শব্দ আৰু বাহাদি-সখি আদি শব্দ, ঋদন্ত আৰু নদাদি শব্দৰ পিছত ঈ প্ৰত্যয় হ'ব। ঈ প্ৰত্যয় হ'লে উক্ত শব্দবোৰৰ অকাৰ লোপ হ'ব। উদাহৰণ---গুণৱতী।

৪১। অণ্ণ্যেকণায়নণ্ণেয়ণ্ ন ণ্ স্নণ্ কণ্ পূৰণেডমৌ-- ।
দঘ্নমাত্ৰ দ্বয়সাশ্চ কৰপ্ টঘ নুবন্ধিনঃ এতদন্তা নদাদ্যাঃ
স্ত্ৰ্যুৰুপসৰ্জ্জন বৰ্জ্জিতাঃ

ব্যাখ্যা---স্ত্ৰীলিঙ্গে বাচ্যে সতি, উপসৰ্জ্জন বৰ্জ্জিতাঃ (গৌন ভিন্নাঃ) অণ্-ণ্যঃ-ইকণ-আয়নণ্ এয়ণ্-নণ্-স্নণ্-কণ্ প্ৰত্যয়াঃ, পুৰণেহৰ্থে ডমৌ (ড-ম প্ৰত্যয়ৌ), দঘ্ন মাত্ৰ দ্বয়সাঃ প্ৰত্যয়াঃ, ক্বৰপ্ প্ৰত্যয়শ্চ, ষটনুবন্ধিনঃ (ষকাৰ টকাৰানুবন্ধিন প্ৰত্যয়াশ্চ) অদন্তা এতে প্ৰত্যয়াঃ নদাদ্যাঃ স্যুঃ, এষাং পৰেষাং ঈ প্ৰত্যয়ঃ স্যাৎ।

সৰলাৰ্থ—স্ত্ৰীলিঙ্গ বাচ্য হ'লে আৰু গৌণ হোৱা নুবুজালে অণ্-ণ্য-ইকণ-আয়নণ্-এয়ণ্-নণ্-স্নণ্-কণ্ পূৰণ অৰ্থত হোৱা ড আৰু ম প্ৰত্যয়, দয় মাত্ৰ-দ্বয়স্-ক্ৰৰপ্-, ষকাৰ আৰু টকাৰ অনুবন্ধ হোৱা প্ৰত্যয়বোৰৰ নদাদি সংজ্ঞা হ'ব। উক্ত প্ৰত্যয়বোৰৰ পিছত ঈ প্ৰত্যয় হ'ব। উদাহৰণ—ভাৰ্গৱী।

৪২। ৱনো নো ৰশ্চ।

ব্যাখ্যা—স্ত্ৰীলিঙ্গে ৱাচ্যে সতি ঈ প্ৰত্যয়ে চ সতি, ৱনঃ (ৱন্ প্ৰত্যয়স্য নঃ (নকাৰস্য স্থানে) ৰঃ স্যাৎ।

সৰলাৰ্থ—স্ত্ৰীলিঙ্গ বুজালে আৰু ঈ প্ৰত্যয় হ'লে বন্ প্ৰত্যয়ৰ ন কাৰৰ ঠাইত ৰ হ'ব। উদাহৰণ—ধীৱৰী।

৪৩। ঘোষাত্তু ন ঈ।

ব্যাখ্যা—স্ত্ৰীলিঙ্গে ৱিষয়ে ঘোষাৎ (ঘোষ সংজ্ঞক ৱৰ্ণাৎ পৰঃ) তু (ৱন্ প্ৰত্যয়স্যচ পৰঃ) ঈ প্ৰত্যয়ঃ ন স্যাৎ।

সৰলাৰ্থ—স্ত্ৰীলিঙ্গ বুজালেও ঘোষ সংজ্ঞক বৰ্ণৰ পিছত থকা বন্ প্ৰত্যয়ৰ পিছত ঈ প্ৰত্যয় নহ'ব। উদাহৰণ—বীৰসহ যুদ্ধা।

৪৪। যূন-স্তুতিত্যপি।

ব্যাখ্যা—স্ত্ৰিয়াং ৱ্যচ্যাং সত্যাং যূনঃ পৰঃ-তি প্ৰত্যয়ঃ তী-অপি প্ৰত্যয়শ্চ স্যাৎ।

সৰলাৰ্থ—স্ত্ৰীলিঙ্গ বিষয়ত যুৱন্ শব্দৰ পিছত তি আৰু তী প্ৰত্যয়ো হ'ব। উদাহৰণ—যুৱতিঃ—যুৱতী।

৪৫। ইদন্তাৎ ৱা ক্তিং হিত্বা।

ব্যাখ্যা—ক্তিংহিত্বা (ক্তি প্ৰত্যয়ং ৱৰ্জ্জয়িত্বা) ইদন্তাৎ (ইকাৰান্ত শব্দাৎ পৰঃ) ৱা ঈ প্ৰত্যয়ঃ স্যাৎ।

সৰলাৰ্থ—ক্তি প্ৰত্যয়ৰ বাহিৰে ইকাৰান্ত শব্দৰ পিছত বিকল্পে ঈ প্ৰত্যয় হ'ব। উদাহৰণ—আলিঃ।

৪৬। ৱোদন্তাৎ গুণ-ৱাচিনঃ অসংযোগোপধ-খৰোঃ।

ব্যাখ্যা—স্ত্ৰীলিঙ্গ ৱিষয়ে অসংযোগোপধখৰোঃ (খৰু সংযোগ-উপধা ভিন্নাৎ) গুণ ৱাচিনঃ উদন্তাৎ শব্দাৎ পৰস্য ৱা ঈ প্ৰত্যয়ঃ স্যাৎ।

সৰলাৰ্থ—স্ত্ৰীলিঙ্গ বুজালে থকা সংযোগ উপধা ভিন্ন গুণবাচক অৰ্থাৎ বিশেষণ বাচক উকাৰান্ত পদৰ পিছত বিকল্পে ঈ প্ৰত্যয় হ'য়। উদাহৰণ—পট্বুঃ।

৪৭। ক্ৰীতাৎ কৰণ-পূৰ্ব্বকাৎ।

ব্যাখ্যা—কৰণ পূৰ্ব্বকাৎ (কৰণাৰ্থক পূৰ্ব্ব পদাৎ) ক্ৰীতাৎ (ক্ৰীত শব্দাৎ পৰঃ) ঈ প্ৰত্যয়ঃ স্যাৎ।

সৰলাৰ্থ—কৰণ বাচক পূৰ্ব্ব পদ হ'লে ক্ৰীত শব্দৰ পিছত ঈ প্ৰত্যয় হ'ব। উদাহৰণ—বস্ত্ৰেণ ক্ৰীতী।

৪৮। অল্পাখ্যায়াংক্তাৎ।

ব্যাখ্যা—অল্পাখ্যায়াং (অৰ্থে গম্যমানে সতি) কৰণ পূৰ্ব্বকাৎ ক্তাৎ (ক্ত প্ৰত্যয়ান্ত পদাৎপৰঃ) ঈঃ প্ৰত্যয়ঃ স্যাৎ।

সৰলাৰ্থ—অল্প বাচক অৰ্থ হ'লে আৰু কৰণ বাচক পদ আগত থাকিলে ক্ত প্ৰত্যয়ান্ত পদৰ পিছত ঈ প্ৰত্যয় হ'ব। উদাহৰণ—শাকবিলিপ্তী।

৪৯। যজ্ঞ সংযোগে-পত্যুৰিশ্চ-নঃ।

ব্যাখ্যা—যজ্ঞ সংযোগে (বিবাহ সম্বন্ধে সতি) পত্যুঃ (পতি শব্দাৎ পৰঃ) ঈশ্চ (ঈ প্ৰত্যয়শ্চ ন স্যাৎ)।

সৰলাৰ্থ—বিবাহ সম্বন্ধ অৰ্থ বুজালে পতি শব্দৰ পিছত ঈ প্ৰত্যয় নহব। উদাহৰণ—পত্নী যজমানস্য।

৫০। সমান বীৰৈক-পিণ্ডাৎ।

ব্যাখ্যা—সমান বীৰৈক পিণ্ডাৎ (সমান-বীৰ-এক পিণ্ডেভ্যঃ শব্দেভ্যঃ পৰেভ্যঃ) পতি শব্দাৎ পৰঃ ঈঃ প্ৰত্যয়ঃ স্যাৎ।

সৰলাৰ্থ—সমান-বীৰ-এক আৰু পিণ্ড শব্দৰ পিছত থকা পতি শব্দৰ পিছত ঈ প্ৰত্যয় হ'ব। উদাহৰণ—সপত্নী।

৫১। অন্যস্মাত্তু-পৰস্য ৰা।

ব্যাখ্যা—অন্যস্মাত্তু (কিন্তু সমানাদি পদ ভিন্ন শব্দাৎ পৰস্য পতি শব্দস্য) ৰা (ৱিকল্পেন) ঈঃ প্ৰত্যয়ঃ স্যাৎ।

সৰলাৰ্থ—সমান আদি পদৰ বাহিৰে আন পদৰ পিছত থকা পতি শব্দৰ পিছত বিকল্পে ঈ প্ৰত্যয় হ'ব। উদাহৰণ—দৃঢ়পত্নী—দৃঢ়পতিঃ।

৫২ অন্তৰ্ব্বৎ পতিৱন্ত্যোং নুক্।

ব্যাখ্যা—ঈ প্ৰত্যয়ে সতি অন্তৰ্ব্বৎ পতিৱন্ত্যাং (শব্দাভ্যাং পৰৌ) নুক্ প্ৰত্যয়ঃ স্যাৎ।

সৰলাৰ্থ—ঈ প্ৰত্যয় হ'লে অন্তৰ্ব্বৎ আৰু পতিৱৎ শব্দৰ পিছত নুক প্ৰত্যয়ৰ নকাৰ হ'ব। উদাহৰণ—অন্তৰ্ব্বত্নী।

৫৩। হয়াদি ভিন্নাযোপান্তাদ্দ্বিলিঙ্গাজ্জাতি-ৱাচিনঃ।

ব্যাখ্যা—স্ত্ৰীলিঙ্গে ৱিষয়ে হয়াদি ভিন্ন (ঘোটকাদিভিন্নঃ) অযোপান্তাৎ (য উপান্ত ভিন্নাচ্চ) দ্বিলিঙ্গাৎ (স্ত্ৰী-পুংসয়োঃ ৱৰ্ত্তমানাৎ) জাতি ৱাচিনঃ (জাতি ৱাচক শব্দাৎ পৰস্য) ঈঃ প্ৰত্যয়ঃ স্যাৎ।

সৰলাৰ্থ—স্ত্ৰীলিঙ্গ বিষয়ত অশ্বাদি ভিন্ন আৰু য উপান্ত হোৱা শব্দ ভিন্ন স্ত্ৰী-পুৰুষ বুজোৱা জাতি বাচক শব্দৰ পিছত ঈ প্ৰত্যয় হ'ব। উদাহৰণ—বানৰী।

৫৪। ন শূদ্ৰাদমহৎ-পূৰ্ব্বাৎ।

ব্যাখ্যা—অমহৎ পূৰ্ব্বাৎ (মহৎ পূৰ্ব্ব শব্দ ভিন্নাৎ) শূদ্ৰাৎ (জাতি ৱাচক শূদ্ৰ শব্দাৎ পৰস্য) ঈঃ প্ৰত্যয়ঃ ন স্যাৎ।

সৰলাৰ্থ—আগত মহৎ শব্দ নথকা আৰু জাতি বাচক শূদ্ৰ শব্দৰ পিছত ঈ প্ৰত্যয় নহ'ব। উদাহৰণ—শূদ্ৰা।

৫৫। পুংলিঙ্গেভ্যস্তু তৎ স্ত্ৰিয়াম্।

ব্যাখ্যা—তৎ স্ত্ৰিয়াং (তেস্মাং স্ত্ৰিয়াং ৱাচ্যাং সত্যাং) পুংলিঙ্গেভ্যঃ (পুংলিঙ্গেভ্যঃ শব্দেভ্যঃ পৰঃ) তু-ঈঃ প্ৰত্যয়ঃ স্যাৎ।

সৰলাৰ্থ—স্ত্ৰীলিঙ্গ বুজালে পুংলিঙ্গ বাচক শব্দৰ পিছতো ঈ প্ৰত্যয় হ'ব। উদাহৰণ—ব্ৰাহ্মণী।

৫৬। অল্পাখ্যায়াং মৃণাল্যাদেঃ ক্বচিৎ।

ব্যাখ্যা—স্ত্ৰীলিঙ্গে ৱিষয়ে অল্পাখ্যায়াং (অল্পকথিতায়াং) মৃণাল্যাদেঃ পৰস্য ঈঃ প্ৰত্যয়ঃ স্যাৎ।

সৰলাৰ্থ—স্ত্ৰীলিঙ্গ বুজালে আৰু অল্প অৰ্থ প্ৰকাশ হ'লে মৃণালি আদি শব্দৰ পিছত ঈ প্ৰত্যয় হ'ব। উদাহৰণ—ছত্ৰী।

৫৭। কুসীদ-পুত ক্ৰতু বৃষাকপ্যগ্নি কুৎসিতস্যত্তু-অন্ত-ঐ স্যাৎ।

ব্যাখ্যা—স্ত্ৰীলিঙ্গে ৰাচ্যে সতি—কুসীদ-পুত-ক্ৰতু-বৃষাকপি অগ্নি-কুৎসিতাঃ পৰাঃ—তু ঈ প্ৰত্যয়ঃ স্যাৎ। ঈ প্ৰত্যয়ে সতি (এষাং শব্দানাং) অন্তঃ ঐঃ স্যাৎ।

সৰলাৰ্থ—স্ত্ৰীলিঙ্গ বুজালে কুসীদ পুত ক্ৰতু বৃষাকপি অগ্নি কুৎসিত আদি শব্দৰ পিছত ঈ প্ৰত্যয় হ'লে উক্ত শব্দবোৰৰ শেষত ঐকাৰ হ'ব। উদাহৰণ—কুসীদায়ী।

৫৮। মনোৰৌ-চ।

ব্যাখ্যা—স্ত্ৰীলিঙ্গে ৰাচ্যে সতি মনোঃ (মনু শব্দস্য অন্তঃ ঔ স্যাৎ ঐশ্চ স্যাৎ।

সৰলাৰ্থ—স্ত্ৰীলিঙ্গ বুজালে মনু শব্দৰ শেষত ঔকাৰ আৰু ঐকাৰ হ'ব। উদাহৰণ—মনাৰী—মনায়ী।

৫৯। ভাৰ্য্যা চেদভিধীয়তে।

ব্যাখ্যা—চেৎ (যদি) ভাৰ্য্যা অভিধীয়তে (ভাৰ্য্যা কথ্যতে) তদা-অন্তঃ ঐঃ স্যাৎ।

সৰলাৰ্থ—যদি ভাৰ্য্যা সম্বন্ধে কোৱা বুজায় তেতিয়া মনু প্ৰভৃতি শব্দৰ শেষত ঐকাৰ হ'ব। উদাহৰণ—মনায়ী।

৬০। মৃড়-সৰ্ব্বেন্দ্ৰ ৰৰুণ শক্ৰ ৰুদ্ৰভৰাদনুক্।

ব্যাখ্যা—ভাৰ্য্যাচেদভিধীয়তে তদা মৃড়-সৰ্ব্ব-ইন্দ্ৰ-ৰৰুণ-শক্ৰ ৰুদ্ৰ ভৰাদি শব্দেভ্যঃ পৰঃ ঈঃ প্ৰত্যয়ঃ স্যাৎ, ঈ প্ৰত্যয়ে সতি এষাং শব্দানাং অন্তঃ অনুক্ আগমঃ স্যাৎ।

সৰলাৰ্থ—ভাৰ্য্যা সম্বন্ধে কোৱা বুজালে মৃড়-সৰ্ব্ব-ইন্দ্ৰ-ৰৰুণ-শক্ৰ-ৰুদ্ৰ-ভৱ আদি শব্দৰ পিছত ঈ প্ৰত্যয় হ'লে উক্ত শব্দবোৰৰ শেষত অনুকৰ অন্ আগম হ'ব। উদাহৰণ—মৃড়ানী।

৬১। যৱাদ্দোষে ।

ব্যাখ্যা—স্ত্ৰীলিঙ্গে ৰাচ্যে সতি দোষে অৰ্থে চ গম্যমানে সতি যৱাৎ (যৱ শব্দাৎ পৰঃ) ঈঃ প্ৰত্যয়ঃ স্যাৎ, ঈ প্ৰত্যয়ে সতি অনুক্ চ স্যাৎ।

সৰলাৰ্থ—স্ত্ৰীলিঙ্গ বুজালে আৰু দোষ হোৱা অৰ্থ বুজালে, যৱ শব্দৰ পিছত ঈ প্ৰত্যয় হ'ব আৰু অন্ হ'ব। উদাহৰণ—যৱানী।

৬২। হিমাৰণ্যান্মহত্ত্বে ।

ব্যাখ্যা—স্ত্ৰীলিঙ্গে ৰাচ্যে সতি মহত্ত্বে-অৰ্থে-চ সতি হিমাৰণ্যাৎ (হিম অৰণ্য শব্দাৎ পৰঃ) ঈ প্ৰত্যয়ঃ স্যাৎ, ঈ প্ৰত্যয়ে সতি অনুক্ চ স্যাৎ।

সৰলাৰ্থ—স্ত্ৰীলিঙ্গ বুজালে আৰু মহান্ অৰ্থ প্ৰকাশ হ'লে হিম আৰু অৰণ্য শব্দৰ পিছত ঈ প্ৰত্যয় আৰু অনুক্ প্ৰত্যয়ৰ অন্ হ'ব। উদাহৰণ—হিমানী।

৬৩। যৱনাল্লিপৌ ।

ব্যাখ্যা—স্ত্ৰীলিঙ্গে ৰাচ্যে সতি, লিপৌ (লিপি অৰ্থে চ গম্যমানে সতি) যৱনাৎ (যৱন শব্দাৎ পৰঃ) ঈঃ প্ৰত্যয়ঃ স্যাৎ, ঈ প্ৰত্যয়ে সতি অনুক্ চ স্যাৎ।

সৰলাৰ্থ—স্ত্ৰীলিঙ্গ বিষয়ত লিপি অৰ্থাৎ আখৰ বুজালে যৱন শব্দৰ পিছত ঈ প্ৰত্যয় হ'ব আৰু ঈ প্ৰত্যয়ৰ হ'লে অনুকৰ অন্ হ'ব। উদাহৰণ—যৱনানী।

৬৪। আচাৰ্য্যোপাধ্যায়াচ্চানুক্ ।

ব্যাখ্যা—স্ত্ৰীলিঙ্গে ৰাচ্যে সতি—আচাৰ্য্যোপাধ্যায়াচ্চ (আচাৰ্য্য-উপাধ্যায় শব্দাচ্চ পৰঃ) ঈ প্ৰত্যয়ঃ স্যাৎ ঈ প্ৰত্যয়ে চ সতি অনুক্ স্যাৎ।

সৰলাৰ্থ—স্ত্ৰীলিঙ্গ বুজালে আচাৰ্য্য আৰু উপাধ্যায় শব্দৰ পিছত ঈ প্ৰত্যয় হ'ব। ঈ প্ৰত্যয় হোৱাৰ পিছত অনুক্ প্ৰত্যয়ৰ অন্ হ'ব। উদাহৰণ—আচাৰ্য্যানী।

৬৫। অৰ্য্য-ক্ষত্ৰিয়-মাতুল শব্দান্যতৰ স্যামনুগেষ্টব্যঃ ।

ব্যাখ্যা—স্ত্ৰীলিঙ্গে ৰাচ্যে সতি অৰ্য্য ক্ষত্ৰিয়-মাতুল শব্দেভ্যঃ পৰঃ ঈ প্ৰত্যয়ঃ স্যাৎ, তথা ঈ প্ৰত্যয়ে সতি অন্যতৰস্যাং (ৰিকল্পেন) অনুগেষ্টব্যঃ (অনুক্ চ এষ্টব্যঃ—জ্ঞাতব্যঃ)।

সৰলাৰ্থ—স্ত্ৰীলিঙ্গ বুজালে অৰ্য্য ক্ষত্ৰিয়-মাতুল শব্দৰ পিছত ঈ প্ৰত্যয় হ'লে বিকল্পে অনুকৰ অন্ হ'ব। উদাহৰণ—অৰ্য্যানী—অৰ্য্যী।

৬৬। লোহিত-শ্যেত-হৰিতৈতানাংতস্য চ নোত্তৱেৎ।

ব্যাখ্যা—স্ত্ৰীলিঙ্গে ৱাচ্যে সতি এতানাং লোহিত শ্যেত হৰি তাদি শব্দানাং পৰঃ ঈ প্ৰত্যয়ঃ স্যাৎ, ঈ প্ৰত্যয়ে সতি তেষাং শব্দানাং তস্য (তকাৰস্য স্থানে) নঃ ভৱেৎ।

সৰলাৰ্থ—স্ত্ৰীলিঙ্গ বুজালে লোহিত শ্যেত হৰিৎ আদি শব্দৰ পিছত ঈ প্ৰত্যয় হ'লে উক্ত শব্দবোৰৰ ত বৰ্ণৰ ঠাইত নকাৰ হ'ব। উদাহৰণ—লোহিনী।

৬৭। পলিতাসিতয়ো-স্তঃ ক্নঃ।

ব্যাখ্যা—স্ত্ৰীলিঙ্গে ৱাচ্যে সতি—পলিতাসিতয়োঃ শব্দয়োঃ পৰয়োঃ সতোঃ-ঈ প্ৰত্যয়ঃ স্যাৎ ঈ প্ৰত্যয়ে সতি পলিতাসিতয়োঃ তস্যস্থানে ক্নঃস্যাৎ।
সৰলাৰ্থ—স্ত্ৰীলিঙ্গ বুজালে পলিত আৰু অসিত শব্দৰ পিছত ঈ প্ৰত্যয় হ'লে উক্ত শব্দৰ ত কাৰৰ ঠাইত ক্ন হ'ব। উদাহৰণ—পলিক্নী।

৬৮। ক্বচিৎ স্যাদিন্নুগশ্চ লুক্।

ব্যাখ্যা—স্ত্ৰীলিঙ্গে ৱাচ্যে সতি ক্বচিৎ (প্ৰসিদ্ধ প্ৰয়োগে চ) ঈ প্ৰত্যয়ঃ স্যাৎ, ইনুক্ চ স্যাৎ। অকাৰশ্চ লুক্ স্যাৎ।

সৰলাৰ্থ—স্ত্ৰীলিঙ্গ বুজালে কেতিয়াবা প্ৰসিদ্ধ প্ৰয়োগত ঈ প্ৰত্যয় হ'লেইনুক্ আগম হ'ব আৰু ইনৰ অকাৰৰ লোপ হ'ব। উদাহৰণ—যক্ষিণী।

৬৯। শবলাদেৰপি তথা।

ব্যাখ্যা—স্ত্ৰীলিঙ্গে ৱাচ্যে সতি' শবলাদেৰপি (শবলাদি শব্দেভ্যঃ পৰঃ ঈ প্ৰত্যয়ঃ স্যাৎ, তথা (ঈ প্ৰত্যয়ে চ সতি) অনুক্ ন স্যাৎ।
সৰলাৰ্থ—স্ত্ৰীলিঙ্গ বুজালে শবলাদি শব্দৰ পিছত ঈ প্ৰত্যয় হ'লে অনুক্ নহ'ব। উদাহৰণ—কল্মাষী।

৭০। অসংযোগো-পধাৎ স্বাঙ্গাদদন্তাদ্গৌণতস্তুৱা।

ব্যাখ্যা—স্ত্ৰীলিঙ্গে ৱাচ্যে সতি অসংযোগোপধাৎ (সংযোগ-উপধা ভিন্নাৎ) গৌণতঃ (অন্যাৰ্থাৎ) স্বাঙ্গাদদন্তাৎ (স্বাঙ্গৱাচক-অদন্তাচ্চ পৰঃ) তু (ঈ প্ৰত্যয়ঃ) ৱা (ৱিকল্পেন) স্যাৎ।

সৰলাৰ্থ—স্ত্ৰীলিঙ্গ বুজালে সংযোগ-উপধা ভিন্ন গৌণ হোৱা অঙ্গবাচক অদন্ত শব্দৰ পিছত বিকল্পে ঈ প্ৰত্যয় হব। উদাহৰণ—দীৰ্ঘকেশী—দীৰ্ঘকেশা।

৭১। দন্তোষ্ঠ-কণ্ঠ-গাত্ৰাঙ্গ-শৃঙ্গকৰ্ণোদৰাদিকাৎ।

ব্যাখ্যা—স্ত্ৰীলিঙ্গে ৰাচ্যে সতি দন্তোষ্ঠ-কণ্ঠ-গাত্ৰাঙ্গ শৃঙ্গ কৰ্ণোদৰাদিকাৎ (শব্দাৎ পৰঃ) ঈ প্ৰত্যয়ঃ স্যাৎ।

সৰলাৰ্থ—স্ত্ৰীলিঙ্গ বুজোৱা দন্ত-ওষ্ঠ-কণ্ঠ-গাত্ৰ-অঙ্গ-শৃঙ্গ-কৰ্ণ-উদৰ আদি শব্দৰ পিছত ঈ-প্ৰত্যয় হব। উদাহৰণ—কুন্দদন্তী।

৭২। পাদো ৰা ঈ ৰহুব্ৰীহৌ।

ব্যাখ্যা—স্ত্ৰীলিঙ্গে ৰাচ্যে বহুব্ৰীহৌ (ৰহুব্ৰীহি সমাসে চ সতি) পাদশব্দাৎ পৰঃ ৰা (ৰিকল্পেন ঈ প্ৰত্যয় স্যাৎ)।

সৰলাৰ্থ—স্ত্ৰীলিঙ্গ বুজালে আৰু বহুব্ৰিহী সমাস হলে পাদ শব্দৰ পিছত বিকল্পে ঈ প্ৰত্যয় হব। উদাহৰণ—দ্বিপদী—দ্বিপাৎ।

৭৩। পাৎ পৎ স্যাদঘুটি-স্বৰে।

ব্যাখ্যা—ঈ প্ৰত্যয়ে সতি, অঘুটি স্বৰে (ঘুট্ সংজ্ঞকভিন্ন স্বৰে পৰে চ সতি) পাৎ শব্দঃ স্থানে পৎস্যাৎ।

সৰলাৰ্থ—ঈ প্ৰত্যয় হলে আৰু ঘুট্ সংজ্ঞা ভিন্ন স্বৰবৰ্ণ পিছত থাকিলে পাৎ শব্দৰ ঠাইত পৎ হব। উদাহৰণ—ব্যাঘ্ৰপদঃ।

৭৪। অনাবৃতাজ্জাতি শব্দাৎ পৰাৎ ক্ত দকৃতাদিতঃ।

ব্যাখ্যা—অনাবৃগত (আবৃত ভিন্নাৎ) জাতি শব্দাৎ (জাতিৱাচক শব্দাৎ) পৰাৎ (পৰস্মাৎ) ক্তাৎ (ক্ত প্ৰত্যয়ান্ত শব্দাচ্চ) অকৃতাদিতঃ (কৃতাদি ভিন্নাৎ শব্দাচ্চ পৰঃ) ঈ প্ৰত্যয়ঃ স্যাৎ।

সৰলাৰ্থ—আৱৰণ নথকা অৰ্থ বুজালে জাতিবাচক শব্দৰ পিছত, ক্ত প্ৰত্যয়ান্ত শব্দৰ পিছত আৰু কৃতাদি ভিন্ন অৰ্থবাচক শব্দৰ পিছত ঈ প্ৰত্যয় হব। উদাহৰণ—নখভিন্নী।

৭৫। তাদৃগ্ জাতে ৰস্বাঙ্গাৎ ৰা।

ব্যাখ্যা—তাদৃগ্জাতেঃ (অনাবৃতাৎজাতিৱাচকাৎ) অস্বাঙ্গাৎ (স্বাঙ্গ ভিন্নাৎ পৰাৎ ক্ত প্ৰত্যয়ান্তাৎ শব্দাৎ পৰশ্চ) ৰা (ৰিকল্পেন) ঈ প্ৰত্যয়ঃ স্যাৎ।

সৰলার্থ—আগৰ পদৰে আবৃত ভিন্নার্থ শব্দৰ পিছত, জাতিবাচক শব্দৰ পিছত, নিজৰ অঙ্গ নুবুজোৱা শব্দৰ পিছত আৰু ক্ত প্রত্যয়ান্ত শব্দৰ পিছত বিকল্পে ঈ প্রত্যয় হব। উদাহৰণ—পলাণ্ডু-ভক্ষিতী।

৭৬। স্ত্রিয়াং দ্রব্যার্থকোদন্তাদূঙ্ বা।

ব্যাখ্যা—দ্রব্যার্থকোদন্তাৎ (দ্রব্যবাচক উদন্ত-উকাৰান্ত-শব্দাৎ) স্ত্রিয়াং-বাচ্যাং সত্যাং বা (বিকল্পেন) উঙ্ প্রত্যয়ঃ স্যাৎ।

সৰলার্থ—স্ত্রীলিঙ্গ বুজালে, দ্রব্যবাচক উকাৰান্ত শব্দৰ পিছত বিকল্পে উঙ্ প্রত্যয় হব। উদাহৰণ—তনূঃ।

৭৭। শ্বশ্রূর্নিপাত্যতে।

ব্যাখ্যা—স্ত্রিয়াং বাচ্যাং সত্যাং শ্বশ্রূঃ শব্দঃ উঙ্ প্রত্যয়ঃসন্ শিষ্টৈঃ নিপাত্যতে।

সৰলার্থ—স্ত্রীলিঙ্গ বুজালে উঙ প্রত্যয়ান্ত হৈ শ্বশ্রূ শব্দ নিপাতনত সিদ্ধ হোৱা বুলি পণ্ডিতসকলে কয়।

৭৮। উৰোঃ সপূর্ব্বাদৌপম্যে।

ব্যাখ্যা—ঔপম্যে অর্থে গম্যমানে সতি সপূর্ব্বাৎ (পূর্ব্বপদ-সহিতাৎ) উৰোঃ (উৰু পদাৎ পৰশ্চ) উঙ্প্রত্যয়ঃ স্যাৎ।

সৰলার্থ—উপমা কৰা অর্থ বুজালে পূর্ব্ব পদৰ সৈতে উৰুপদৰ পিছত উঙ্ প্রত্যয় হ'ব। উদাহৰণ—কৰভোৰূঃ।

৭৯। বাহ্বন্তেভ্যস্তু নাম্নি।

ব্যাখ্যা—নাম্নি (সংজ্ঞায়াং গম্যমানায়াং সত্যাং) বাহ্বন্তেভ্যঃ শব্দেভ্যঃ পৰঃ তু (সপূর্ব্ব শব্দেভ্যঃ পৰশ্চ) উঙ্ প্রত্যয়ঃ স্যাৎ।

সৰলার্থ—সংজ্ঞা অর্থাৎ নাম বুজালে পূর্ব্ব পদৰে সৈতে বাহু আদি শব্দৰ পিছত উঙ্ প্রত্যয় হব। উদাহৰণ—ভদ্রবাহুঃ।

৮০ পঙ্গুৰ্ম্মান্নি।

ব্যাখ্যা—মাম্নি অর্থে গম্যমানে সতি পঙ্গু শব্দঃ উঙ্ প্রত্যয়ঃসন্ নিপাত্যতে।

সৰলাৰ্থ—নাম বুজালে পঙ্গু শব্দঃ উঙ্ প্ৰত্যয় হৈ নিপাতনত সিদ্ধ কৰা হৈছে।

৮১। নৰজ্জ্বাদেঃ ।

ব্যাখ্যা—ৰজ্জ্বাদেঃ শব্দাৎ পৰস্য উঙ্ প্ৰত্যয়ঃ ন স্যাৎ।

সৰলাৰ্থ—ৰজ্জু আদি শব্দৰ পিছত উঙ্ প্ৰত্যয় নহব। উদাহৰণ—ৰজ্জুঃ।

৮২। কমণ্ডল্বাস্তু ছন্দসি ।

ব্যাখ্যা—(ছন্দসি (ৰেদে পদ্যেচ ৰিষয়ে) কমণ্ডল্বাঃ শব্দাৎ পৰঃ—উঙ্ প্ৰত্যয়ঃ স্যাৎ।

সৰলাৰ্থ—ৰেদ আৰু পদ্য আদি বিষয়ত কমণ্ডল্বা শব্দ উঙ্ প্ৰত্যয় হৈ কমণ্ডলু পদসিদ্ধ কৰা হৈছে। উদাহৰণ—কমণ্ডলূঃ।

৮৩। সহ সহিত ৰাম সংহিত শফলক্ষণ-পূৰ্ব্বকা-চ্চোৰোঃ ।

ব্যাখ্যা—সহ সহিত ৰাম সংহিত শফলক্ষণ পূৰ্ব্বকাৎ শব্দাৎ পৰস্য চ উৰোঃ পৰঃ (উৰু শব্দাৎ পৰঃ) উঙ্ প্ৰত্যয়ঃ স্যাৎ।

সৰলাৰ্থ—সহ-সহিত-বাম-সংহিত-শফ-লক্ষণ আদি শব্দেৰে সৈতে উৰু শব্দৰ পিছত উঙ্ প্ৰত্যয় হব। উদাহৰণ—সহোৰূঃ।

৮৪। ন ষণ্মাত্ৰাদিভ্যঃ ।

ব্যাখ্যা—ষণ্মাত্ৰাদিভ্যঃ (ডতি প্ৰত্যয়ান্ত মাত্ৰাদিভ্যঃ শব্দেভ্যঃ পৰঃ) ন (উঙ্ প্ৰত্যয়ঃ ন স্যাৎ)।

সৰলাৰ্থ—ষণ্মাত্ৰাদি অৰ্থাৎ ডাতি প্ৰত্যয়ান্ত শব্দ আৰু মাত্ৰাদি শব্দক ষণ্মাত্ৰাদি বোলে আৰু তেনে শব্দৰ পিছত উঙ্ প্ৰত্যয় নহ'ব। উদাহৰণ—ষট্ স্ত্ৰিয়ঃ।

৮৫। ৰম সংযোগাদনো ৰহুব্ৰীহৌ ।

ব্যাখ্যা—ৰহুব্ৰীহৌ (ৰহুব্ৰীহি সমাসে সতি) ৰম সংযোগাৎ (ৰকাৰ মকাৰ সংযোগাৎ পৰঃ) অনঃ অন্ প্ৰত্যয়ঃ স্যাৎ।

সৰলাৰ্থ—বহুব্ৰীহি সমাস হলে আৰু ব-ম বৰ্ণ সংযুক্ত হোৱা পদৰ পিছত অন্ প্ৰত্যয় হব। উদাহৰণ—সুপৰ্ব্বা।

ইতি প্ৰকীৰ্ণখণ্ড ঃ

৮৬। নামিকৰেভ্যো-ধাতাৱপঠিত সঃ ষঃ পদানন্ত্যঃ ।
নু ৰ্বিসর্গ ব্যৱধাৰপি ।

ব্যাখ্যা—নামি কৰেভ্যঃ (নামিনঃপৰঃসকাৰঃ ষঃ স্যাৎ) ককাৰ ৰকা ৰেভ্যঃ পৰঃ, পদানন্ত্যঃ (পদান্ত ভিন্নঃ) ধাতাৱপঠিত সঃ (ধাতু পাঠকালে অপঠিতঃ সকাৰঃ স্থানে চ) ষঃ ষত্বংস্যাৎ, নুৰ্বিসর্গ-ব্যৱধাৰপিসঃ ষঃ স্যাৎ ।

সৰলাৰ্থ—নামী সংজ্ঞক বৰ্ণৰ পিছত থকা সকাৰৰ ঠাইত ষ হব। ক বৰ্ণ আৰু ৰ বৰ্ণৰ পিছত থকা পদান্ত নোহোৱা আৰু ধাতু পাঠত পঠিত নোহোৱা সকাৰৰ ঠাইত ষ কাৰ হব। নকাৰ আৰু বিসৰ্গৰ ব্যৱধান থাকিলেও স বৰ্ণৰ ঠাইত ষ কাৰ হব। উদাহৰণ—অগ্নিষু।

৮৭। ঙাদপ্যেকে জগুঃ ।

ব্যাখ্যা—ঙাদপি পৰঃ (পদানন্ত্যঃ ধাতাৱপঠিতঃ সঃস্থানে ষত্বং) একে আচাৰ্য্যা জগুঃ (কথয়ন্তিস্ম)।

সৰলাৰ্থ—ঙ বৰ্ণৰ পিছত থাকিলে পদান্ত আৰু ধাতুত পঠিত নোহোৱা সকাৰৰ ঠাইত ষকাৰ হব। উদাহৰণ—প্ৰাঙ্‌ক্ষু।

৮৮। উপসৰ্গাণাং তস্মাদ্ধাত্বাদেঃ ষত্বম্ ।

ব্যাখ্যা—উপসৰ্গাণাং তস্মাৎ নামি ৰেফাৎ পৰস্য ধাত্বাদেঃ সঃ ষত্বং স্যাৎ ।

সৰলাৰ্থ—উপসৰ্গযুক্ত নামী সংজ্ঞা আৰু ৰ বৰ্ণৰ পিছত থকা ধাতুৰ সকাৰৰ ঠাইত ষকাৰ হব। উদাহৰণ—অভিষুনোতি।

৮৯। ন স্মি-স্বদি-সৃজি সৃপি-সৃ স্ৰু স্নু স্তৃ-স্ত্যা-স্মৃ-সী-কৃ
সেক্ৰাদেঃ ।

ব্যাখ্যা—তস্মান্নামীৰেফাৎ পৰস্য স্মি-স্বদি-সৃজি-সৃপি-সৃ-স্ৰু-স্নু-স্তৃ-স্ত্যাদী কৃসেঃ ক্ৰাদেঃ ধাতোঃ সকাৰস্য চ স্থানে সত্বং ন স্যাৎ।

সৰলাৰ্থ—নামী সংজ্ঞক বৰ্ণ আৰু ৰ বৰ্ণৰ পিছত থকা স্মি-স্বদ্-সৃপ্-সৃজ্-সৃ-স্ৰু-স্নু-স্তৃ-স্মৃ-সী-কৃস্ আৰু ক্ৰীতাদি ধাতুৰ সকাৰৰ ঠাইত ষত্ব নহব। উদাহৰণ—বিস্ময়ন্তঃ।

৯০। প্ৰাদুঃশব্দাচ্চাস্তে-র্যস্বৰয়োঃ ।

ব্যাখ্যা—য স্বৰয়োঃ (যকাৰস্বৰবৰ্ণয়োঃ পৰয়োঃ সতোঃ) প্ৰাদুঃশব্দাৎ চকাৰাৎ (নামীৰেফাৎ পৰস্য চ) অস্তেঃ (অস্ ধাতোঃ) সঃ (সকাৰঃ) ষত্বং স্যাৎ ।

সৰলাৰ্থ—য বৰ্ণ আৰু স্বৰবৰ্ণ পিছত থাকিলে প্ৰাদুঃ শব্দ, নামী সংজ্ঞা আৰু ৰ বৰ্ণৰ পিছত থকা অস্ ধাতুৰ সকাৰৰ ঠাইত ষত্ব হ'ব। উদাহৰণ—প্ৰাদুঃষ্যাৎ ।

৯১। সীদতেঃ প্ৰতিং হিত্বা ।

ব্যাখ্যা—প্ৰতিং হিত্বা (প্ৰতিশব্দংবৰ্জ্জয়িত্বা) নামীৰেফাৎ পৰস্য সীদতেঃ (সীদ্ ধাতোঃ) সকাৰস্য স্থানেষত্বং স্যাৎ ।

সৰলাৰ্থ—প্ৰতিশব্দ নেথাকিলে নামী সংজ্ঞা আৰু ৰ বৰ্ণৰ পিছত থকা সীদ্ ধাতুৰ সকাৰৰ ঠাইত ষত্ব হ'ব। উদাহৰণ—নিষীদতি।

৯২। ঔৰ্জ্জিত্যাদ্যৰ্থে-হৱাৎ স্তম্ভেঃ ।

ব্যাখ্যা—ঔৰ্জ্জিত্যাদ্যৰ্থে (তেজস্বীত্যৰ্থে গম্যমানে সতি) অৱাৎ (অৱ-উপ পৰৰ্গাৎপৰস্য) স্তম্ভেঃ (স্তম্ভ ধাতোঃ সকাৰস্য স্থানে) ষত্বং স্যাৎ ।

সৰলাৰ্থ—তেজস্বী হোৱা অৰ্থ বুজালে অৱ উপসৰ্গৰ পিছত থকা স্তম্ভ ধাতুৰ সকাৰৰ ঠাইত ষত্ব হ'ব। উদাহৰণ—অৱষ্টব্ধঃ ।

৯৩। অনুকূলনে তু পাৎ ।

ব্যাখ্যা—অনুকূলনে অৰ্থে গম্যমানে সতি তু উপাৎ (উপ-উপসৰ্গাৎ পৰস্য স্তম্ভ ধাতোঃ সকাৰস্য স্থানে ষত্বংস্যাৎ।

সৰলাৰ্থ—অনুকূল হোৱা অৰ্থ বুজালে উপ উপসৰ্গৰ পিছত থকা স্তম্ভ ধাতুৰ সকাৰৰ ঠাইত ষত্ব হব। উদাহৰণ—উপষ্টভ্নাতি।

৯৪। পৰিনিৱিতঃ সহস্যুট্-সিবু সেৱাম্ সঃ ষঃ ।

ব্যাখ্যা—পৰিনিৱিতঃ (পৰি-নি-বিভ্যঃ পৰেষাং) সহসুটঃ (সুট-সহিতঃ) সিৱু সেৱাং ধাতূনাং সকাৰস্য স্থানে ষত্বং স্যাৎ)।

সৰলাৰ্থ—পৰি-নি-ৱি উপসৰ্গৰ পিছত থকা সুট্ প্ৰত্যয়ৰ সৰ্বৰ্ণৰে সৈতে সীৱ্ আৰু সেৱ ধাতুৰ সকাৰৰ ঠাইত ষত্ব হব।
উদহাৰণ—পৰিষহতে ।

৯৫। স্বনো ব্যৱাভ্যামশনে ।

ব্যাখ্যা—অশনে (ভোজনে হৰ্থে গম্যমানে সতি) ব্যৱভ্যাং (বি-অৱ-উপসৰ্গাভ্যাং পৰস্য) স্বনোঃ (স্বন্‌ধাতোঃ) সকাৰস্য স্থানে ষত্বং স্যাৎ।

সৰলাৰ্থ—ভোজন কৰা অৰ্থ বুজালে বি আৰু অৱ উপসৰ্গৰ পিছত থকা স্বন্ ধাতুৰ সকাৰৰ ঠাইত ষত্ব হব। উদাহৰণ—বিষ্ণতি।

৯৬। স্থাসে নিসে ধিসিচ্-সঞ্জ-স্বঞ্জা-মাসীদতেৰপি ।

দ্বয়স্যাপি-দ্বিৰুক্তৌ সঃ ষত্বমড্ ব্যৱধাৱপি ।

ব্যাখ্যা—তস্মাৎ নামীৰেফাৎ পৰস্য স্থাসে নিসে ধিসিচ্ সঞ্জ স্বঞ্জাং ধাতূনাং, সীদতেৰপি—আ (অভিব্যাপ্য) উক্তোপসৰ্জ্জনাৎ—অড্‌ব্যৱধাৱপি (অড্ ব্যৱধানেঽপি দ্বিৰুক্তৌ (দ্বিৰ্ভাৱে) দ্বয়স্যাপি (অপি শব্দাদেকত্বেঽপি চ) সকাৰঃ ষত্বং স্যাৎ।

সৰলাৰ্থ—নামী সংজ্ঞক বৰ্ণ আৰু ৰ বৰ্ণৰ পিছত থকা স্থা-নি-সিধ্-সিচ্-স্বঞ্জ আৰু সীদ্ ধাতু আদি গৌণ হোৱা বুজালেও, আৰু অবৰ্ণৰ ব্যৱধান হোৱা বুজালেও, দিৰ্ভাৱ হোৱা নাইবা দ্বিৰ্ভাৱ নোহোৱা সকাৰৰ ঠাইত ষত্ব হব। উদাহৰণ--বিতষ্ঠে।

৯৭। আ-সদঃস্রুঞ্-স্যতি-স্তৌতি-সুৱতি-স্তোভতেৰশি ।

অদ্বিৰুক্তেঽড্-ব্যৱায়ে ৱা ।

ব্যাখ্যা—সদঃ (সদ্‌ধাতোঃ) আ (অভিব্যাপ্য) উক্তোপসৰ্জ্জনাৎ (গৌনাৎ) সুঞ্‌স্যতি স্তৌতি সুৱতি স্তোভতেৰপি তস্মাৎ নামী ৰেফাৎ পৰস্য-অদ্বিৰুক্তেঃ (দ্বিৱচনৰহিতে) অড্‌ব্যৱধায়েঽপি ৱা সকাৰস্য স্থানে ষত্বং স্যাৎ।

সৰলাৰ্থ--সদ্ ধাতুক অধিকাৰ কৰি গৌণ হোৱা বুজালেও সুঞ্-স্যতি স্তু-সু-স্তোভ ধাতুৰ নামী সংজ্ঞা আৰু ৰ বৰ্ণৰ পিছত দিবচন নাইবা একবচন হলেও, অকাৰ ব্যৱধান হলেও বিকল্পে সকাৰৰ ষত্ব হ'ব। উদাহৰণ—ন্যষদৎ।

৯৮। সুষামাদেৰ্ব্ব্যৱস্থয়া ।

ব্যাখ্যা—ব্যৱস্থয়া (ব্যৱস্থানুসাৰেন) সুষামাদেঃ (সুষামাদিশব্দানাং) সকাৰস্য স্থানে ষত্বং স্যাৎ।

সৰলাৰ্থ—ব্যৱস্থা থকা হেতুক সুষামাদি শব্দৰ সকাৰৰ ষত্ব হ'ব।
উদাহৰণ—সুষ্মামা।

৯৯। (ক) তথা নিৰভ্যনুপৰিভ্যঃ স্যন্দোঽপ্ৰাণিনি বা।

ব্যাখ্যা—অপ্ৰাণিনি (প্ৰাণীভিন্নে কৰ্ত্তৰি সতি) তথা নিৰভ্যনুপৰিভ্যঃ পৰস্য স্যন্দঃ (স্যন্দ ধাতোঃ) সকাৰস্য স্থানে বা ষত্বং স্যাৎ।

সৰলাৰ্থ—অপ্ৰাণীবাচক পদ কৰ্তা হোৱা বুজালে পৰি আৰু অনু উপসৰ্গৰ পিছত থকা স্যন্দ ধাতুৰ সকাৰৰ বিকল্পে ষত্ব হ'ব। উদাহৰণ—নিঃষ্যন্দতে।

(খ) নিৰ্বি-পৰিভ্যঃ সয় সিতয়োঃ।

ব্যাখ্যা—নিৰ্বি পৰিভ্যঃ উপসৰ্গেভ্যঃ পৰয়োঃ সয়সিতয়োঃ সকাৰস্য স্থানে ষত্বং স্যাৎ।

সৰলাৰ্থ—নি-ৰি আৰু পৰি উপসৰ্গৰ পিছত থকা সয় আৰু সিত শব্দৰ সকাৰৰ ষত্ব হব। উদাহৰণ—নিষয়ঃ।

(গ স্ফুৰি-স্ফুল্যোৰ্নিৰ্নিৰ্বিভ্যা বা।

ব্যাখ্যা—নিৰ্নিৰ্বিভ্যঃ (উপসৰ্গেভ্যঃ পৰয়োঃ) স্ফুৰি স্ফুল্লোঃ ধাত্বোঃ সকাৰস্য স্থানে বা ষত্বং স্যাৎ।

সৰলাৰ্থ—নি-বি উপসৰ্গৰ পিছত থকা স্ফুৰ আৰু স্ফুল ধাতুৰ সকাৰৰ বিকল্পে ষত্ব হব। উদাহৰণ—নিস্ফুৰতি।

(ঘ) ৰেঃ স্কভ্নাতের্নিত্যম্।

ব্যাখ্যা—ৰেঃ (ৰি উপসৰ্গাৎ পৰস্য) স্কভ্নাতে (ধাতোঃ) সকাৰস্য স্থানে নিত্যং ষত্বং স্যাৎ।

সৰলাৰ্থ—বি উপসৰ্গৰ পিছত থকা স্কভ্ন ধাতুৰ সকাৰৰ নিত্যে ষত্ব হব। উদাহৰণ—বিষ্কভ্নাতি।

(ঙ) নিসস্তপ্তাৱনা-সেৱনে।

ব্যাখ্যা—অনাসেৱনে (স্বাৰসিক ষত্বাৱস্থাভাৱেঽৰ্থে গম্যমানেসতি) তপ্তৌ (তপ্ত শব্দেপ ৰেচ সতি) নিসঃ সকাৰস্য স্থানে ষত্বং স্যাৎ।

সৰলাৰ্থ—আসেৱা অৰ্থ নুবুজালে আৰু তপ্ত শব্দ পিছত থাকিলে নিস শব্দৰ সকাৰৰ ষত্ব হব। উদাহৰণ—নিষ্টপতি।

(চ) সুৰ্বিনিৰ্দুৰ্ভ্যঃ সুপি সূতি সমাঃ ।

ব্যাখ্যা—সুৰ্বিনিদুৰ্ভ্যঃ (সু-ৰ্বি-নি-দুঃ-উপসৰ্গেভ্যঃ পৰে) সুপি-সূতি সমাঃ শব্দাঃ ষত্বং সন্ সিদ্ধাঃ স্যুঃ ।

সৰলাৰ্থ—সু-ৰ্বি-নি আৰু দুঃ উপসৰ্গৰ পিছত থকা সূতিসুপি আৰু সমা শব্দবোৰ ষত্ব হৈ সিদ্ধ কৰা হৈছে। উদাহৰণ—সুষুপ্তিঃ ।

১০০। প্ৰাদেঃ সুনোতের্ম্-সন্স্যে ।

ব্যাখ্যা—সন্স্যে (সনি স্যেপৰে সতি) প্ৰাদেঃ পৰস্য সুনোতেঃ সকাৰস্য স্থানে ষত্বং ন স্যাৎ ।

সৰলাৰ্থ—সন্ প্ৰত্যয় আৰু স্যে বিভক্তি পিছত থাকিলে প্ৰাদিশব্দৰ পিছত থকা সুনোতে পদৰ সকাৰৰ ষত্ব নহ'ব । উদাহৰণ—অভিসুসূষতি ।

১০১। সিবুস্তনভূ-সহাংচঙি ।

ব্যাখ্যা—চঙি (চঙ্ প্ৰত্যয়ে পৰে সতি) নামী ৰেফাৎ পৰস্য সিবু-স্তনভূ-সহাং (ধাতুনাং) সকাৰস্য স্থানে ষত্বং ন স্যাৎ ।

সৰলাৰ্থ—চঙ্ প্ৰত্যয় পিছত থাকিলে নামী সংজ্ঞা আৰু ৰেফৰ পিছত থকা সিব্-স্তনভূ আৰু সহ ধাতুৰ সকাৰৰ ষত্ব নহব। উদাহৰণ—পৰ্য্যসীসিৱৎ ।

১০২। লিটি-স্বন্জিসদোঃ ।

ব্যাখ্যা—লিটি (পৰোক্ষায়াং পৰস্যাং সত্যাং) নামী ৰেফাৎ পৰস্য স্বন্জি-সদোঃ ধাত্বোঃ সকাৰস্য স্থানে ষত্বং ন স্যাৎ ।

সৰলাৰ্থ—লিট্ বিভক্তি পিছত থাকিলে নামী সংজ্ঞা আৰু ৰেফৰ পিছত থকা সন্জ্ আৰু সদ্ ধাতুৰ সকাৰৰ ষত্ব নহব। উদাহৰণ—পৰিসস্বজে ।

১০৩। সেধের্গতাৱৰ্থে ।

ব্যাখ্যা—গতাৱৰ্থে (গতৌ অৰ্থে গম্যমানে সতি) উপসৰ্গনামী ৰেফাৎ পৰস্য সিধ্ ধাতোঃ সকাৰস্য স্থানে ষত্বং ন স্যাৎ ।

সৰলাৰ্থ—গতি কৰা অৰ্থ বুজালে উপসৰ্গ, নামী সংজ্ঞা আৰু ৰেফৰ পিছত থকা সিধ্ ধাতুৰ সকাৰৰ ষত্ব নহব। উদাহৰণ—অনুসেধয়তি ।

১০৪। সিচো যঙি।

ব্যাখ্যা—যঙি (যঙ্ প্ৰত্যয়ে পৰে সতি) নামীনঃ পৰস্য সিচঃ (সিচ্ ধাতোঃ সকাৰস্য স্থানে) ষত্বং ন স্যাৎ।

সৰলাৰ্থ—যঙ্ প্ৰত্যয় হলে নামী সংজ্ঞাৰ পিছত থকা সিচ্ ধাতুৰ সকাৰৰ ষত্ব নহব। উদাহৰণ—সেসিচ্যতে।

১০৪। (ক) স্থশ্চ-নেষ্যন্ত্যেকে।

ব্যাখ্যা—যঙি পৰে সতি নামীনঃ পৰস্য স্থশ্চ (স্থা ধাতোঃ সকাৰস্য স্থানে একে (আচাৰ্য্যাঃ) ষত্বং ন ইচ্ছন্তি।

সৰলাৰ্থ—যঙ্ প্ৰত্যয় হলে নামী সংজ্ঞাৰ পিছত থকা স্থা ধাতুৰ ষত্ব নহব বুলি কোনো কোনো আচাৰ্যই কয়। উদা—তেস্থীয়তে।

১০৫। সোঢ় ইত্যস্য।

ব্যাখ্যা—উপসৰ্গ নামী ৰেফাৎ পৰস্য সোঢ়ঃ ইত্যস্য সকাৰস্য স্থানে ষত্বং ন স্যাৎ।

সৰলাৰ্থ—উপসৰ্গ আৰু নামী সংজ্ঞা ৰেফৰ পিছত থকা সিধ্ ধাতুৰ সকাৰৰ যত্ব নহব। উদাহৰণ—বিসোঢ়ঃ।

১০৬। ৱিস্তব্ধ প্ৰতিস্তব্ধৌ-নিপাতনাৎ।

ব্যাখ্যা—ৱিস্তব্ধ প্ৰতিস্তব্ধৌ যৌ নিপাতনাৎ সিদ্ধৌ স্যাতাম্।

সৰলাৰ্থ—বিস্তব্ধ আৰু প্ৰতিস্তব্ধ শব্দ দুটা নিপাতনত সিদ্ধ কৰা হৈছে।

১০৭। ষত্বভূতে-সনি- স্তৌতীনন্তয়োৰেৱ সস্য ষঃ।

ব্যাখ্যা—ষত্বভূতে (ষত্বে) সনি (সন্ প্ৰত্যয়ে পৰে সতি) অভ্যাসঃ নামীনঃ পৰস্য স্তৌতি ইনন্তয়োঃ-এৱ সকাৰস্য স্থানে ষত্বং স্যাৎ।

সৰলাৰ্থ—ষত্ব হোৱা সন্ প্ৰত্যয় পিছত থাকিলে আৰু ইনন্ত হলেও নামী সংজ্ঞাৰ পিছত থকা স্তু ধাতুৰ সকাৰৰ ষত্ব হব। উদাহৰণ—তুষ্টুষতি।

১০৮। সদি-সাধি-স্বাদ-সহামিনন্তানাঞ্চ-ৱৰ্জ্জনম্।

ব্যাখ্যা—ষত্বেসনি পৰে সতি অভ্যাসঃ নামীনঃ পৰস্য ইনন্তানাং সদি-সাধি-স্বিদি-সহাং ধাতুনাঞ্চ সকাৰস্য স্থানে ষত্বং ৱৰ্জ্জনং ভৱতি।

সৰলাৰ্থ—ষত্ব হোৱা সন্ প্ৰত্যয় পিছত থাকিলে, নামী সংজ্ঞাৰ পিছত থকা আৰু অভ্যাস বৰ্ণৰ পিছত ইন্ প্ৰত্যয়যুক্ত সদ্-সাধ্-স্বিদ্-সহ ধাতুৰ সকাৰৰ ষত্ব বৰ্জ্জন কৰা হব। উদাহৰণ—সিসাদয়িষতি।

১০৯। সমাসে ঽঙ্গুলিষঙ্গাদেঃ।

ব্যাখ্যা—সমাসে সতি অঙ্গুলি ষঙ্গাদে সিদ্ধয়ে সকাৰস্য স্থানে ষত্বং স্যাৎ।

সৰলাৰ্থ—সমাস হলে অঙ্গুলি ষঙ্গাদিপদ ষত্ব হৈ সিদ্ধ হব। উদাহৰণ—অঙ্গুলিষঙ্গঃ।

(ক) ভীৰোঃস্থানস্য।

ব্যাখ্যা—সমাসেসতি ভীৰোঃপৰস্য স্থানস্য সকাৰস্য ষত্বং স্যাৎ।

সৰলাৰ্থ—সমাস হলে ভীৰু শব্দৰ পিছত থকা স্থান শব্দৰ সকাৰৰ ঠাইত ষত্ব হব। উদাহৰণ—ভীৰুষ্ঠানম্।

(খ) অগ্নেঃস্তুৎ-স্তোম সোমানাম্।

ব্যাখ্যা—সমাসে সতি অগ্নেঃ পৰস্য স্তুৎ স্তোম-সোমানাং শব্দানাং সকাৰস্য স্থানে ষত্বং স্যাৎ।

সৰলাৰ্থ—সমাস হলে অগ্নি শব্দৰ পিছত থকা স্তুৎ, স্তোম আৰু সোম শব্দৰ সকাৰৰ ষত্ব হব। উদাহৰণ—অগ্নিষ্টুৎ।

(গ) দীৰ্ঘাদেৱ সোমস্য।

ব্যাখ্যা—সমাসে সতি দীৰ্ঘাদেৱ অগ্নেঃপৰস্য সোমস্য সকাৰস্য স্থানে ষত্বং স্যাৎ।

সৰলাৰ্থ—সমাস হলে দীৰ্ঘ হোৱা অগ্নি শব্দৰ পিছত থকা সোম শব্দৰ সকাৰৰ ষত্ব হব। উদাহৰণ—অগ্নীষোমৌ।

(ঘ) জ্যোতিৰায়ুষঃ স্তোমস্য।

ব্যাখ্যা—সমাসে সতি জ্যোতিৰায়ুষঃ পৰস্য স্তোমস্য সকাৰস্য স্থানে ষত্বং স্যাৎ।

সৰলাৰ্থ—সমাস হলে জ্যোতি আৰু আয়ু শব্দৰ পিছত থকা স্তোম শব্দৰ সকাৰৰ ষত্ব হব। উদাহৰণ—জ্যোতিষ্টোমঃ।

(ঙ) গৱি যুধিভ্যাং স্থিৰস্য ।

ব্যাখ্যা—সমাসে সতি গৱি যুধিভ্যাং পৰস্য স্থিৰস্য সকাৰস্য স্থানে ষত্বং স্যাৎ ।

সৰলাৰ্থ—সমাস হ'লে গৱি আৰু যুধি শব্দৰ পিছত থকা স্থিৰ শব্দৰ সকাৰৰ ষত্ব হব। উদাহৰণ—যুধিষ্ঠিৰঃ ।

(চ) নিৰ্ন্নদীভ্যাংস্নাতেঃ কৌশলে ।

ব্যাখ্যা—সমাসে সতি কৌশলে চ অৰ্থে গম্যমানে সতি) নিৰ্ন্নদীভ্যাং পৰস্য স্নাতেঃ সকাৰস্য স্থানে ষত্বং স্যাৎ ।

সৰলাৰ্থ—সমাস হলে আৰু কুশল হোৱা অৰ্থ বুজালে নিঃ আৰু নদী শব্দৰ পিছত থকা স্নাত শব্দৰ সকাৰৰ ষত্ব হ'ব। উদাহৰণ—নদীষ্ণঃ ।

(ছ) প্ৰষ্ঠোহগ্ৰ-গামিনি ।

ব্যাখ্যা—সমাসে সতি অগ্ৰগামীনি অৰ্থে গম্যমানে চ সতি প্ৰষ্ঠঃ সকাৰস্য স্থানে ষত্বং স্যাৎ ।

সৰলাৰ্থ—সমাস হলে আৰু অগ্ৰগামী হোৱা অৰ্থ বুজালে প্ৰষ্ঠ শব্দৰ সকাৰৰ ষত্ব হ'ব। উদাহৰণ—প্ৰষ্ঠঃ ।

১১০। ৱিষ্টৰাদেস্তু-নামনি ।

ব্যাখ্যা—নামনি (সংজ্ঞায়াং গম্যমানায়াং সত্যাং) তু (নিত্যং) ৱিষ্টৰাদেঃ সকাৰস্য ষত্বং স্যাৎ ।

সৰলাৰ্থ—সংজ্ঞা অৰ্থাৎ নাম বুজালে বিষ্টৰাদি শব্দৰ সকাৰৰ ষত্ব হ'ব। উদাহৰণ—বিষ্টৰঃ ।

(ক) অকাৎ সেনায়াঃ ।

ব্যাখ্যা—নামনি সংজ্ঞায়াং গম্যমানায়াং সত্যাং অকাৎ (অক্ প্ৰত্যয় ৰহিতাৎ) নামীনঃ পৰস্য সেনায়াঃ সকাৰস্য স্থানে ষত্বং স্যাৎ ।

সৰলাৰ্থ—সংজ্ঞা অৰ্থাৎ নাম বুজালে অক্ প্ৰত্যয় নোহোৱা নামী সংজ্ঞাৰ পিছত থকা সেনা শব্দৰ সকাৰৰ ঠাইত ষত্ব হ'ব। উদাহৰণ—হৰিষেনঃ ।

(খ) ইদন্ত নক্ষত্ৰাদ্বা ।

ব্যাখ্যা—নামনি—সংজ্ঞায়াং গম্যমানায়াং সত্যাং ইদন্ত নক্ষত্ৰাৎ পৰায়াঃ সেনায়াঃ সকাৰস্য স্থানে ৱা (ৱিকল্পেন) ষত্বং স্যাৎ।

সৰলাৰ্থ—নাম বুজালে ইদন্ত নক্ষত্ৰ (ইকাৰান্ত নক্ষত্ৰ ৰাচক) পদৰ পিছত থকা সেনা শব্দৰ সকাৰৰ বিকল্পে ষত্ব হ'ব। উদাহৰণ—ভৰণিষেণঃ ।

১১১। স্বসুঃ স্যাৎ পিতৃ-মাতৃভ্যাম্ ।

ব্যাখ্যা—সমাসে সতি পিতৃ মাতৃভ্যাং পৰঃ স্বসৃঃশব্দস্য সকাৰস্য স্থানে ষত্বং স্যাৎ।

সৰলাৰ্থ—সমাস হলে পিতৃ-মাতৃ শব্দৰ পিছত থকা স্বসৃ শব্দৰ সকাৰৰ ঠাইত ষত্ব হ'ব। উদাহৰণ—পিতৃষ্সা।

১১২। বিভক্ত্যলুকি পাক্ষিকঃ ।

ব্যাখ্যা—সমাসে সতি বিভক্ত্যলুকি চ সতি পিতৃ মাতৃভ্যাং পৰস্য স্বসৃ শব্দস্য সকাৰস্য স্থানে পাক্ষিকঃ (ৱিকল্পেন) ষত্বং স্যাৎ)।

সৰলাৰ্থ—সমাস হলে পিতৃ-মাতৃ শব্দৰ পিছত বিভক্তি লোপ নহলেও স্বসৃ শব্দৰ সকাৰৰ বিকল্পে ষত্ব হ'ব। উদাহৰণ—পিতুঃষ্সা।

১১৩। অম্বা পৰম সব্যে দ্বি ত্ৰি শঙ্কু দিৱিৱৰ্হিষঃ ।

ভূম্যগ্ন্যপাদপি স্থঃ ষ্ঠঃ ।

ব্যাখ্যা—সমাসে সতি অম্বা পৰম সব্যে দ্বি ত্ৰিশঙ্কুদিৱি ৱৰ্হিষঃপৰঃ ভূম্যগ্ন্য পাদপি স্থঃ ষ্ঠঃ স্যাৎ।

সৰলাৰ্থ—সমাস হলে অম্বা-পৰম-সব্যে-দ্বি-ত্ৰি-শঙ্কু-দিৱি-ৱৰ্হিষ-ভূমি-অগ্নি আৰু অপ শব্দৰ পিছত থকা স্থ শব্দৰ ষত্ব হৈ ষ্ঠ হ'ব। উদাহৰণ—ভূমিষ্ঠঃ ।

১১৪। পৰমেষ্ঠী নিপাতনাৎ ।

ব্যাখ্যা—পৰমেষ্ঠীতি পদং ষত্বং সন্নিপাতনাৎ সিদ্ধ্যতি।

সৰলাৰ্থ—পৰমেষ্ঠী পদটো ষত্ব হৈ নিপাতনত সিদ্ধ হৈছে।

১১৫। অম্বষ্ঠ গোষ্ঠ মঞ্জিষ্ঠাঙ্গুষ্ঠ পুঞ্জিষ্ঠ কুষ্ঠকাঃ।

ব্যাখ্যা—অম্বষ্ঠ-গোষ্ঠ-মঞ্জিষ্ঠ-অঙ্গুষ্ঠ-পুঞ্জিষ্ঠ-কুষ্ঠকাঃ শব্দাঃ ষত্বং সন্ সিদ্ধাঃ স্যুঃ।

সৰলাৰ্থ—অম্বষ্ঠ-গোষ্ঠ-মঞ্জিষ্ঠ-অঙ্গুষ্ঠ-পুঞ্জিষ্ঠ আৰু কুষ্ঠ শব্দ ষত্ব হৈ সিদ্ধ কৰা হৈছে।

১১৬। ইদুকাৰাভ্যাং প্ৰকৃতি ৰিসৰ্গঃ ক খ প ফ পূৰ্ব্বঃ ষত্বংলততে।

ব্যাখ্যা—ইদুকাৰাভ্যাং পৰঃ প্ৰকৃতি ৰিসৰ্গঃ কখ প ফ পূৰ্ব্বঃ সন্ ষত্বং লভতে।

সৰলাৰ্থ—ইকাৰ আৰু উকাৰৰ পিছত থকা ক খ প ফ বৰ্ণৰ আগত প্ৰকৃতি বিসৰ্গৰ ঠাইত ষত্ব হ'ব। উদাহৰণ—নিষ্ফলম্।

১১৭। বাক্যে প্ৰত্যয়য়ো ৰিসুসোৰ্ব্বা।

ব্যাখ্যা—বাক্যে (অসমাসে সতি) ইসুসোঃ প্ৰত্যয়য়োঃ ৰিসৰ্গঃ ক খ প ফ পূৰ্ব্বঃ সন্ ৰা ষত্বং লভতে।

সৰলাৰ্থ—সমাস নহলে ইস্ আৰু উস্ প্ৰত্যয়ৰ বিসৰ্গ ক খ প ফ বৰ্ণৰ পূৰ্ব্বত থাকিলে ষত্ব হ'ব। উদাহৰণ—সৰ্পিষ্কৰোতি।

১১৮। তদ্ধিত তাদাৱপি চ।

ব্যাখ্যা—তদ্ধিত তাদৌ (তদ্ধিত তকাৰাদি প্ৰত্যয়ে পৰে সতি ইদুকাৰাভ্যাং পৰঃ প্ৰকৃতিৰিসৰ্গ- ষত্বং লভতে।

সৰলাৰ্থ—তকাৰাদি তদ্ধিত প্ৰত্যয় পিছত থাকিলে ইকাৰ আৰু উকাৰৰ পিছত থকা প্ৰকৃতি বিসৰ্গৰ ষত্ব হ'ব। উদাহৰণ—সৰ্পিষ্টৰম্।

১১৯। সুচো ৰা।

ব্যাখ্যা—ইদুকাৰাভ্যাং পৰঃ সুচঃ (সুচ্ প্ৰত্যয়স্য) বিসৰ্গস্য স্থানে ৰা (ৰিকল্পেন) ষত্বংস্যাৎ।

সৰলাৰ্থ—ইকাৰ আৰু উকাৰৰ পিছত থকা সুচ্ প্ৰত্যয়ৰ বিসৰ্গৰ ঠাইত বিকল্পে সত্ব হব। উদাহৰণ—দ্বিষ্কৰোতি।

ইতি ষত্বপ্ৰকৰনম্।

১২০। ৰষৃবৰ্ণাম্নোণোঽহবৰৰম্বৰ কপাবৰ্গসান্তৰস্যাপি।

ব্যাখ্যা—ৰষৃবৰ্ণাৎ (ৰ-ষ-ঋ বৰ্ণাৎপৰস্য) হযৰবৰ কপবৰ্গস্যান্তৰস্যাপি (ব্যৱহিতস্যাপি) অপি শব্দাৎ (অব্যৱহিতস্যাপি) নঃ (নকাৰস্যস্থানে) ণত্বং (মূৰ্দ্ধণ্য নত্বং ভৱতি)।

সৰলাৰ্থ—ৰ, ষ আৰু ঋ বৰ্ণৰ পিছত থকা হ-য-ব-স্বৰবৰ্ণ আৰু ক-প বৰ্গৰ বৰ্ণ ব্যৱধান হলে বা ব্যৱধান নহলেও দন্ত্য নকাৰৰ ঠাইত ণত্ব অৰ্থাৎ মূৰ্দ্ধণ্য ণকাৰ হব। উদাহৰণ—কীৰ্ণাতি।

১২১। ভিন্নপদেঽপি প্ৰাদেৰদূৰোৰাদন্তৰশ্চ ধাত্বাদেঃ।

ব্যাখ্যা—ভিন্ন পদেঽপি (অপি শব্দাৎ একপদেঽপি) প্ৰাদেঃ অদূৰঃ (দূৰভিন্নঃ) ৰাদেঃ (ৰকাৰাৎ পৰস্য) অন্তৰশ্চ (পৰস্যচ) ধাত্বাদেঃ নঃ (নকাৰস্য স্থানে) ণত্বং স্যাৎ।

সৰলাৰ্থ—ভিন্ন পদ নাইবা একপদ হলেও প্ৰাদি শব্দৰ অদূৰবৰ্ত্তী আৰু ৰ বৰ্ণৰ অন্তৰ হলেও ধাতুৰ আদিতে থকা নকাৰৰ ঠাইত ণত্ব হব। উদাহৰণ—প্ৰণমতি।

১২২। নভৱতি নাথতি নন্দি নৃ নৰ্দ্দতি নৃত্না ধ্বনটি নৰ্ক্কাম।

ব্যাখ্যা—দূৰ ভিন্ন প্ৰাদেঃ ৰাৎ পৰস্য নাথতি নন্দতি নি নৰ্দ্দতি নৃৎ-নাধ্ ম্নাটি নৰ্কাং ধাতূনাং নকাৰস্য স্থানে ণত্বং নভৱতি।

সৰলাৰ্থ—প্ৰাদি শব্দৰ অদূৰবৰ্ত্তী হোৱা আৰু ৰ বৰ্ণৰ অন্তৰ হোৱা ক্ৰমে নাথ্-নন্দ্-নৃৎ-নৰ্দ্দ-নৃ-তন্-নধ্ আদি ধাতুৰ নকাৰৰ ণত্ব নহব। উদাহৰণ—পৰিনন্দতি।

১২৩। নিন্দতি নিঙক্ষতি নিংসাংপক্ষে।

ব্যাখ্যা—দূৰভিন্ন ৰাৎ পৰস্য নিন্দতি—নিঙক্ষতি নিংসাং ধাতূনাং পক্ষে (বিকল্পেন) নকাৰস্য ণত্বং ভৱতি।

সৰলাৰ্থ—প্ৰাদি শব্দৰ অদূৰবৰ্ত্তী হোৱা আৰু ৰ বৰ্ণৰ অন্তৰ হোৱা নিন্দ-নিঙক্ষ আৰু নিংস ধাতুৰ নকাৰৰ বিকল্পে ণত্ব হব। উদাহৰণ—পৰিণিন্দতি।

১২৪। হন্তেৰকাৰ পূৰ্ব্বস্য।

ব্যাখ্যা—দূৰ ভিন্ন ৰেকাৎ পৰস্য অকাৰ পূৰ্ব্বস্য চ হন্তেঃ (হন্ ধাতোঃ) নকাৰস্য স্থানে ণত্বংস্যাৎ।

সৰলাৰ্থ—প্ৰাদি শব্দৰ অদূৰৱৰ্ত্তী হোৱা আৰু ৰ বৰ্ণৰ পিছত আৰু অকাৰৰ আগত হন ধাতুৰ নকাৰৰ ঠাইত নত্ব হব। উদ) উদাহৰণ—প্ৰহণানি।

১২৫। অন্তৰ শ্চাপ্যদেশে বা।

ব্যাখ্যা—অদেশে (দেশ ভিন্নে হৰ্থে গম্যমানে সতি) দূৰ ভিন্ন প্ৰাদি ৰেকাৎ পৰস্যাপি অকাৰ পূৰ্ব্বস্য হন্তেঃ নকাৰস্য স্থানে বা (বিকল্পেন ণত্বং স্যাৎ।

সৰলাৰ্থ—দেশ অৰ্থ নুবুজালে, প্ৰাদি শব্দ আৰু ৰ বৰ্ণৰ অদূৰৱৰ্ত্তী হলে অবৰ্ণৰ আগত থকা হন্ ধাতুৰ নকৰাৰ ঠাইত বিকল্পে ণত্ব হব। উদাহৰণ—অন্তৰ্হণ্যতে।

১২৬। ৱমোৰ্ব্বা।

ব্যাখ্যা—ৱমোঃ পৰয়োঃ সতোঃ দূৰভিন্ন প্ৰাদিৰেকাৎ পৰস্য অকাৰ পূৰ্ব্বস্যচ হন্তেঃ নকৰাস্য ৱাণত্বংস্যাৎ।

সৰলাৰ্থ—ব আৰু ম বৰ্ণ পিছত থাকিলে, প্ৰাদি শব্দ আৰু ৰেফৰ অদূৰৱৰ্ত্তী হোৱা অকাৰৰ আগত থকা হন্ ধাতুৰ নকাৰৰ বিকল্পে ণত্ব হব। উদাহৰণ—প্ৰহণ্বঃ।

১২৭। লোট আনিনঃ।

ব্যাখ্যা—দূৰভিন্ন প্ৰাদিৰেফাৎ পৰস্য লোটঃ (লোট্ বিভক্তেঃ) আনিনঃ নকাৰস্য স্থানে ণত্বংস্যাৎ)।

সৰলাৰ্থ—প্ৰাদি শব্দ আৰু ৰেফৰ অদূৰৱৰ্ত্তী হোৱা লোট্ বিভক্তিৰ আনিৰ নকাৰৰ ণত্ব হব। উদাহৰণ—প্ৰৱপাণি।

১২৮। হিমীক্ৰোঃ।

ব্যাখ্যা—প্ৰাদিৰেফাৎ পৰস্য, হিমীক্ৰোঃ ধাত্বোঃ পৰস্য চ নকাৰস্য স্থানে ণত্বং স্যাৎ।

সৰলাৰ্থ—প্ৰাদি শব্দ আৰু ৰেফৰ পিছত থকা হ্যা আৰু মীঙ্ ধাতুৰ পিছত নকাৰৰ ণত্ব হ'ব।
উদাহৰণ—প্ৰহিণোতি।

১২৯। অনিতেঃ।

ব্যাখ্যা—পূৰ্বভিন্ন প্ৰাদি ৰেফাৎ পৰস্য অনিতেঃ (অন্ধাতোঃ) নকাৰস্য স্থানে ণত্বং স্যাৎ।

সৰলাৰ্থ—প্ৰাদি শব্দ আৰু ৰেফৰ অদূৰবৰ্ত্তী হোৱা অন্ ধাতুৰ নকাৰৰ ণত্ব হ'ব। উদাহৰণ—প্ৰাণিতি।

১৩০। অভ্যস্তস্য-চ।

ব্যাখ্যা—দূৰভিন্ন ৰেফাৎ পৰস্য অভ্যস্তস্য চ (অন্ ধাতোঃ অভ্যস্ত নকাৰস্য) ণত্বং স্যাৎ।

সৰলাৰ্থ—প্ৰাদি শব্দ আৰু ৰেফৰ অদূৰবৰ্ত্তী হোৱা অন্ ধাতুৰ অভ্যস্ত নকাৰৰ ণত্ব হ'ব। উদাহৰণ—প্ৰাণিণৎ।

১৩১। অন্তে বিভাষয়া।

ব্যাখ্যা—দূৰভিন্ন প্ৰাদি ৰেফাৎ পৰস্য অন্তে (পৰত্ৰ স্বপদ বৰ্ণাভাৱেসতি) অন্ ধাতোঃ নকাৰস্য স্থানে বিভাষয়া (পাক্ষিকেন) ণত্বং স্যাৎ।

সৰলাৰ্থ—প্ৰাদি শব্দ আৰু ৰেফৰ অদূৰবৰ্ত্তী হোৱা আৰু শেষত স্ব পদৰ অভাৱ হলে অন্ ধাতুৰ নকাৰৰ বিকল্পে ণত্ব হ'ব।
উদাহৰণ—হে প্ৰাণ্।

১৩২। নেৰ্গদনদ পদ পতহন দ্ৰাৱাযামাত নিস্যাতি প্সাসু। শশ্বপিদুহবহিদাসুচ।

ব্যাখ্যা—প্ৰাদি ৰেফাৎ পৰস্য গদ-নদ-পত-পদ-হন-দ্ৰাৱা-যামা-তনি স্যতি প্সাসু ধাতুষু পৰাষু সতিষু শৰ্ম্বাপ দুহবহিদাষু ধাতুষু চ পৰাষু সতিষু নেঃ (নি উপসৰ্গস্য নকাৰস্য) ণত্বং স্যাৎ।

সৰলাৰ্থ—গদ-নদ-পদ-পত-দ্ৰাবা-যামা-তন্ স্যতি প্সা আৰু শম্-বপ-বহ্-দুহ আদি ধাতু পিছত থাকিলে প্ৰাদি শব্দ আৰু ৰেফৰ পিছত থকা নিঃ উপসৰ্গৰ নকাৰৰ ণত্ব হ'ব। উদাহৰণ—প্ৰণিধত্তে।

১৩৩। শেষে ত্বকথাদি ষান্তে ৰা।

ব্যাখ্যা—অকথাদি ষান্তে (কথাদি ষান্ত ভিন্নে শেষে সতি) এভ্যঃ (অন্যে প্ৰাপ্তৌ পৰে সতি চ) নেঃ (নকাৰস্য) ৰা ণত্বং স্যাৎ।

সৰলাৰ্থ—ক-খ- বৰ্ণ আদি নাইবা অন্ত নহলে অক অইন ধাতু পিছত থাকিলে নকাৰৰ ঠাইত বিকল্পে ণত্ব হব। উদাহৰণ—প্ৰণিপচতি।

১৩৪। ভাদিৰৰ্জ্জস্বৰাৎ কৃম্নো ণঃ স্যাৎ।

ব্যাখ্যা—দুৰভিন্ন প্ৰাদি ৰেফাৎ পৰস্য ভাদি ৰৰ্জ্জ (ভাদিভিন্নঃ) ধাতোঃ স্বৰাৎ পৰঃ কৃম্নো (কৃৎ প্ৰত্যয়স্য) নঃ নকাৰস্য ণত্বং স্যাৎ।

সৰলাৰ্থ—প্ৰাদিশব্দ আৰু ৰেফৰ অনুবৰ্ত্তী হোৱা ভাদি ভিন্ন ধাতুৰ স্বৰৰ পিছত থকা কৃৎ প্ৰত্যয়ৰ নকাৰৰ ঠাইত ণত্ব হব। উদাহৰণ—প্ৰমাণম্।

১৩৫। পক্ষইনন্ততঃ।

ব্যাখ্যা—ইনন্ততঃ (ইনন্তাৎ পৰঃ) দুৰভিন্ন প্ৰাদিৰেফাৎ পৰশ্চ ধাতোঃ স্বৰাৎ কৃতঃ পৰঃ নঃ পক্ষে (বিকল্পেন) ণত্বং স্যাৎ।

সৰলাৰ্থ—ইনন্ত ধাতুৰ পিছত দুৰভিন্ন প্ৰাদিৰেফৰ পিছত থকা ধাতুৰ কৃৎ প্ৰত্যয়ৰ নকাৰৰ বিকল্পে ণত্ব হব। উদাহৰণ—প্ৰমাণনম্।

১৩৬। অনুস্বাৰৱতাং নাম্যাদীনামেৱ।

ব্যাখ্যা—অনুস্বাৰৱতাং (অনুস্বাৰযুতাং) নাম্যাদীনাং ধাতুনামেৱ প্ৰাদি ৰেফাৎ পৰস্য কৃৎ প্ৰত্যয়স্য নকাৰস্য স্থানে ণত্বং স্যাৎ।

সৰলাৰ্থ—অনুস্বাৰযুক্ত নাম্যাদি প্ৰাদিৰেফৰ পিছত থকা কৃৎ প্ৰত্যয়ৰ নকাৰৰ ণত্ব হ'ব। উদাহৰণ—নিৰঙ্গণম্।

১৩৭। পূৰ্ব্বপদাৎ সংজ্ঞায়াম্।

ব্যাখ্যা—সংজ্ঞায়াং গম্যমানায়াং সত্যাৎ পূৰ্ব্ব পদাৎ (সমাস পূৰ্ব্বপদস্থঃ) ৰেফাৎ পৰস্য নকাৰস্য স্থানে ণত্বং স্যাৎ।

সৰলাৰ্থ—সংজ্ঞা বুজালে সমাসৰ পূৰ্ব্ব পদৰ আৰু ৰেফৰ পিছত থকা নকাৰৰ ঠাইত ণত্ব হব। উদাহৰণ—দ্ৰুঘণঃ।

১৩৮। ৰননো ণঃ পূৰগাদিভ্যঃ।

ব্যাখ্যা—পুৰসাদিভ্যঃ পৰস্য ৰনঃ ণঃ (নকাৰস্য স্থানে) ণত্বং স্যাৎ।

সৰলাৰ্থ—পুৰগাদি শব্দৰ পিছত থকা বন শব্দৰ নকাৰৰ ঠাইত ণত্ব হ'ব। উদাহৰণ—পূৰগাৰণম্।

১৩৯। প্ৰনিৰন্তঃখদিৰেক্ষুপ্লক্ষশৰাম্ৰাদিকাদনাম্নিচ।

ব্যাখ্যা—অনামনি (নাম ভিন্নে) প্ৰণিৰন্তঃ খদিৰেক্ষু প্লক্ষ শৰাম্ৰাদিকাৎ পৰস্য ৰনঃ নকাৰস্য স্থানে ণত্বং স্যাৎ।

সৰলাৰ্থ—নাম নুবুজালে প্ৰ-নি শব্দৰ লগত খদিৰ প্লক্ষ ইক্ষু-শৰ-আৰু আম্ৰ আদি পদৰ পিছত থকা বন শব্দৰ নকাৰৰ ঠাইত ণত্ব হব। উদাহৰণ—আম্ৰৱণম্।

১৪০। বৃক্ষৌষধিভ্যাংৰা।

ব্যাখ্যা—বৃক্ষৌষধিভ্যাং পৰস্য ৰনঃ নকাৰস্য স্থানে ৰা (ৰিকল্পেন) ণত্বং স্যাৎ।

সৰলাৰ্থ—বৃক্ষ আৰু ওষধি বাচক শব্দৰ পিছত থকা বন শব্দৰ নকাৰৰ বিকল্পে ণত্ব হব। উদাহৰণ—লোধ্ৰবনম্।

১৪০। ক) দ্বিত্ৰ্যক্ষৰাধিকাম্ন।

ব্যাখ্যা—দ্বিত্ৰ্যক্ষৰাধিকাৰাৎ বৃক্ষৌষধিবাচকাৎ পৰস্য চ ৰনঃ নকাৰস্য ণত্বং ন স্যাৎ।

সৰলাৰ্থ—দুটা বা তিনিটাতকৈ অধিক অক্ষৰযুক্ত বৃক্ষ আৰু ওষধি-বাচক শব্দৰ পিছত থকা বন শব্দৰ নকাৰৰ ণত্ব নহ'ব। উদা—দেৱদাৰুবনম্।

১৪১। অহ্নস্তাদন্তাৎ।

ব্যাখ্যা—অদন্তাৎ লিঙ্গাৎ পৰস্য অহ্নস্য নকাৰস্য নত্বং স্যাৎ।

সৰলাৰ্থ—অকাৰান্ত শব্দৰ পিছত থকা অহ্ন শব্দৰ নকাৰৰ ণত্ব হ'ব। উদাহৰণ—পূৰ্ব্বাহ্ণঃ।

১৪২। ৰাহন আহিতাৎ।

ব্যাখ্যা—আহিতাৎ (আৰোপিতাৎ পৰস্য) ৰাহনঃ নকাৰস্য স্থানে ণত্বং স্যাৎ।

সৰলাৰ্থ—আৰোপ কৰা অৰ্থ বুজালে বাহন শব্দৰ নকাৰৰ ঠাইত ণত্ব হব। উদাহৰণ—দৰ্ভবাহণম্।

১৪৩। দেশে-কৰ্ম্মাৰ্থ-পানস্য ।

ব্যাখ্যা—দেশে অৰ্থে গম্যমানে সতি কৰ্ম্মাৰ্থপানস্য নকাৰস্য স্থানে ণত্বং স্যাৎ।

সৰলাৰ্থ—দেশ অৰ্থ বুজালে কৰ্ম্ম বাচক পান শব্দৰ নকাৰৰ ঠাইত ণত্ব হব। উদাহৰণ—সুৰাপাণঃ।

১৪৪। ৰা ভাৱ-কৰণাৰ্থস্য ।

ব্যাখ্যা—ভাৱ কৰণাৰ্থস্য (ধাত্বাৰ্থ কৰণাৰ্থস্য) পান শব্দস্য নকাৰস্য স্থানে ৰা ণত্বং স্যাৎ।

সৰলাৰ্থ—ধাতুবাচক কৰণাৰ্থত পান শব্দৰ নকাৰৰ ঠাইত বিকল্পে ণত্ব হব। উদাহৰণ—ক্ষীৰ পাণম্।

১৪৫। নিষ্ক ৱৰ্গস্য নানাচো লিঙ্গস্যান্ত-সুপো ৰ্ৰা ।

ব্যাখ্যা—পূৰ্ব্বপদস্থ নিমিত্তাৎ পৰস্য নিষ্কৱৰ্গস্য কৱৰ্গ ৰহিতস্য নানাচঃ (অনেক স্বৰাৎ) লিঙ্গান্তস্য (সু বিবিভক্তেঃ অন্তঃ নকাৰঃ) ৰা (ৱিকল্পেন) ণত্বং স্যাৎ।

সৰলাৰ্থ—ক বৰ্গ ৰহিত হোৱা, একধিক স্বৰবৰ্ণযুক্ত লিঙ্গান্ত পৰ্ব্ব পদৰ সুপ বিভক্তিৰ শেষত বিকল্পে ণত্ব হব। উদাহৰণ—মাষবাপিণৌ।

১৪৬। গ্ৰামণ্যাদেৰ্ন্নিত্যম্ ।

ব্যাখ্যা—গ্ৰামন্যাদেঃ (সিদ্ধয়ে) নিত্যং ণত্বং স্যাৎ।

সৰলাৰ্থ—গ্ৰামণি আদি পদ সিদ্ধ কৰিবৰ বাবে নিত্যন্তে ণত্ব হব উদাহৰণ—গ্ৰামণীঃ।

১৪৭। গিৰি নদ্যাদেৰ্ব্বিকল্পেন ।

ব্যাখ্যা—গিৰি নদ্যাদেঃ সিদ্ধয়ে ৱিকল্পেন ণত্বং স্যাৎ।

সৰলাৰ্থ—গিৰি নদী আদি পদ সিদ্ধ কৰিবৰ বাবে বিকল্পে ণত্ব হব। উদাহৰণ—গিৰী ণদী।

১৪৮। নক্ষুভ্নাদেঃ।

ব্যাখ্যা—ক্ষুভ্নাদেঃপদস্য নকাৰস্য স্থানে ণত্বং ন স্যাৎ।

সৰলাৰ্থ—ক্ষুভ্নাদিপদৰ নকাৰৰ ঠাইত ণত্ব নহব। উদাহৰণ—ক্ষুভ্নাতি।

১৪৯। ন চ ধুটি ।

ব্যাখ্যা—ধুটি (ধুট্ সংজ্ঞক ৱৰ্ণে পৰেসতি) ৰষৃৱৰ্ণাৎ পৰস্য নকাৰস্য ণত্বং ন স্যাৎ।

সৰলাৰ্থ—ধুট্ সংজ্ঞক বৰ্ণৰ পিছত থকা ৰ-ষ-ঋ বৰ্ণৰ পিছত নকাৰৰ ণত্ব নহব। উদাহৰণ—বাহ্মঃ।

১৫০। নান্ত্যঃ।

ব্যাখ্যা—অন্ত্যঃ (শেষস্থঃ) নকাৰস্য নত্বংনস্যাৎ।

সৰলাৰ্থ—পদৰ শেষত থকা নকাৰৰ ণত্ব নহব। উদাহৰণ—পিতৃন্।

১৫১। নানাঙ্পদব্যৱধৌ।

ব্যাখ্যা—অনাং পদ ব্যৱধৌ (আংভিন্ন পদব্যৱধৌ সতি) নকাৰস্য ণত্বং ন স্যাৎ।

সৰলাৰ্থ—আ বৰ্ণ ভিন্ন পদৰ ব্যৱধানত থকা নকাৰৰ ঠাইত ণত্ব নহব। উদাহৰণ—ৰোষভীমমুখেন।

ইতি ণত্ব প্ৰকৰণম্।

# কাৰকৰিন্যাসঃ

## মঙ্গলাচৰণম্ ।

ক) ৱিদ্যানন্দোদয়ো যস্য মকৰন্দস্য বিন্দুবৎ ।

তদেগোৱিন্দপদদ্বন্দ্বমৰৱিন্দমুপাস্মহে ॥

ব্যাখ্যা---যস্য (গোৱিন্দ পদ দ্বন্দ্বস্য) মকৰন্দস্য ভক্তিৰসস্য ৱিন্দুবৎ (ৱিন্দুৰিৱ) ৱিদ্যানন্দোদয়ঃ (নিত্যসুখানুভৱ মুক্তি ৰ্ভাতি) তৎ প্ৰসিদ্ধং অৰৱিন্দং (অৰৱিন্দাদভিন্নং) গোৱিন্দপদদ্বন্দ্বং( শ্ৰীকৃষ্ণ-চৰণ যুগলং) ৱয়ং উপাস্মহে (আৰাধয়ামঃ) ।

সৰলাৰ্থ---অষ্টাদশ বিদ্যাৰ আনন্দ উদয়ে যি ভগৱানৰ চৰণৰ ভক্তি-ৰসৰ এটোপালৰ সমান শোভা কৰে সেই প্ৰসিদ্ধ অৰবিন্দতকৈও অভিন্ন গোৱিন্দ শ্ৰীকৃষ্ণৰ চৰণ যুগলক আমি আৰাধনা কৰো ।

খ) ৱালাভণিতি লভানামাদাতুংসৎপ্ৰসূনানি ।

শ্ৰীপুৰুষোত্তম নিৰ্ম্মিতি কাৰক মালাঙ্কুশংভজত ।

ব্যাখ্যা---হে ৱালা (ৱালকাঃ) যূয়ং ভণিতি লতানাং (ৱাক্যাত্মকলতানাং) সৎ প্ৰসূনানি (সৎ প্ৰয়োগানি) আদাতুং (গৃহীতুং) শ্ৰীপুৰুষোত্তম নিৰ্ম্মিতকাৰক মালাঙ্কুশং ভজত (আশ্ৰয়ত) ।

সৰলাৰ্থ---হে বালকসকল, বাক্যৰূপ লতাৰ পৰা সুফলবোৰ আহৰণ কৰিবলৈ 'পুৰুষোত্তম' শৰ্ম্মা পণ্ডিতে ৰচনা কৰা কাৰকমালা ৰূপ অঙ্কুশক গ্ৰহণ কৰাহঁক ।

১। যতোঽপায়াদান ৰক্ষাৱাৰণান্তৰ্দ্ধি জন্মভীঃ ।

যশ্চাসহ্যঃ পৰাজেঃ স্যাত্তদপাদান কাৰকম্ ॥

ব্যাখ্যা---যতঃ (অৱধিভূতাৎ) অপায়ঃ (ৱিভাগঃ) আদানং (গ্ৰহণং) ৰক্ষা (ৰক্ষণম্) ৱাৰণং (নিৱাৰণম্) অন্তৰ্দ্ধিঃ (অন্তৰ্দ্ধানং) জন্মঃ (উৎপত্তিঃ) ভীঃ (ভয়ঞ্চ ভৱতি), তদৱস্ত অপাদানং কাৰকং স্যাৎ, পৰাজেঃ (পৰাপূৰ্ব্বক জি ধাতোঃ) প্ৰয়োগে অসহ্যঃ (অসহনীয়ঃ) দ্বেষ্যঃ (শত্ৰুঃ) যশ্চ তৎ অপাদান কাৰকং স্যাৎ ।

সৰলাৰ্থ---যাৰপৰা বিভাগ হোৱা, গ্ৰহণ কৰা, ৰক্ষা কৰা, নিবাৰণ আৰু বাৰণ কৰা, অন্তৰ্দ্ধান হোৱা, জন্ম পোৱা, ভয় পোৱা আদি অৰ্থ বুজায় আৰু পৰা পূৰ্ব্বক জি ধাতুৰ প্ৰয়োগত অসহনীয় শত্ৰু হোৱা বুজায় সেইয়েই অপাদান কাৰক হব ।

১।ক) অপাদানে পঞ্চমী।

ব্যাখ্যা—অপাদানে (অপাদান কাৰকে বিৱক্ষিতে সতি) লিঙ্গাৎ পৰা পঞ্চমী বিভক্তিঃ স্যাৎ)।

সৰলাৰ্থ—অপাদান কাৰক হোৱা বুজালে লিঙ্গৰ পিছত পঞ্চমী বিভক্তি হব। উদাহৰণ—গ্ৰামাদ্ গচ্ছতি।

২। প্ৰভূৱঃ প্ৰভৱঃ।

ব্যাখ্যা—প্ৰভূৱঃ (প্ৰপূৰ্ব্বক ভূ ধাতোঃ প্ৰয়োগে) প্ৰভৱঃ (প্ৰথমপ্ৰাদুৰ্ভাৱ স্থানং যৎ) তৎ অপাদান কাৰকং স্যাৎ।

সৰলাৰ্থ—প্ৰপূৰ্ব্বক ভূ ধাতুৰ প্ৰয়োগত প্ৰথম উৎপত্তি স্থান বুজোৱা পদ অপাদান কাৰক হব। উদাহৰণ—হিমাদ্ৰেঃপ্ৰভৱতি।

৩। জুগুপ্সতেৰ্ব্বিৰমতেঃ প্ৰমদেৰপি কৰ্ম্ম যৎ।
তদপাদানমিচ্ছন্তি।

ব্যাখ্যা—জুগুপ্সতেঃ (জুগুপ্স ধাতোঃ প্ৰয়োগে) প্ৰমদেঃ (প্ৰ পূৰ্ব্বক মদ ধাতোঃ প্ৰয়োগে চ) অপি ৱি-পূৰ্ব্বক ৰম্ ধাতোঃ যৎ কৰ্ম্ম তদপাদানং স্যাৎ।

সৰলাৰ্থ—জুগুপ্স ধাতুৰ প্ৰয়োগত বিপূৰ্ব্বক ৰম্ ধাতুৰ প্ৰয়োগত, আৰু প্ৰপূৰ্ব্বক মদ ধাতুৰ প্ৰয়োগত যি কৰ্ম্ম বাচক পদ হব সেই পদেই অপাদান কাৰক হব। উদাহৰণ—অধৰ্ম্মাদ্বিৰমতি।

৪। সম্যগ্দানং যমুদ্দিশ্য ৰুচ্যৰ্থে প্ৰীতিমাংস্তুযঃ।
ধাৰেঋণ প্ৰদাতা যো যশ্চেচ্ছাবিষয় স্পৃহেঃ।
ক্ৰিয়াযোগে যন্নিমিত্তং সম্প্ৰদানং তদিষ্যতে॥

ব্যাখ্যা—যং (ব্ৰাহ্মণাদিকং দেয় দ্ৰব্যোপভোগভাগিত্বেন) সম্যক্ দানং (ক্ৰিয়তে) তৎ সম্প্ৰদানং শিষ্টৈঃইষ্যতে। ৰুচ্যৰ্থে (ৰুচ্ ধাতোঃ প্ৰয়োগে প্ৰীতিমান্ যঃ-তৎসম্প্ৰদানং), ধাৰেঃ (ইনন্ত ধৃ ধাতোঃ প্ৰয়োগে ঋণ প্ৰদাতা (উত্তমৰ্ণঃ-যঃ-তৎ), স্পৃহেঃ (স্পৃহধাতোঃ প্ৰয়োগে ইচ্ছা বিষয়স্তৎ), ক্ৰিয়াযোগে (ক্ৰিয়া সম্বন্ধে) যন্নিমিত্তং (যমুদ্দিশ্যঞ্চ) যত্তৎ সম্প্ৰদানং (সম্প্ৰদান কাৰকং স্যাৎ)।

সৰলাৰ্থ—যি (ব্ৰাহ্মণাদিৰ) উদ্দেশ্যে উপভোগ্য দ্ৰব্য আদি দান কৰা হয় সেইটো সম্প্ৰদান কাৰক হব বুলি শিষ্টই কয়। ৰুচ্ ধাতুৰ প্ৰয়োগত প্ৰীতিমান যি হয়, ইনন্ত ধৃ ধাতুৰ প্ৰয়োগত ঋণদাতা উত্তমৰ্ণ যি হয়, স্পৃহ ধাতুৰ প্ৰয়োগত যি ইচ্ছা বিষয় হয় আৰু ক্ৰিয়া সম্বন্ধত যি উদ্দেশ্য হয় সেইয়েই সম্প্ৰদান কাৰক হয়।

৪।ক) সম্প্ৰদানে চতুৰ্থী।

ব্যাখ্যা—সম্প্ৰদানে (সম্প্ৰদান কাৰকে বিৱক্ষিতে সতি) লিঙ্গাৎ পৰা চতুৰ্থী বিভক্তিঃ স্যাৎ।

সৰলাৰ্থ—সম্প্ৰদান কাৰক হলে লিঙ্গৰ পিছত চতুৰ্থী বিভক্তি হব। উদাহৰণ—দেহি বিপ্ৰেভ্যঃ।

৫। যজোৰ্ব্বা কৰ্ম্মকৰণং সম্প্ৰদানস্য কৰ্ম্মতা।

ব্যাখ্যা—যজঃ (যজ্ ধাতোঃ প্ৰয়োগে) কৰ্ম্ম (কৰ্ম্ম পদং) ৰা (বিকল্পেন) কৰণং (কৰণ কাৰকং স্যাৎ)। সম্প্ৰদানস্য স্থানে ৰা কৰ্ম্মতা কৰ্ম্ম-কাৰকং স্যাৎ।

সৰলাৰ্থ—যজ্ ধাতুৰ প্ৰয়োগত কৰ্ম্ম বাচক পদ বিকল্পে কৰণ কাৰক হব, আৰু সম্প্ৰদান বাচক পদৰ কৰ্ম্ম সংজ্ঞা হব। উদাহৰণ—ৰুদ্ৰংৰা যজতে।

৬। শ্লাঘ হ্নুঙ্স্থা শপাং বিজ্ঞাপনেচ্ছাবিষয়স্তথা।

ব্যাখ্যা—শ্লাঘ হ্নুঙ্স্থা শপাং ধাতূনাং প্ৰয়োগে বিজ্ঞাপনেচ্ছা বিষয়ঃ (জ্ঞাপনেচ্ছাশ্ৰয়ঃ-যঃ) তৎ সম্প্ৰদান কাৰকং স্যাৎ)।

সৰলাৰ্থ—শ্লাঘ-হ্নু-স্থা আৰু শপ্ ধাতুৰ প্ৰয়োগত জানিবলৈ ইচ্ছাৰ বিষয় যিটো হয় সেইয়েই সম্প্ৰদান কাৰক হব। উদাহৰণ—নৃপায় শ্লাঘতে।

৭। ক্ৰুধ দ্ৰুহেৰ্ষ্যাসূয়াৰ্থযোগে যংপ্ৰতি কুপ্যতি।

ব্যাখ্যা—ঈৰ্ষ্যাসূয়াৰ্থযোগে (ঈৰ্ষ্যা—অসূয়াৰ্থকয়োঃ ক্ৰুধদ্ৰুহোঃ ধাত্বোঃ প্ৰয়োগে) যংপ্ৰতি কুপ্যতি (ক্ৰুধ্যতি) তৎ সম্প্ৰদান কাৰকং স্যাৎ।

সৰলাৰ্থ—ঈৰ্ষা আৰু অসূয়াৰ্থক ক্ৰুধ আৰু দ্ৰুহধাতুৰ প্ৰয়োগত যাৰ প্ৰতি কোপ কৰা বুজায় সেইটোৱে সম্প্ৰদান কাৰক হয়। উদাহৰণ—সপত্নীভ্য ঈৰ্ষ্যতি।

৮। নদম্প্ৰদানতা সোপসৰ্গয়োস্তু ক্ৰুধদ্ৰুহোঃ।

ব্যাখ্যা---সোপসৰ্গয়োঃ ক্ৰুধ দ্ৰুহোঃ (উপসৰ্গ সহিতয়োঃ)ক্ৰুধ দ্ৰুহ ধাত্বোঃ) তু (কিন্তু) সম্প্ৰদানতা ন স্যাৎ।

সৰলাৰ্থ---উপসৰ্গযুক্ত ক্ৰুধ আৰু দ্ৰুহ ধাতুৰ যোগত সম্প্ৰদান কাৰক নহব। উদাহৰণ---শত্ৰুমভিক্ৰুধ্যতি।

৯। ৰাধীক্ষোৰ্য্যস্য ৱিৱিধ প্ৰশ্নোদৈৱাদিগোচৰঃ।

ব্যাখ্যা---ৰাধীক্ষোঃ (ৰাধ্-ঈক্ষোঃ ধাত্বোঃ প্ৰয়োগে) দৈৱাদিগোচৰঃ (দৈৱাদি বিষয়ে প্ৰশ্ন কৰ্ত্তা যঃ) তৎ সম্প্ৰদান কাৰকং স্যাৎ।

সৰলাৰ্থ---ৰাধ্ আৰু ঈক্ষ ধাতুৰ প্ৰয়োগত দৈৱ বিষয়েপ্ৰশ্ন কৰ্ত্তা যি হয় সেইয়েই সম্প্ৰদান কাৰক হয়। উদাহৰণ---পুত্ৰায় ৰাধ্যতি।

১০। প্ৰত্যন্বভ্যামুত্তৰস্য গৃণাতেঃ পূৰ্ব্বশংসিতা।

ব্যাখ্যা---প্ৰত্যনুভ্যাং (উপসৰ্গাভ্যাং) উত্তৰস্য (পৰস্য) গৃণাতেঃ (গৃ ধাতোঃ প্ৰয়োগে) পূৰ্ব্বশংসিতা (পূৰ্ব্বৱক্তা) যঃ (তৎ সম্প্ৰদান কাৰকং স্যাৎ)।

সৰলাৰ্থ---প্ৰতি আৰু অনু উপসৰ্গ যুক্ত গৃ ধাতুৰ প্ৰয়োগত পূৰ্ব্ব ৱক্তা যি হয় সেইটো সম্প্ৰদান কাৰক হব। উদাহৰণ---হোত্ৰে প্ৰতিগৃণাতি।

১১। প্ৰাত্যাঙ্পূৰ্ব্ব শৃণোতেস্তু যাচিতুঃসম্প্ৰদানতা।

ব্যাখ্যা---প্ৰাত্যাঙ্ পূৰ্ব্ব শৃণোতেস্তু (প্ৰতি আঙ্-উপসৰ্গাভ্যাংপৰস্য শ্ৰু ধাতোঃ প্ৰযোগে) (যাচিতুঃ যাচন কৰ্ত্তুঃযঃ) তৎ সম্প্ৰদান কাৰকং স্যাৎ।

সৰলাৰ্থ---প্ৰতি আৰু আ উপসৰ্গযুক্ত শ্ৰু ধাতুৰ প্ৰয়োগত যাচক কৰ্ত্তা যি হয় (সেইটোৰেই সম্প্ৰদান কাৰক হব।
উদাহৰণ---ব্ৰাহ্মণায় গাং প্ৰতিশৃণোতি।

১২। স্যাদাধাৰোঽধিকৰণম্ অধিকৰণে সপ্তমী।

ব্যাখ্যা---আধাৰঃ (ৱস্তুমাত্ৰাধাৰঃ) অধিকৰণং (অধিকৰণকাৰকং স্যাৎ), অধিকৰণে বিৱক্ষিতে সতি লিঙ্গাৎ পৰা সপ্তমী ৱিভক্তিঃ স্যাৎ।

সৰলাৰ্থ—বস্তু মাত্ৰৰ আধাৰেই অধিকৰণ কাৰক হ'ব, আৰু অধিকৰণ কাৰকত সপ্তমী বিভক্তি হ'ব। উদাহৰণ—ঘটেৰাগম্।

১৩। কৰণংসাধকতমম্। কৰণে তৃতীয়াস্যাৎ।

ব্যাখ্যা—সাধকতমম্ (অতিশয়েন সাধকং যৎ) তৎ কৰণং (কৰণ কাৰকং স্যাৎ), কৰণে বিবক্ষিতে সতি লিঙ্গাৎ পৰা তৃতীয়া বিভক্তিঃ স্যাৎ।

সৰলাৰ্থ—অতিকৈ ক্ৰিয়াৰ সাধক যি সেইয়েই কৰণ কাৰক হ'ব, আৰু কৰণ কাৰকত লিঙ্গৰ পাছত তৃতীয়া বিভক্তি হ'ব। উদাহৰণ—চক্ষুষা দ্ৰক্ষ্যতি।

১৪। দীব্যতেঃ কৰণং কৰ্ম্ম চ।

ব্যাখ্যা—দীব্যতেঃ (দীব্ ধাতোঃ প্ৰয়োগে সতি) কৰণং (কৰণ্ কাৰকং চ) কৰ্ম্ম সংজ্ঞা স্যাৎ।

সৰলাৰ্থ—দীব্ ধাতুৰ প্ৰয়োগত কৰণ কাৰকৰ কৰ্ম্মসংজ্ঞা হ'ব। উদাহৰণ—অক্ষানক্ষৈশ্চ দীব্যতি।

১৫। পৰিক্ৰয়স্য কৰণং সম্প্ৰদানং বিভাষয়া।

ব্যাখ্যা—পৰিক্ৰয়স্য (পৰিপূৰ্ব্বক ক্ৰি ধাতোঃ প্ৰয়োগে) কৰণং (কৰণ কাৰকং) বিভাষয়া (বিকল্পেন) সম্প্ৰদান কাৰকং স্যাৎ।

সৰলাৰ্থ—পৰিপূৰ্ব্বক ক্ৰি ধাতুৰ প্ৰয়োগত হোৱা কৰণ কাৰক বিকল্পে সম্প্ৰদান কাৰক হ'ব। উদাহৰণ—শতেন শতায় বা পৰিক্ৰীতঃ।

১৬। যৎ কৰ্ত্তুঃ ক্ৰিয়য়া ব্যাপ্যং তৎকৰ্ম্ম পৰিকীৰ্ত্তিতম্।

ব্যাখ্যা—যৎ কৰ্ত্তুঃ ক্ৰিয়য়া ব্যাপ্যং (বাপ্যতে) তৎকৰ্ম্ম (কৰ্মকাৰকং) শিষ্টৈঃ পৰিকীৰ্ত্তিতম্। কৰ্ম্মণি বিবক্ষায়াং লিঙ্গাৎপৰা দ্বিতীয়া বিভক্তিঃ স্যাৎ।

সৰলাৰ্থ—কৰ্ত্তৃ বাচক পদৰ ক্ৰিয়াৰ দ্বাৰা যাৰ ওপৰত ক্ৰিয়া সম্পন্ন হয় সেইয়েই কৰ্ম্মকাৰক হয়। কৰ্ম্ম কাৰকৰ লিঙ্গৰ পিছত দ্বিতীয়া বিভক্তি হয়। উদাহৰণ—কৃষ্ণং বন্দেৰাক্তি।

১৭। দুহি যাচি ৰুধি প্ৰচ্ছি ভ্ৰুৱো ৰহি জি গ্ৰাহি চি দণ্ডিনী
হৃঞঃ । কৃষি ভিক্ষতি শাসি মন্থয়ঃ—
কৱিনাখ্যায়িষত দ্বিকৰ্ম্মকাঃ ॥

ব্যাখ্যা—দুহি যাচি ৰুধি প্ৰচ্ছি ব্ৰুৱঃ ধাতৱঃ ৰহিজি গ্ৰাহি চি দণ্ডিনী হৃঞঃ ধাতৱঃ, কৃষি ভিক্ষতি শাসি মন্থয়ঃ ধাতৱশ্চ কৱিনা (পণ্ডিতেন) দ্বিকৰ্ম্মকাঃ ধাতৱঃ আখ্যায়িষত।

সৰলাৰ্থ—দুহ্-যাচ্-ৰুধ্-প্ৰচ্ছ-ব্ৰু-ৰহ্-জি-গ্ৰহ-চি-দণ্ডি-নী-হৃ-কৃষ্-ভিক্ষ্ শাস্-মন্থ আদি ধাতুবোৰ দ্বিকৰ্ম্মক ধাতু বুলি পণ্ডিতসকলে কয়। উদাহৰণ—গাং দোগ্ধি পয়ঃ।

১৮-২০।—গৌনং কৰ্ম্মাভিধেয়ং স্যাদ্ভূয়িষ্ঠানাং দ্বিকৰ্ম্মণাম্ ।
হৃঞনী ৰহি কৃষাংমুখ্যং । গত্যাদেৰিনি কৰ্ম্ম যৎ ।

ব্যাখ্যা—ভূয়িষ্ঠানাং (প্ৰচুৰতানাং) দ্বিকৰ্ম্মনাং (ধাতুনাং) গৌনং (অমুখ্যং) কৰ্ম্ম-অভিধেয়ং (অভিহিতৎ) স্যাৎ, হৃঞনীৰহি কৃষাং (ধাতুনাং) মুখ্যং কৰ্ম্ম অভিধেয়ং স্যাৎ। গত্যাদেঃ ধাতোঃ প্ৰয়োগেইনি সতি যৎ কৰ্ম্ম-তৎ-অভিধেয়ংস্যাৎ।

সৰলাৰ্থ—বেছিভাগ দ্বিকৰ্ম্মক ধাতুৰেই গৌণ কৰ্ম্ম অভিহিত হব। হৃ-নী-ৰহ্ আৰু কৃষ্ ধাতুৰ মুখ্য কৰ্ম্ম অভিহিত হব। ইনন্ত গম্ ধাতুৰ যিটো কৰ্ম্ম হব সেইটো অভিহিত হব।
উদাহৰণ—গৌৰ্দুহ্যতে পয়ঃ।

২১। কালভাৱাধ্ব গন্তব্য দেশাঃ কৰ্ম্মাণ্যকৰ্ম্মণাম্ ।

ব্যাখ্যা—অকৰ্ম্মনাং (কৰ্ম্মৰহিতানাং ধাতুনাং প্ৰয়োগে) কাল ভাৱাধ্ব গন্তব্য দেশাঃ কৰ্ম্মাণি স্যুঃ।

সৰলাৰ্থ—অকৰ্ম্মক ধাতুৰ প্ৰয়োগত কাল-ভাৱ-অধ্বগন্তব্য আৰু দেশ বাচক শব্দবোৰৰ কৰ্ম্ম সংজ্ঞা হব। উদাহৰণ—মাসমাস্তে।

২২-২৪। উপান্বধ্যাঙ্পূৰ্ব্বকস্যৱসতেঃ । ৱাভিনেৰ্ব্বিশঃ
অধেঃপৰেযাংশীঙ্স্থাসামাধাৰঃ কৰ্ম্মগীয়তে ।

ব্যাখ্যা—উপান্বধ্যাঙ্ (উপ-অনু-অধি-আঙ্ উপসৰ্গানাং) পূৰ্ব্বকস্য ৱসতেঃ ৱস্ ধাতোঃ প্ৰয়োগে) আধাৰঃ ৱা (ৱিকল্পেন) কৰ্ম্ম

শিষ্টৈঃ গীয়তে। অধেঃ উপসৰ্গাৎ পৰেষাং শীঙ স্থাসাম্ (ধাতূ-নাং) আধাৰঃ কৰ্ম্ম শিষ্টৈঃ গীয়তে। ৰা ভিনেৰ্ৱিশঃ (অভি-নি উপসৰ্গয়োঃ পৰস্য বিশঃ (বিশ্ ধাতোঃ) ৰা (ৰিকল্পেন) আধাৰঃ কৰ্ম্মত্বস্তুঃ স্যাৎ।

সৰলাৰ্থ—উপ-অনু-অধি-আ-উপসৰ্গযুক্ত ৰস্ ধাতুৰ প্ৰয়োগত যি পদ আধাৰ হয় তাৰ কৰ্ম্ম সংজ্ঞা হয়। অভি নি উপসৰ্গ যুক্ত, বিশ ধাতুৰ প্ৰয়োগত যি পদ আধাৰ হয় সেই পদ বিকল্পে কৰ্ম্ম সংজ্ঞা হয় আৰু অধি উপসৰ্গ যুক্ত শী-স্থা- আৰু আস্ ধাতুৰ প্ৰয়োগত যি আধাৰ হয় তাৰ কৰ্ম্ম সংজ্ঞা হব বুলি পণ্ডিতসকলে কয়। উদাহৰণ—তীৰ্থমুপৰসতি।

২৫। নিবৃত্যৰ্থে ৰাৰসতেঃ।

ব্যাখ্যা—নিবৃত্যৰ্থে (ভোজনাভাৱে অৰ্থে গম্যমানে সতি) ৰসতেঃ (ৰস্ ধাতোঃ প্ৰয়োগে) আধাৰঃ ৰা ৰিকল্পেন) কৰ্ম্ম শিষ্টৈঃ গীয়তে।

সৰলাৰ্থ—ভোজনৰ অভাৱ হোৱা অৰ্থ বুজালে ৰস্ ধাতুৰ প্ৰয়োগত আধাৰ বুজোৱা পদৰ বিকল্পে কৰ্ম্ম সংজ্ঞা হব। উদাহৰণ—গ্ৰামে উপৰসতি গ্ৰামাংৰা।

২৬। গতি বুদ্ধি প্ৰত্যৱসিতি শব্দাৰ্থানামকৰ্ম্মকাণাঞ্চ।
ইন্যকৃতে যঃ কৰ্ত্তা স ইনি সতি কৰ্ম্মসংজ্ঞঃস্যাৎ।

ব্যাখ্যা—গতি বুদ্ধি প্ৰত্যৱসিতি শব্দাৰ্থানাং (গত্যৰ্থক বুদ্ধ্যৰ্থক-ভোজনাৰ্থক-শব্দাৰ্থকানাঞ্চ) অকৰ্ম্মনাং (কৰ্ম্ম ৰহিতানাঞ্চ ধাতূনাং প্ৰয়োগে) ইন্যকৃতে (ইনঃ প্ৰাক) যঃ কৰ্ত্তা—ইনি সতি সঃ কৰ্ম্ম সংজ্ঞঃ স্যাৎ।

সৰলাৰ্থ—গত্যৰ্থক-জ্ঞানাৰ্থক-ভোজনাৰ্থক-শব্দাৰ্থক আৰু অকৰ্ম্মক ধাতুবোৰৰ ইন্ প্ৰত্যয় হোৱাৰ আগৰ যি কৰ্ত্তা পদ হয়, ইন্ প্ৰত্যয় হোৱাৰ পিছত সেই পদটোৰ কৰ্ম্ম সংজ্ঞা হব। উদাহৰণ—যাপয়তি গ্ৰামং বিপ্ৰম্।

২৭। হৃক্ৰোৰ্ব্বা।

ব্যাখ্যা—হৃক্ৰোঃধাত্বোঃ প্ৰয়োগে—ইন্যকৃতে যঃ কৰ্ত্তা স ইনি সতি ৰা (ৰিকল্পেন) কৰ্ম্ম সংজ্ঞঃ স্যাৎ।

সৰলাৰ্থ—হৃ আৰু কৃ ধাতুৰ প্ৰয়োগত ইন্ প্ৰত্যয় হোৱাৰ আগৰ যি কৰ্তা পদ হয়, ইন্ প্ৰত্যয় হোৱাৰ পিছত সেই পদৰ কৰ্ম্ম সংজ্ঞা বিকল্পে হ'ব। উদাহৰণ—হাৰয়তি কৃষ্ণঃ অৰ্জ্জুনম্।

২৮। গ্ৰাহিৱদিনন্ত গত্যাদ্যৰ্থক ধাতো দ্বিকৰ্ম্মকতোক্তেৱ।
সিদ্ধেসূত্ৰাৰম্ভং নিত্যাৰ্থং ৱৰ্ণয়ন্ত্যন্যে।

২৯। গত্যাদেৰ্ৱনিনঃ কৰ্ত্তুৰ্নিত্যং স্যাদিনিকৰ্ম্মতা।
অন্যাসাংদান পাকাদি ক্ৰিয়াণাস্তুবিভাষয়া ॥

ব্যাখ্যা—গ্ৰাহিৱৎ (ইনন্ত গ্ৰাহি গ্ৰহণাদেৱ তস্য যথাদ্বিকৰ্ম্মকতা-উক্তা) তথা ইনন্ত গত্যৰ্থক ধাতোঃ (দ্বিকৰ্ম্মকতা উক্তা), সিদ্ধে সূত্ৰাৰম্ভং (গত্যেতিসূত্ৰস্য আৰম্ভং) নিত্যাথং (নিয়মাৰ্থং) অন্যেৱৰ্ণয়ন্তি (কথয়ন্তি), গত্যাদেঃ (ধাতোঃ) অনিনঃ (ইনঃ প্ৰাক্) কৰ্ত্তুঃ—ইনি সতি নিত্যং কৰ্ম্মতা চ স্যাৎ, অন্যাসাং দান পাকাদি ক্ৰিয়ানাং তু ৱিভাষয়া (ৱিকল্পেন) অনিনঃ কৰ্ত্তুঃ—ইনি সতি কৰ্ম্মতা স্যাৎ।

সৰলাৰ্থ—ইনন্ত অৰ্থাৎ ইন্ প্ৰত্যয় হোৱা গ্ৰাহি ধাতুৰ দৰে গত্যৰ্থক ধাতুৰ ইনন্ত কৰা নিয়মৰ বাবে এই সূত্ৰ আৰম্ভ কৰা বুলি পণ্ডিত-সকলে কয়। ইন্ প্ৰত্যয় নোহোৱা গত্যৰ্থক ধাতুবোৰৰ, ইনন্ত হোৱাৰ আগৰ কৰ্ত্তৃবাচক পদ ইনন্ত হোৱাৰ পিছত নিত্যন্তে কৰ্ম্মসংজ্ঞা হব; কিন্তু অন্য দানাৰ্থক আৰু পচনাৰ্থক ধাতুবোৰৰ কৰ্ত্তৃবাচক পদ ইনন্ত হোৱাৰ পিছত বিকল্পে কৰ্ম্ম সংজ্ঞা হব। উদাহৰণ—ত্বামপ্যস্ৰং নৱজলময়ংমো চয়িষ্যত্যৱশ্যাম্।

৩০। নীৱহ্যাদি-খাদীনাং ন ভৱতি।

ব্যাখ্যা—নীৱহ্যাদি খাদীনাং ধাতুনাং প্ৰয়োগে সতি অনিনঃ কৰ্ত্তুঃ—ইনি সতি কৰ্ম্ম সংজ্ঞা ন ভৱতি।

সৰলাৰ্থ—নী-বহ্-অদ আৰু খাদ্ আদি ধাতুৰ প্ৰয়োগত ইনন্ত নোহোৱা কৰ্ত্তৃবাচক পদ ইনন্ত হোৱাৰ পিছত কৰ্ম্মসংজ্ঞা নহব। উদাহৰণ—ভৃত্যোঃশিশুংনায়য়তি।

৩১. ভক্ষে-ৰহিংসায়াম্ ।

ব্যাখ্যা—অহিংসায়াং (হিংসাৰহিতায়াং গম্যমানায়াং সত্যাং) ভক্ষেঃ (ভক্ষ ধাতোঃ প্রয়োগে) অনিনঃ কৰ্ত্তা ইনি সতি কৰ্ম্ম সংজ্ঞা ন ভৱতি।

সৰলাৰ্থ—অহিংসা অৰ্থ বুজালে ভক্ষ ধাতুৰ প্রয়োগত অনিন কালৰ কৰ্ত্তাই ইনন্ত হোৱাৰ পিছত কৰ্ম্ম সংজ্ঞা নহব।
উদাহৰণ—ভক্ষয়তিপিণ্ডীং দেৱদত্তেন যজ্ঞদত্তঃ।

৩২। ক্রন্দি শব্দায়তিহ্বাঞ্চ ।

ব্যাখ্যা—ক্রন্দি শব্দায়তিহ্বাং ধাতূনাং চ প্রয়োগে অনিনঃ কৰ্ত্তুঃ—ইনি সতি-কৰ্ম্ম-সংজ্ঞা ন ভৱতি।

সৰলাৰ্থ—ক্রন্দ শব্দায় আৰু হেব ধাতুৰ প্রয়োগত অনিন কালৰ কৰ্ত্তাপদ ইনন্ত হোৱাৰ পিছত কৰ্ম্ম সংজ্ঞ নহব।
উদাহৰণ—ক্রন্দয়তিৰালেন গুৰুঃ।

৩৩। অন্যতৰস্যাং-জ্ঞেয়ং দৃশভিৱদোৰাত্মনেপদিনোঃ

ব্যাখ্যা—আত্মনেপদিনোঃ (আত্মনে পদে প্রৱৰ্ত্তমানয়োঃ) দৃশভিৱদোঃ (দৃশ—অভিৱদোঃ ধাত্বোঃ প্রয়োগে) অনতৰস্যাং (ৱিকল্পেন) অনিনঃ কৰ্ত্তুঃ—ইনি সতি কৰ্ম্মসংজ্ঞা ভৱত্তিঃ জ্ঞেয়ঃ।

সৰলাৰ্থ—আত্মনে পদী হোৱা দৃশ্ আৰু অভি-ৱদ্ ধাতুৰ প্রয়োগত অনিন কালৰ কৰ্ত্তাপদ ইনন্ত হলে বিকল্পে কৰ্ম্ম সংজ্ঞা হব বুলি জানিব। উদাহৰণ—অভিৱাদয়তে গুৰুং পুত্রং পিতা।

৩৪। ক্রিয়া-সিদ্ধৌ-যঃ স্বতন্ত্রঃ স কৰ্ত্তা ।

ব্যাখ্যা—ক্রিয়া সিদ্ধৌ (ক্রিয়া নিষ্পত্তৌ) স্বতন্ত্রঃ (স্বেচ্ছাধীনক্রিয়ানুকূল কৃতিমান যঃ) সঃ কৰ্ত্তা (কৰ্ত্তৃকাৰকং স্যাৎ)।

সৰলাৰ্থ—স্বাধীনভাৱে যিয়ে ক্রিয়া সমাধা কৰে—সেইটোৱেই কৰ্ত্তা কাৰক হয়। উদাহৰণ—পাতু ৱো হৰিঃ।

৩৫। কৰ্ত্তৃ প্রযোজকো হেতুঃ কৰ্ত্তাচেত্যুপদিশ্যতে ।

ব্যাখ্যা—কৰ্ত্তৃ প্রযোজকঃ (কৰ্ত্তৃ প্রেৰকঃ যঃ) স হেতু উচ্যতে (কৰ্ত্তাচ ইতি শিষ্টৈঃ উপদিশ্যতে)।

সৰলাৰ্থ—কৰ্ত্তাই প্ৰেৰণ কৰা অৰ্থ বুজালে সেইটো হেতু কৰ্ত্তা হ'ব বুলি শিষ্টসকলে কয়। উদাহৰণ—গুৰুণা-অধাপ্যতে শিষ্যঃ।

৩৬। এষামুভয় প্ৰাপ্তৌ পৰ কাৰকমেৱ মন্তব্যম্ ।

ব্যাখ্যা—এষাং (কাৰকাণাং মধ্যে) উভয় প্ৰাপ্তৌ (কাৰকদ্বয়োঃ প্ৰাপ্তৌ সত্যাং) পৰকাৰকং (পৰৱৰ্ত্তী কাৰকংযৎ) তদেৱ ভৱতিঃ মন্তব্যম্।

সৰলাৰ্থ—উক্ত কাৰকবোৰৰ ভিতৰত একেলগে দুটা কাৰক হোৱাৰ সম্ভাৱনা হলে পিছৰ কাৰক পদকে আপোনালোকে গ্ৰহণ কৰাটো উচিত হব। উদাহৰণ—স্থাল্যাংভুঙ্ক্তে।

৩৭। ৱিৱক্ষাতঃ কাৰকাণি ভৱন্তীতি ব্যৱস্থিতেঃ ।

বৃক্ষস্য পৰ্ণং পততীত্যাদয়ো ন ৱিৰুধ্যন্তে ।

ব্যাখ্যা—ৱিৱক্ষাতঃ (কৰ্ত্তুৰিচ্ছানুসাৰেণ) কাৰকাণি (অপাদানাদিনি) ভৱন্তি—ইতি ব্যৱস্থিতে বৃক্ষস্য পাৰ্ণং পততীত্যাদয়ো ন ৱিৰুধ্যন্তে।

সৰলাৰ্থ—কৰ্ত্তাৰ ইচ্ছানুসাৰে অপাদানাদি কাৰকবোৰ ব্যৱহৃত হব, গতিকে—'বৃক্ষস্য পৰ্ণং পততি' এনে বাক্য প্ৰয়োগত কোনো বিৰোধ নাথাকিব। উদাহৰণ—গৱাং দোগ্ধি পয়ঃ।

৩৮। অথ ৱাণী ৱিলাসিন্যাঃ সাক্ষাদ্বিভ্ৰমভঙ্গয়ঃ ।

উপাদেয়াঃ প্ৰদৰ্শন্তে কাৰকাণাং ৱিভক্তয়ঃ ।

ব্যাখ্যা—অথ (ষট্ কাৰক কথনান্তৰতঃ) ৱাণীৱিলাসিন্যাঃ (ৱাগ্‌দেৱ্যাঃ) সাক্ষাদ্বিভ্ৰম ভঙ্গয়ঃ (ৱিলাসকৌশল ইৱ) অতএৱ উপাদেয়াঃ (উপাদানাৰ্হাঃ) কাৰকাণাং ৱিভক্তয়ঃ ময়া প্ৰদৰ্শ্যন্তে।

সৰলাৰ্থ—ষট্ কাৰক অৰ্থাৎ ছয় প্ৰকাৰৰ কাৰক প্ৰকাশ কৰাৰ পিছত ৱীণাপাণিৰ বিলাস কোশলৰ দৰে উপাদেয় অপাদান আদি কাৰক বিভক্তিসমূহৰ বিষয়ে কোৱা হ'ব।

৩৯। লিঙ্গাৰ্থেঽভিহিতে সম্বোধনেচ প্ৰথমা মতা ।

ব্যাখ্যা—লিঙ্গাৰ্থে অৰ্থে, অভিহিতে-অৰ্থে, সম্বোধনে চ-অৰ্থে গম্যমানেষু সতিষু লিঙ্গাৎ পৰা প্ৰথমা ৱিভক্তিঃ শিষ্টৈঃ মতাঃ (উক্তাঃ)

সৰলাৰ্থ—লিঙ্গাৰ্থৎ—অভিহিত অৰ্থত আৰু সম্বোধন অৰ্থত—লিঙ্গৰ পিছত প্ৰথমা বিভক্তি হ'ব বুলি শিষ্টসকলে কয়। উদাহৰণ—ৰামঃ।/

৪০। অপ্ৰাপ্তৌ প্ৰথমায়া ৱিজ্ঞাতব্যা দ্বিতীয়াদ্যাঃ ।

ব্যাখ্যা—প্ৰথমায়াঃ (প্ৰথমা ৱিভক্তেঃ) অপ্ৰাপ্তৌ সত্যাং দ্বিতীয়াদ্যাঃ (দ্বিতীয়া প্ৰভৃতি ৱিভক্তয়ঃ) ভৱন্তিঃ ৱিজ্ঞাতব্যাঃ (বোদ্ধব্যাঃ)।

সৰলাৰ্থ—কোনো পদত প্ৰথমা বিভক্তি নহ'লে তেতিয়া দ্বিতীয়া প্ৰভৃতি বিভক্তিবোৰ হ'ব বুলি আপোনালোকে ধৰিব লাগিব। উদাহৰণ—বৃক্ষং বৃক্ষং প্ৰতিসিচ্যতে।

৪১। দ্বিতীয়া কৰ্ম্মণি ।

ব্যাখ্যা—কৰ্মণি (কৰ্ম্মকাৰকাশ্ৰয়ে লিঙ্গে) দ্বিতীয়া ৱিভক্তিঃ স্যাৎ।

সৰলাৰ্থ—কৰ্ম্মকাৰক হোৱা বুজালে লিঙ্গৰ পিছত দ্বিতীয়া বিভক্তি হ'ব। উদাহৰণ—হৰিং স্মৰ।

৪২। অত্যন্ত যোগে কালাধ্বনোৰপি ।

ব্যাখ্যা—অত্যন্ত যোগে (ক্ৰিয়াগুণ দ্ৰব্যানামৱিচ্ছেদে-অৰ্থে গম্যমানে সতি) কালাধ্বনোৰপি (কালৱাচক অধ্বৱাচক লিঙ্গাৎ পৰা) দ্বিতীয়া ৱিভক্তিঃ স্যাৎ)।

সৰলাৰ্থ—ক্ৰিয়া-গুণ- আৰু দ্ৰব্যৰ দ্বাৰা অৱিচ্ছেদ্য হোৱা অৰ্থ বুজালে কালবাচক আৰু অধ্ববাচক লিঙ্গৰ পিছত দ্বিতীয়া হ'ব। উদাহৰণ—মাসমধীতে।

৪৩। অপৱৰ্গে হ্ ধ্বকালাভ্যাং তৃতীয়ৈৰৱিধীয়তে ।

ব্যাখ্যা—অপৱৰ্গে (ক্ৰিয়াসিদ্ধৌ ফলত্যাগে-অৰ্থেগম্যমানে সতি) অধ্ব-কালাভ্যাং (মাৰ্গৱাচক-কালৱাচক শব্দাভ্যাং পৰা) তৃতীয়ৈৱ (তৃতীয়া-ৱিভক্তিৰেৱ শিষ্টৈঃ ৱিধীয়তে।)

সৰলাৰ্থ—অপৱৰ্গ অৰ্থাৎ ক্ৰিয়া সিদ্ধ হৈ তাৰ ফল লাভ কৰা অৰ্থ বুজালে বাট-পথ বুজোৱা আৰু কালবাচক শব্দৰ পিছত তৃতীয়া বিভক্তি হ'ব বুলি শিষ্টসকলে কয়।
উদাহৰণ—যোজনেন গ্ৰামঃ প্ৰাপ্তঃ।

৪৪। পঞ্চমী সপ্তমী চ স্যান্মধ্যে কাৰকয়োৰ্দ্বয়োঃ ।

ব্যাখ্যা—দ্বয়োঃ কাৰকয়োঃ (মধ্যে) অধ্বৱাচক-কাল-ৱাচকাভ্যাং পৰে অত্যন্ত যোগে পঞ্চমী সপ্তমী চ বিভক্তিঃ স্যাৎ।

সৰলাৰ্থ—দুটা কাৰকৰ মাজত অত্যন্ত সংযোগ বুজালে অধ্ববাচক আৰু কালবাচক পদৰ পিছত পঞ্চমী আৰু সপ্তমী বিভক্তি হ'ব। উদাহৰণ—দ্ব্যহাদ্ভোক্তা দ্ব্যহে বা।

৪৫। এনৰন্ত পদৈৰ্যুক্তাদ্দ্বিতীয়া ষষ্ঠ্যপি কচিৎ।

ব্যাখ্যা—এনৰন্ত পদৈৰ্যুক্তাৎ (এনপ্ প্ৰত্যয়ান্ত পদৈৰ্যুজ্যমানাৎ লিঙ্গাৎ পৰা দ্বিতীয়া বিভক্তিঃ স্যাৎ, কচিৎ ষষ্ঠ্যপি স্যাৎ।

সৰলাৰ্থ—এনপ্ প্ৰত্যয়ান্ত শব্দৰ পিছত দ্বিতীয়া বিভক্তি হ'ব আৰু কেতিয়াবা ষষ্ঠী বিভক্তি হ'ব। উদাহৰণ—অৰ্ণবং দাৰু ব্ৰহ্মভাতি।

৪৬। অভিতঃ পৰিতঃ সময়া নিকষোভয়তোঽন্তৰান্তৰেণ পৃথক্।
ধিক্সৰ্ব্বতো ৱিনৰ্ত্তেহা ধোঽধোঽধ্যধ্যপৰ্য্যুপৰি। নানা
প্ৰতি পূৰ্ব্বোভাশ্চৈভিৰ্যোগে দ্বিতীয়া স্যাৎ।

ব্যাখ্যা—অভিতঃ পাৰিতঃ সময়া নিকষোভয়তো হন্তৰান্তৰেণ পৃথক্ ধিক্ সৰ্ব্বতো ৱিনৰ্ত্তেহাধোঽধোঽধ্যধ্য পৰ্য্যুপৰি নানা প্ৰতি পূৰ্ব্বভাশ্চৈৰেভিঃ শব্দৈঃ যোগে সতি যুজমানাৎ লিঙ্গাৎ পৰা দ্বিতীয়া ৱিভক্তিঃ স্যাৎ।

সৰলাৰ্থ—অভিতঃ পৰিতঃ সময়া নিকষা উভয়তঃ অন্তৰাঅন্তৰেণ পৃথক্-ধিক্ নানা সৰ্ব্বতঃ ৱিনাঋতে হা অধোঽধঃ—অধ্যধি-উপৰ্য্যুপৰিপ্ৰতি-পূৰ্ব্বক ভা আদি শব্দৰ যোগত দ্বিতীয়া বিভক্তি হ'ব। উদাহৰণ—নদীমুভয়তোগিৰিঃ।

৪৭। অনুঃ সহাৰ্থে হেত্বৰ্থে হীনেচানুৰুপোঽপিচ।
যাৱদ্ব্যাপ্তৌ পূজনে সুঃ পূজাতি ক্ৰমযোৰতিঃ।
লক্ষণ ইত্থম্ভূতাখ্যানে ভাগে চ ৱীপ্সায়াম্ ॥
প্ৰতি পৰ্য্য নৱো ভা গং হিত্বাভিৰ্ল্লক্ষণাদ্যৰ্থে ॥
অন্বাদয়ঃ সহাৰ্থাদৌ কৰ্ম্ম প্ৰৱচনীয়কাঃ।
এতৈৰ্যোগে দ্বিতীয়া স্যাদ্বিষয়াৰ্থে হধিনাপিচ ॥

ব্যাখ্যা—সহাৰ্থে-অৰ্থে-অনুঃ (অব্যয়ং স্যাৎ), হেত্বৰ্থে হীনে চ অৰ্থে অনু উপেহপিচ অব্যয়ং স্যাৎ, ব্যাপ্তৌ অৰ্থে যাৱৎ অব্যয়ং স্যাৎ,

সৰলাৰ্থ---অন্ প্ৰত্যয় হলে ঋ ধাতুৰ ঠাইত ঋচ্ছ হব।
উদাহৰণ---ঋচ্ছতি।

৩৬। অতি বেগাৰ্থে সৰ্ত্তে ধাৱ ।

ব্যাখ্যা---অনি পৰে সতি অতি বেগাৰ্থে-অৰ্থে গম্যমানে চ সতি) সৰ্ত্তেঃ (সৃ ধাতোঃ স্থানে) ধাৱ স্যাৎ।

সৰলাৰ্থ---অন্ প্ৰত্যয় হলে আৰু অতি বেগ হোৱা অৰ্থ বুজালে সৃ ধাতুৰ ঠাইত ধাৱ হব। উদাহৰণ---ধাৱতি।

৩৭। সদঃ সীদ ।

ব্যাখ্যা---অনি পৰে সতি সদঃ (সদ্ ধাতোঃ স্থানে) সীদ স্যাৎ।

সৰলাৰ্থ---অন্ প্ৰত্যয় হলে সদ্ ধাতুৰ ঠাইত সীদ হব।
উদাহৰণ---সীদতি।

৩৮। শদেঃ শীয়ঙ্ ।

ব্যাখ্যা---অনি পৰে সতি শদেঃ (শদ্ ধাতোঃ স্থানে) শীয়ঙ্ স্যাৎ।

সৰলাৰ্থ---অন্ প্ৰত্যয় হলে শদ৯ ধাতুৰ ঠাইত শীয়ঙ হব।
উদাহৰণ---শীয়তে।

৩৯। কৃপে ৰো লঃ ।

ব্যাখ্যা---অনি পৰেসতি কৃপেঃ (কৃপ্ ধাতোঃ) ৰঃ ৰ কাৰস্য স্থানে) লঃ স্যাৎ।

সৰলাৰ্থ---অন্ প্ৰত্যয় হলে কৃপ্ ধাতুৰ ৰ কাৰৰ ঠাইত ল্ল হব।
উদাহৰণ---কল্পতে।

৪০। ঋ ঌ ক্বাপি ।

ব্যাখ্যা---ক্বাপি (কুত্ৰাপি প্ৰসিদ্ধ প্ৰয়োগে) কৃপেঃ ঋ স্থানে ঌ স্যাৎ।

সৰলাৰ্থ---কেতিয়াবা প্ৰসিদ্ধ প্ৰয়োগত কৃপ্ ধাতুৰ ঋকাৰৰ ঠাইত ঌকাৰ হব। উদাহৰণ---কৢপ্তঃ।

৪১। গিৰোঽচিৱা ।

ব্যাখ্যা---অগুণেঅচিপৰে সত্তি গিৰঃ (গিৰ্ ধাতোঃ) ৰস্যস্থানে ৱা (দ্বিকল্পেন) লঃ স্যাৎ।

সৰলাৰ্থ—অগুণ অচ্ সংজ্ঞক বৰ্ণ পিছত থাকিলে গিম্ ধাতুৰ ম বৰ্ণৰ ঠাইত বিকল্পে ল হব। উদাহৰণ—গিলতি।

৪২। ৰি যৃকাৰস্যান্য গুণে ।

ব্যাখ্যা—অগুণে-অনি পৰে সতি ধাতোঃ—ঋকাৰস্য স্থানে ৰিয় স্যাৎ।

সৰলাৰ্থ—অগুণ হোৱা অন প্ৰত্যয় পিছত থাকিলে ধাতুৰ ঋকাৰৰ ঠাইত ৰিয় হব। উদাহৰণ—ধ্ৰিয়তে।

৪৩। মুচাদেৰ্নুম্ স্বৰাৎ পৰঃ ।

ব্যাখ্যা—অগুণে অনি পৰে সতি মুচাদেঃ ধাতোঃ স্বৰাৎ পৰঃ নুম্ প্ৰত্যয়ঃ স্যাৎ।

সৰলাৰ্থ—অগুণ হোৱা অন্ প্ৰত্যয় পিছত থাকিলে মুচাদি ধাতুৰ স্বৰ বৰ্ণৰ পিছত নুম্ প্ৰত্যয়ৰ ন কাৰ হব। উদাহৰণ—মুঞ্চতি।

৪৪। ন তৃণ্ ফাদেৰ্নকাৰ লুক্ ।

ব্যাখ্যা—অগুণে—অনি পৰে সতি তৃণ্ ফাদেঃ ধাতোঃ নকাৰঃ লুক্ ন স্যাৎ।

সৰলাৰ্থ—অগুণ্ অন্ প্ৰত্যয় পিছত থাকিলে তৃণফাদি ধাতুৰ ন কাৰৰ লোপ নহব। উদাহৰণ—তৃম্ফতি।

৪৫। ও কাৰ উঃ স্বৰে গোহেঃ।

ব্যাখ্যা—স্বৰে পৰে সতি গোহেঃ (গোহ ধাতোঃ) ওকাৰস্য স্থানে উকাৰঃ স্যাৎ।

সৰলাৰ্থ—স্বৰবৰ্ণ পিছত থাকিলে গোহ ধাতুৰ ওকাৰৰ ঠাইত উকাৰ হব। উদাহৰণ—গূহতি।

৪৬। ধাতোৰিদনুবন্ধস্য স্বৰা ন্নুম্ স্যাৎ ।

ব্যাখ্যা—ইদনুবন্ধস্য (ইকাৰানুবন্ধস্য) ধাতোঃ স্বৰাৎ পৰঃ নুম্ স্যাৎ।

সৰলাৰ্থ—ইকাৰানুবন্ধি ধাতুৰ স্বৰবৰ্ণৰ পিছত নুম্ প্ৰত্যয়ৰ ন হব। উদাহৰণ—নন্দতি।

৪৭। অগুণে হস্ত্যব্যঞ্জনাদি ন লোপঃ স্যাৎ নুমং বিনা।

ব্যাখ্যা—অগুণে প্ৰত্যয়ে পৰে সতি নুমং (নুম্ প্ৰত্যয়ং) বিনা (বৰ্জয়িত্বা) অন্ত্যব্যঞ্জনাদি (অন্তস্থিত ব্যঞ্জনবৰ্ণস্য) পূৰ্ব্ব নকাৰঃ লোপঃ স্যাৎ।

সৰলাৰ্থ---অগুণ প্ৰত্যয় পিছত থাকিলে নুম্ প্ৰত্যয়ৰ বাহিৰে আন প্ৰত্যয়ৰ অন্তস্থিত (শেষত থকা) ন লোপ হব। উদাহৰণ--দশতি

৪৮। দিৱাদেঃ কৰ্ত্তৰি শিতি যণ্ ।

ব্যাখ্যা---কৰ্ত্তৰি ৱিহিতে শিতি পৰে সতি দিৱাদেঃ ধাতোঃ পৰঃ যন্ স্যাৎ।

সৰলাৰ্থ---কৰ্ত্তৃবাচ্যত শিত্ সংজ্ঞা বৰ্ণ পিছত থাকিলে দিৱাদি ধাতুৰ পিছত যন্ প্ৰত্যয়ৰ যকাৰ হব। উদাহৰণ---দীব্যতি।

৪৯। ও কাৰস্য লুগ্ যণি ।

ব্যাখ্যা---যনি (যন্ প্ৰত্যয়ে পৰে সতি) ধাতোঃ ওকাৰস্য লুক্ স্যাৎ।

সৰলাৰ্থ---যন্ প্ৰত্যয় পিছত থাকিলে ধাতুৰ ওকাৰৰ লোপ হব। উদাহৰণ---দ্যতি।

৫০। শমি ভ্ৰমি শ্ৰমি তমি দমি ক্লমি মদি ক্ষমাম্।
ক্ৰমশ্চ যণি দীৰ্ঘঃ স্যাৎ ।

ব্যাখ্যা---যনি (যন্ প্ৰত্যয়ে পৰে সতি) শমি-ভ্ৰমি-শ্ৰমি-তমি-দমি-ক্লমি-মদি-ক্ষমাম্ (ধাতূনাং) দীৰ্ঘঃ স্যাৎ। ক্ৰমশ্চ (ক্ৰম্ ধাতোঃ যণি পৰে দীৰ্ঘঃ স্যাৎ।

সৰলাৰ্থ---যন্ প্ৰত্যয় হলে শম্-ভ্ৰম্-শ্ৰম্-তম্-দম্-ক্লম্-ক্ষম-ক্ৰম ধাতুও দীৰ্ঘ হব। উদাহৰণ---শাম্যতি।

৫১। ভ্ৰাসি ভ্লাসি লষি ত্ৰসঃ । যণ্ ৱা ।

ব্যাখ্যা---কৰ্ত্তৰি বিহিত শিতি পৰে সতি ভ্ৰাসি-ভ্লাসি-লষি ত্ৰসঃ (ধাতুনাং পৰঃ) ৱা (ৱিকল্পেন) যন্ প্ৰত্যয়ঃ স্যাৎ।

সৰলাৰ্থ---কৰ্ত্তৃ বাচ্য বিহিত শিত্ সংজ্ঞা বৰ্ণ পিছত থাকিলে ভ্ৰাস্-ভ্লাস-লষ্-ত্ৰস্ ধাতুৰ বিকল্পে যন্ প্ৰত্যয় হব। উদা---ভ্ৰাস্যতি।

৫২। যসঃ সংযসশ্চ ।

ব্যাখ্যা---শিতি পৰে সতি যসঃ (যস্ ধাতোঃ পৰঃ) ৱা (ৱিকল্পেন) সংযসশ্চ ধাতোঃ পৰঃ ৱা (ৱিকল্পেন) যন্ প্ৰত্যয়ঃ স্যাৎ।

সৰলাৰ্থ---শিত্ সংজ্ঞক বৰ্ণ পিছত থাকিলে যস্ আৰু সংযস্ ধাতুৰ বিকল্পে যন্ প্ৰত্যয় হব। উদাহৰণ---যস্যতি।

৫৩। জামেদৌ জন্মিদোৰ্যতৌ ।

ব্যাখ্যা---যনি পৰে সতি জন্মিদোঃ ধাত্বোঃ জামেদৌ শিষ্টৈঃমতৌ।

সৰলাৰ্থ---যন্ প্ৰত্যয় হলে জন্ আৰু মিদ্ ধাতুৰ ঠাইত ক্ৰমে জা আৰু মেদ্ আদেশ হব বুলি শিষ্টসকলে কয়। উদাহৰণ---জায়তে।

৫৪। আদ্যা লিঙ্‌লোটৌ হ্যস্তন্যপি শিচ্চ শিৎ ।

ব্যাখ্যা---আদ্যা (ৱৰ্ত্তমানা ৱিভক্তি শিট্ সংজ্ঞঃ স্যাৎ), লিঙ্ লোটৌ (শিৎ সংজ্ঞৌঃ স্তঃ), হ্যস্তন্যপি (শিৎ সজ্ঞঃ স্যাৎ), শনুবন্ধঃ প্ৰত্যয়শ্চ শিৎ সংজ্ঞঃ স্যাৎ।

সৰলাৰ্থ---ৱৰ্ত্তমানা (লট্ বিভক্তি), লিঙ্, লোট্, হ্যস্তনী বিভক্তি আৰু শ অনুবন্ধি হোৱা প্ৰত্যয়ৰ শিৎ সংজ্ঞা হব।

৫৫। শিতামেৱোত্তম পুৰুষৌ লোটি স্তি সি মি তু দি সম স্তনুঃ ।

ব্যাখ্যা---শিতামেৰ মধ্যে লোট্ ৱিভক্তেঃ উভৌ-উত্তম পুৰুষৌ তনু সংজ্ঞকৌ স্তঃ, তি-সি-মি-তু-দি-স-অম্ ৱিভক্তয়শ্চ তনু সংজ্ঞকাঃ স্যুঃ।

সৰলাৰ্থ---লোট বিভক্তিৰ উভয় পদৰ উত্তম পুৰুষ বিভক্তি যেনে---আনি-আৱ-আম, ঐ-আৱহৈ-আমহৈ আৰু তি-সি-মি-তু-দি-স-অম্ বিভক্তিৰ তনু সংজ্ঞা হব।

৫৬। পৰস্তঃ তনু ।

ব্যাখ্যা---পৰঃ (তনু ভিন্না শিতামন্তৰ্গত প্ৰত্যয়াঃ) অতনুঃ (অতনু সংজ্ঞকাঃ স্যুঃ।

সৰলাৰ্থ---শিত সংজ্ঞাৰ অন্তৰ্গত তনু সংজ্ঞাৰ বাহিৰে আন প্ৰত্যয়ৰ অতনু সংজ্ঞা হব।

৫৭। তনাদিভ্য স্তনা ও ।

ব্যাখ্যা---কৰ্ত্তৰি ৱিহিতে তনৌ সংজ্ঞকে ৱিভক্তৌ পৰস্যাং সত্যাং তনাদিভ্যঃ ধাতুভ্যঃ পৰঃ---ও স্যাৎ।

সৰলাৰ্থ—কৰ্ত্তৃবাচ্যত তনু সংজ্ঞক বিভক্তি পিছত থাকিলে তনাদি ধাতুৰ পিছত ওকাৰ হ'ব। উদাহৰণ—তনোতি।

৫৮। উৰতনৌ ।

ব্যাখ্যা—কৰ্ত্তৰি বিহিতে—অতনৌ (অতনু সংজ্ঞক বিবৰ্ত্তনী-পৰসাং সত্যাং) তনাদিভ্যঃ ধাতুভ্যঃপৰঃ উ স্যাৎ।

সৰলাৰ্থ—কৰ্ত্তৃবাচ্যত অতনু সংজ্ঞক বিভক্তি পিছত থাকিলে তনাদি ধাতুৰ পিছত উকাৰ হ'ব। উদাহৰণ—তনুতঃ।

৫৯। অগুণাবুভৌ ।

ব্যাখ্যা—তনাদিভ্যঃ ধাতুভ্যঃ পৰে উভৌ ওকাৰ-উকাৰৌ-অগুণৌ স্যাতাম্।

সৰলাৰ্থ—তনাদি ধাতুৰ পিছত হোৱা ওকাৰ আৰু উকাৰৰ ঠাইত গুণ নহ'ব। উদাহৰণ—তৃণোতি।

৬০। কৰ্ কুৰৌচ কৃঞঃ ।

ব্যাখ্যা—ওকাৰ-উকাৰ পৰয়োঃ সতোঃ কৃঞঃ (কৃঞ্ ধাতোঃ স্থানে) কৰ্ কুৰৌ-আদেশৌ স্তঃ।

সৰলাৰ্থ—ওকাৰ আৰু উকাৰ পিছত থাকিলে কৃঞ্ ধাতুৰ ঠাইত কৰ্ আৰু কুৰ্ আদেশ হ'ব। উদাহৰণ—কৰোতি—কুৰুতঃ।

৬১। স্বাদের্নো তনৌ ।

ব্যাখ্যা—কৰ্ত্তৰি বিহিতে তনৌ (তনু সংজ্ঞকে বৰ্ণে পৰে সতি) স্বাদেঃ ধাতোঃ পৰঃ নো স্যাৎ।

সৰলাৰ্থ—কৰ্ত্তৃবাচ্যত তনু সংজ্ঞা পিছত থাকিলে স্বাদি ধাতুৰ পিছত নো হ'ব। উদাহৰণ—সুনোতি।

৬২। অতনৌ তু নুঃ ।

ব্যাখ্যা—কৰ্ত্তৰি বিহিতে-অতনৌ (অতনু সংজ্ঞক বৰ্ণে পৰে সতি) স্বাদেঃ ধাতোঃ পৰঃ নুঃ স্যাৎ।

সৰলাৰ্থ—কৰ্ত্তৃবাচ্যত অতনু সংজ্ঞাৰ পিছত স্বাদি ধাতুৰ শেষত নু হ'ব। উদাহৰণ—সুনুতঃ।

৬৩। শৃ ধি কৃ শ্ৰু ধিন্বি কৃন্বাম্ ।

ব্যাখ্যা—কৰ্ত্তৰি বিহিতয়োঃ তন্বতয়োঃ পৰয়োঃ সতোঃ শ্ৰুধিন্বিকৃন্বাম্ ধাতুনাং স্থানে শৃ-ধি-কৃ-আদেশাঃ স্যুঃ ।

সৰলাৰ্থ—কৰ্ত্তৃবাচ্যত তনু আৰু অতনু প্ৰত্যয় পিছত থাকিলে শ্ৰু, ধিন্বি কৃন্ব ধাতুৰ ঠাইত ক্ৰমে শৃ-ধি-কৃ আদেশ হব । উদাহৰণ—শৃণোতি ।

৬৪। ৰমোৰ্ব্বা দ্বিগণাদুলুপ্ ।

ব্যাখ্যা—ৰমোঃ পৰয়োঃ সতোঃ দ্বিগণাৎ (তনাদি-স্বাদি-গণাৎ) ধাতোঃ পৰস্য বা (বিকল্পেন) উঃ (উকাৰস্য) লুপ্ স্যাৎ ।

সৰলাৰ্থ—প্ৰত্যয়ৰ ৰ আৰু ম পিছত থাকিলে তনাদি-স্বাদি গণীয় ধাতুৰ উকাৰৰ বিকল্পে লোপ হব। উদাহৰণ—তনুৰঃ-তন্বঃ ।

৬৫। নিত্যং কৰোতেঃ ।

ব্যাখ্যা—ৰমোঃ পৰয়োঃ সতোঃ কৰোতেঃ (কৃঞ্ ধাতোঃ) নিত্যং উ লোপঃ স্যাৎ ।

সৰলাৰ্থ—ৰ আৰু ম পিছত থাকিলে কৃ ধাতুৰ পিছত হোৱা উকাৰৰ নিত্যকৈ লোপ হব। উদাহৰণ—কুৰ্ব্বঃ ।

৬৬। সংযোগান্ন সলোপ্যঃ ।

ব্যাখ্যা—ৰমোঃ পৰয়োঃ সতোঃ সংযোগাৎ পৰঃ সঃ (উকাৰঃ) লোপঃ ন স্যাৎ ।

সৰলাৰ্থ—ৰ আৰু ম পিছত থাকিলে সংযুক্ত বৰ্ণৰ পিছত সেই তনাদি আৰু স্বাদি ধাতুৰ পিছত হোৱা উকাৰৰ লোপ নহব ।

উদাহৰণ—শক্নুৰঃ ।

৬৭। উৱং স্বৰে ।

ব্যাখ্যা—স্বৰে পৰে সতি সংযোগাৎ পৰঃ সঃ (উকাৰঃ) উৱং প্ৰাপ্নোতি।

সৰলাৰ্থ—স্বৰবৰ্ণ পিছত থাকিলে সংযুক্ত হোৱা তনাদি আদি ধাতুৰ উকাৰৰ ঠাইত উৱ হয়। উদাহৰণ—শকুৱন্তি ।

৬৮। আদন্যস্মাৎ পশ্চাদন্তে অন্তাৎস্তেত্যেষাং নো লুক্ ।

ব্যাখ্যা—আৎ (অকাৰাৎ) অন্যস্মাৎ (ভিন্নাৎ) পশ্চাৎ পৰেষাং অন্তে-অন্তাং-অন্ত-ইত্যেতেষাং (ত্ৰয়ানাং) নঃ (নকাৰঃ) লুক স্যাৎ ।

সৰলাৰ্থ—উক্ত তনাদি গণীয় ধাতুৰ অকাৰ ভিন্ন আন বৰ্ণৰ পিছত থকা অন্তে, অন্তাম্, অন্ত বিভক্তিৰ ন লোপ হব। উদাহৰণ—সুন্বতে।

৬৯। তৱৎ ক্ৰ্যাদেৰ্না নী ।

ব্যাখ্যা—তৱৎ (তস্ব তস্বোঃ পৰয়োঃ সতোঃ) ক্ৰ্যাদেঃ ধাতোঃ পৰৌ না নী স্যাতাম্।

সৰলাৰ্থ—সেইদৰে তনু আৰু অতনু সংজ্ঞক প্ৰত্যয় পিছত থাকিলে ক্ৰ্যাদি গণীয় ধাতুৰ পিছত না আৰু নী হব। উদাহৰণ—ক্ৰীনাতি।

৭০। নীৰয়মচি নিস্বৰঃ ।

ব্যাখ্যা—অচি (অচ্ সংজ্ঞক ৱৰ্ণে পৰে সতি) অয়ম্ (ক্ৰ্যাদি গণীয় ৱিহিত) নীঃ (নিস্বৰঃ স্বৰ শূন্যঃ) স্যাৎ।

সৰলাৰ্থ—অচ্ সংজ্ঞক বৰ্ণ পিছত থাকিলে ক্ৰ্যাদি গণীয় ধাতুৰ পিছত হোৱা নী স্বৰহীন হব। উদাহৰণ—ক্ৰীনন্তি।

৭১। জ্ঞো জা ।

ব্যাখ্যা—নান্যোঃ পৰয়োঃ সতোঃ জ্ঞঃ জ্ঞা ধাতোঃ স্থানে) জা স্যাৎ।

সৰলাৰ্থ—না আৰু নী প্ৰত্যয় পিছত থাকিলে জ্ঞা ধাতুৰ ঠাইত জা হব। উদাহৰণ—জানাতি।

৭২। হ্ৰস্বঃ প্বাদেঃ ।

ব্যাখ্যা—নান্যোঃ পৰয়োঃ সতোঃ প্বাদেঃ (ক্ৰ্যাদ্যন্তৰ্গত পূঞ্ আদি ধাতোঃ) হ্ৰস্বঃ স্যাৎ।

সৰলাৰ্থ—না আৰু নী প্ৰত্যয় হলে ক্ৰ্যাদি ধাতুৰ অন্তৰ্গত পূ আদি ধাতু হ্ৰস্ব হব। উদাহৰণ—পুনাতি।

৭৩। স্বৰতো নাস্বৰণৌ স্নো ৰুধাদীনাম্ ।

ব্যাখ্যা—কৰ্ত্তৰি ৱিহিতয়োঃ তস্বতস্বোঃ পৰয়োঃ সতোঃ ৰুধাদীনাং ধাতুনাং স্বৰাৎ পৰৌ নাস্বৰণৌ (অস্বৰ-সস্বৰ নৌ) স্তঃ (ভৱতঃ)।

সৰলাৰ্থ—কৰ্ত্তৃবাচ্যত তনু আৰু অতনু প্ৰত্যয় পিছত থাকিলে ৰুধাদি ধাতুৰ স্বৰবৰ্ণৰ পিছত সস্বৰ আৰু অস্বৰ অৰ্থাৎ স্বৰযুক্ত আৰু স্বৰ-শূন্য ন কাৰ হব।

৭৪। ঘঢ়ধভত স্তথয়োৰ্দ্ধঃ ।

ব্যাখ্যা—ঘঢ়ধভতঃ পৰয়োঃ তথয়োঃ (ধাতোঃ তথয়োঃ স্থানে) ধঃ স্যাৎ।

সৰলাৰ্থ—ঘ-ঢ়-ধ-ভ- বৰ্ণৰ পিছত থকা ধাতুৰ ত আৰু থ বৰ্ণৰ ঠাইত ধ বৰ্ণ হব।

৭৫। তুৰ্য্যেষু স্যু ধু্টাং তৃতীয়াঃ স্বাঃ ।

ব্যাখ্যা—তুৰ্য্যেষু (চতুৰ্থ বৰ্ণেষু পৰেষু সৎষু) ধাতোঃ ধুটাং স্থানে স্বাঃ (স্বকীয়াঃ (তৃতীয় বৰ্ণাঃ স্যুঃ।

সৰলাৰ্থ—চতুৰ্থ বৰ্ণ পিছত থাকিলে ধাতুৰ ধুট্ সংজ্ঞক বৰ্ণৰ ঠাইত যি বৰ্গৰ বৰ্ণ পিছত থাকে সেই বৰ্গৰ তৃতীয় বৰ্ণ হব। উদাহৰণ—ৰুণদ্ধি।

৭৬। ব্যঞ্জন পৰ ধুড্লোপো ধুটি নিজ বৰ্গ্যে বিকল্পেন।

ব্যাখ্যা—নিজ বৰ্গ্যে ধুটি পৰে সতি বিকল্পেন ব্যঞ্জন পৰঃ ধাতোঃ ধুড্ লোপঃ স্যাৎ।

সৰলাৰ্থ—নিজৰ বৰ্গীয় ধুট্ সংজ্ঞক বৰ্ণৰ পিছত থকা ব্যঞ্জন বৰ্ণৰ পিছত বিকল্পে ধাতুৰ ধুট্ বৰ্ণৰ লোপ হব। উদাহৰণ—ৰুদ্ধঃ।

৭৭। ধুট্যন্তে চ চজোঃ কঃ স্যাৎ।

ব্যাখ্যা—ধুটি (ধুট্ সংজ্ঞক বৰ্ণে পৰে সতি) অন্তে (বিৰামে চ সতি) ধাতোঃ চজোঃ স্থানে কঃ স্যাৎ।

সৰলাৰ্থ—ধুট্ সংজ্ঞক বৰ্ণ পিছত থাকিলে আৰু বিৰাম হলে ধাতুৰ চ আৰু জ বৰ্ণৰ ঠাইত ক বৰ্ণ হব। উদাহৰণ—বিনক্তি।

৭৮। ষঢ়োঃ কঃ সে।

ব্যাখ্যা—সে পৰে সতি ধাতোঃ ষঢ়োঃ বৰ্ণয়োঃ স্থানে কঃ স্যাৎ।

সৰলাৰ্থ—সি বিভক্তি পিছত থাকিলে ধাতুৰ ষ আৰু ঢ় বৰ্ণৰ ঠাইত ক বৰ্ণ হব। উদহাৰণ—পিণক্ষি।

৭৯। চতুৰ্থে ষস্য ডঃ কাৰ্য্যঃ ।

ব্যাখ্যা—চতুৰ্থে (চতুৰ্থ বৰ্ণে পৰে সতি) ধাতোঃ ষস্য স্থানে ডঃ যুষ্মাভিঃ কাৰ্য্যঃ।

সৰলাৰ্থ—চতুৰ্থ বৰ্ণ পিছত থাকিলে ধাতুৰ বৰ্ণৰ ঠাইত আপোনলোকে ড (মূৰ্দ্ধণ্য) বৰ্ণ কৰিব। উদাহৰণ—ব্যাত্তিপিন্দ্ধে।

৮০। আভ্যাং নন্ভ্যাং নকাৰলুক্ ।

ব্যাখ্যা—আভ্যাং (ৰুধাদি বিহিতাভ্যাং) নন্ভ্যাং (সস্বৰ-অস্বৰ-নকাৰাভ্যাং পৰঃ) নঃ লুক্ স্যাৎ।

সৰলাৰ্থ—ৰুধাদি গণীয় ধাতুৰ বিহিত অস্বৰ আৰু সস্বৰ নকাৰৰ পিছত নকাৰৰ লোপ হব। উদাহৰণ—ভনক্তি—ভঙ্ক্তঃ।

৮১। তৃহে নে৾ানে হলিতনৌ ।

ব্যাখ্যা—তনৌ (তনু সংজ্ঞকে হলি পৰে সতি) তৃহেঃ (তৃহ্-ধাতোঃ) নঃ নে স্যাৎ।

সৰলাৰ্থ—তনুসংজ্ঞক হল বৰ্ণ পিছত থাকিলে তৃহ ধাতুৰ নকাৰৰ ঠাইত নে হব। উদাহৰণ—তৃণেড়ি।

৮২। ৱিদেস্ত্যাদ্যা নৱাভাদ্যা নৱ স্যু ৰ্বা ।

ব্যাখ্যা—ৱিদেঃ (ৱিদ্ ধাতোঃ পৰাঃ) ত্যাদ্যা নৱ (বিভক্তয়ঃ) ৱা (ৱিকল্পেন) অভাদ্যা নৱ (বিভক্তয়ঃ) সমান ৰূপাঃ স্যুঃ।

সৰলাৰ্থ—ৱিদ ধাতুৰ পিছত হোৱা তি প্ৰভৃতি নটা বিভক্তিৰ যি ৰূপ হব, অট্ প্ৰভৃতি নটা বিভক্তিৰ সেই একে ৰূপ হব। উদাহৰণ—ৱেদ—ৱিদতুঃ ইত্যাদি।

৮৩। আত্মনে পদে। অন্ত আদৌ ৰা গমো ৱা ।

ব্যাখ্যা—আত্মনে পদ বিষয়ে অন্তঃ আদৌ (অন্তে-অন্ত-অন্তাম্-এষাং বিভক্তীনাং আদৌ) ৱা (ৱিকল্পেন) ৰা গমঃ স্যাৎ।

সৰলাৰ্থ—ৱিদ্ ধাতুৰ আত্মনে পদ বিষয়ত অন্তে-অন্ত-অন্তাম্ বিভক্তিৰ আগত বিকল্পে ৰ বৰ্ণ আগম হব। উদাহৰণ—ব্যতিৱিদ্ৰতে।

৮৪। শীঙো নিত্যম্ ।

ব্যাখ্যা—শীঙঃ পৰঃ অন্তঃ আদৌ নিত্যং ৰা গমঃ স্যাৎ।

সৰলাৰ্থ—শী ধাতুৰ পিছত থকা উক্ত অন্ত আদি বিভক্তিৰ আগত নিত্যন্তে ৰ আগম হব। উদাহৰণ—শেৰতে।

৮৫। গুণঃ শিতি ।

ব্যাখ্যা---শিতি (শিত্ সংজ্ঞকে পৰে সতি) শীঙ্ ধাতোঃ গুণঃ স্যাৎ।

সৰলাৰ্থ—শিত্ সংজ্ঞক বৰ্ণ পিছত থাকিলে শী ধাতুৰ গুণ হব।
উদাহৰণ---শেতে।

৮৬। ব্ৰুঞস্ত্যাদ্যাঃ পঞ্চাডাদ্যা। ৱা স্যুৰ্ব্ৰুঞশ্চাহাদেশঃ।

ব্যাখ্যা---ব্ৰূ (ব্ৰূঞঃ ধাতোঃ পৰে) ত্যাদ্যাঃ (তি প্ৰভৃতয়ঃ পঞ্চৱিভক্তয়ঃ) ৱা (ৱিকল্পেন) পঞ্চ অডাদ্যাঃ (অট্-প্ৰভৃতয়ঃ পঞ্চ) সমান ৰূপাঃ স্যুঃ ব্ৰূঞঃ স্থানে আহ আদেশ শ্চ স্যাৎ।

সৰলাৰ্থ---ব্ৰূ ধাতুৰ পিছত থকা তি প্ৰভৃতি পাঁচটা বিভক্তিৰ ৰূপ বিকল্পে অট্ প্ৰভৃতি পাঁচটা বিভক্তিৰ দৰে সমান ৰূপ হব আৰু ব্ৰূ ধাতুৰ ঠাইত আহ আদেশ হব। উদাহৰণ---আহ---আহতুঃ। ইত্যাদি।

৮৭। আহো হ স্ত স্থে ।

ব্যাখ্যা---থে (থ প্ৰত্যয়ে পৰে সতি) আহ হঃ (হকাৰস্যস্থানে তঃ স্যাৎ।

সৰলাৰ্থ---প্ৰত্যয়ৰ থ পিছত থাকিলে আহ পদৰ হ বৰ্ণৰ ঠাইত ত বৰ্ণ হব। উদাহৰণ---আত্থ।

৮৮। ব্ৰুৱ ঈট্ পৰাদি ৰ্ব্যঞ্জনে তনৌ ।

ব্যাখ্যা---তনৌ (তনু সংজ্ঞক ব্যঞ্জনে পৰে সতি) ব্ৰূৱঃ (ব্ৰূ ধাতোঃ পৰঃ) আদিঃ অবয়ৱঃ সন্ ঈট্ স্যাৎ।

সৰলাৰ্থ---তনু সংজ্ঞক ব্যঞ্জন বৰ্ণ পিছত থাকিলে ব্ৰূ ধাতুৰ পিছত ঈট্ প্ৰত্যয় হব। উদাহৰণ---ব্ৰৱীতি।

৮৯। নুৰুস্তু শম্য মামীড্ ৱা ।

ব্যাখ্যা---তনু সংজ্ঞক ব্যঞ্জন বৰ্ণে পৰে সতি নুৰুস্তু শম্যমাম্ ধাতুনাং পৰঃ ৱা (ৱিকল্পেন) ঈট্ স্যাৎ।

সৰলাৰ্থ---তনু সংজ্ঞক ব্যঞ্জন বৰ্ণ পিছত থাকিলে নু-ৰু-স্তু-শম্-অম্ ধাতুৰ পিছত বিকল্পে ঈট্ হব। উদাহৰণ---সংস্তৱীতি।

৯০। অনভ্যস্তস্যোত ঔ স্যাৎ ।

ব্যাখ্যা---তনু সংজ্ঞক ব্যঞ্জন ৱৰ্ণে পৰে সতি অনভ্যস্ত স্য (অভ্যস্ত সংজ্ঞা ৰহিতস্য) ধাতোঃ উকাৰস্য স্থানে ঔ স্যাৎ।

সৰলাৰ্থ---তনু সংজ্ঞক ব্যঞ্জন বৰ্ণ পিছত থাকিলে অভ্যস্ত সংজ্ঞা নো হোৱা ধাতুৰ উকাৰৰ ঠাইত ঔকাৰ হব। উদাহৰণ---নৌতি।

৯১। উৰ্ণোতেস্তু গুণ শ্চ ৱা ।

ব্যাখ্যা---তনু সংজ্ঞক ব্যঞ্জন ৱৰ্ণে পৰে সতি উৰ্ণোতেঃ (উৰ্ণ ধাতোঃ) ৱা (ৱিকল্পেন) গুণঃ স্যাৎ।

সৰলাৰ্থ---তনু সংজ্ঞক ব্যঞ্জন বৰ্ণ পিছত থাকিলে উৰ্ণ ধাতুৰ বিকল্পে গুণ হব। উদাহৰণ---প্ৰোৰ্ণোতি।

৯২। ইৱৰ্ণো ৱৰ্ণয়োৰ্দ্ধাতো ৰিয়ুৱাৱগুণে স্বৰে।

ব্যাখ্যা---অগুণে স্বৰে পৰে সতি ধাতোঃ ইৱৰ্ণোৱৰ্ণয়োঃ স্থানে ক্ৰমাৎ ইয়ুৱৌ স্যাতাম্।

সৰলাৰ্থ---অগুণ স্বৰ পিছত থাকিলে ধাতুৰ ইকাৰ আৰু উকাৰৰ ঠাইত ক্ৰমে ইয় আৰু উৱ্ হব। উদাহৰণ---স্তুৱন্তি।

৯৩। অনেকাচ স্তু সংযোগস্থে ৱৰ্ণো যঃ ।

ব্যাখ্যা---অগুণে স্বৰে পৰে সতি অনেকাচঃ (একাচ ভিন্নস্য ধাতোঃ) অসংযো গস্থে ৱৰ্ণঃ (সংযোগ-ভিন্ন-ই ৱৰ্ণঃ) যঃ স্যাৎ।

সৰলাৰ্থ---অগুণ স্বৰ পিছত থাকিলে একস্বৰ নোহোৱা ধাতুৰ ইকাৰৰ ঠাইত য হব। উদাহৰণ---আদীধ্যাতে।

৯৪। ইণঃ শিতি ।

ব্যাখ্যা---শিতি বিষয়ে অগুণে স্বৰে পৰে সতি ইনঃ (ইন্ ধাতোঃ) স্থানে যঃ স্যাৎ।

সৰলাৰ্থ---শিত্ সংজ্ঞক অগুণ স্বৰ পিছত থাকিলে ই ধাতুৰ ঠাইত য হব। উদাহৰণ---যন্তি।

৯৫। অস্যলোপোঽ তনা ৱস্তে ।

ব্যাখ্যা---অতনৌ (তনু সংজ্ঞক ভিন্নে ৱৰ্ণে পৰে সতি) অস্তেঃ (অস্ ধাতোঃ) অস্য (অকাৰস্য লোপঃ স্যাৎ।

সৰলাৰ্থ---তনু সংজ্ঞক বৰ্ণ পিছত নেথাকিলে অস্ ধাতুৰ অকাৰৰ লোপ হব। উদাহৰণ---স্তঃ।

৯৬। সৌ সঃ ।

ব্যাখ্যা---সৌ (সি বিভক্তৌ পৰে সতি) অস্তেঃ (অস্ ধাতোঃ) সঃ (সকাৰস্য লোপঃ স্যাৎ)।

সৰলাৰ্থ---সি বিভক্তি পিছত থাকিলে অস্ ধাতুৰ স বৰ্ণ লোপ হব। উদাহৰণ---অসি।

৯৭। অন্যস্য চ ধ্বে তথা ।

ব্যাখ্যা---ধ্বে পৰে সতি চ কাৰাৎ সৌ চ পৰে সতি অন্যস্য (অস্ ভিন্নস্য ধাতোঃ) তথা (প্ৰসিদ্ধানুসাৰাৎ) সঃ লোপঃ স্যাৎ।

সৰলাৰ্থ---ধ্বে বিভক্তি থাকিলে আৰু সি বিভক্তি পিছত থাকিলেও অস্ ভিন্ন আন ধাতুৰ প্ৰসিদ্ধি অনুসাৰে স বৰ্ণৰ লোপ হব। উদাহৰণ---ব্যতিধ্বে।

৯৮। হন্তের্নলুগ্ ধুট্যতনৌ ।

ব্যাখ্যা---অতনৌ (তনু সংজ্ঞক ভিন্নে) ধুটি পৰে সতি হন্তেঃ (হন্ ধাতোঃ) নঃ লুক্ স্যাৎ।

সৰলাৰ্থ---তনু সংজ্ঞক ভিন্ন ধুট্ সংজ্ঞক বৰ্ণ পিছত থাকিলে হন্ ধাতুৰ নকাৰৰ লোপ হব। উদাহৰণ---হতঃ।

৯৯। ঘ্নঃ স্যাদগুণিনি স্বৰে ।

ব্যাখ্যা---অগুণি (গুণি ভিন্ন প্ৰত্যয়ে পৰে সতি) হন্তেঃ (হন্ ধাতোঃ স্থানে) ঘ্নঃ (নিস্বৰোঘ্নাদেশঃ) স্যাৎ।

সৰলাৰ্থ---অগুণ প্ৰত্যয় পিছত থাকিলে হন্ ধাতুৰ ঠাইত স্বৰহীন ঘ্ন আদেশ হব। উদাহৰণ---ঘ্নন্তি।

১০০। ধুট্যন্তে চ ছশোঃ ষত্বম্ ।

ব্যাখ্যা---ধুটি (ধুট্ সংজ্ঞক বৰ্ণে পৰে সতি) অন্তে (বিৰামে চ সতি ছশোঃ স্থানে ষত্বং স্যাৎ।

সৰলাৰ্থ---ধুট্ সংজ্ঞক বৰ্ণ পিছত থাকিলে আৰু বিৰাম হলে ছ আৰু শ বৰ্ণৰ ষত্ব হব। উদাহৰণ---বষ্টি।

১০১। সংযোগাদি ককাৰ লুক্ ।

ব্যাখ্যা—ধুটি পৰে সতি অন্তে চ সতি সংযোগাদি (সংযুক্তস্য) ককাৰঃ লুক্ স্যাৎ ।

সৰলাৰ্থ—ধুট্ সংজ্ঞক বৰ্ণ পিছত থাকিলে আৰু বিৰাম হলে সংযুক্ত বৰ্ণৰ আগত ক বৰ্ণৰ লোপ হব। উদাহৰণ—আচষ্টে ।

১০২। মৃজো গুণিনি বৃদ্ধিঃ স্যাৎ ।

ব্যাখ্যা—গুণিনি প্ৰত্যয়ে পৰে সতি মৃজঃ (মৃজ্ ধাতোঃ) বৃদ্ধিঃ স্যাৎ ।

সৰলাৰ্থ—গুণি প্ৰত্যয় পিছত থাকিলে মৃজ্ ধাতুৰ বৃদ্ধি হব। উদাহৰণ—মাৰ্ষ্টি ।

১০৩। অচ্যগুণে তু বা ।

ব্যাখ্যা—অগুণি (গুণি ভিন্নে) অচি পৰে সতি মৃজ্ ধাতোঃ বা গুণঃ স্যাৎ

সৰলাৰ্থ—অগুণ অচ্ সংজ্ঞক বৰ্ণ পিছত থাকিলে মৃজ্ ধাতুৰ বিকল্পে বৃদ্ধি হব। উদাহৰণ—মৃজন্তি ।

১০৪। হো ঢ়ো দাদেস্তু ঘো ধুট্যন্তে চ স্যাৎ ।

ব্যাখ্যা—ধুটি (ধুট্ সংজ্ঞক বৰ্ণে পৰে সতি) অন্তে (বিৰামে চ সতি) ধাতোঃ (দাদি ভিন্নস্য ধাতোঃ) হঃ স্থানে ঢ়ঃ স্যাৎ, দাদেস্তু ধাতোঃ পৰঃ হস্য স্থানে ঘঃ স্যাৎ ।

সৰলাৰ্থ—ধুট সংজ্ঞক বৰ্ণ পিছত থাকিলে আৰু বিৰাম হলে দাদি ভিন্ন ধাতুৰ হ বৰ্ণৰ ঠাইত ঢ় হব আৰু দাদি ধাতুৰ হ বৰ্ণৰ ঠাইত ঘ হব। উদাহৰণ—লেঢ়ি ।

১০৫। সধ্বকাৰয়ো স্তৃতীয়াদ্যাশ্চতুৰ্থান্তা স্তুৰ্য্যাদ্যাঃ স্যুঃ ।

ব্যাখ্যা—সধ্বকাৰয়োঃ (সকাৰ ধ্বকাৰয়োঃ পৰয়োঃ সতোঃ) তৃতীয়াদ্যাঃ (তৃতীয় সংজ্ঞক গ-জ-ড-দ-ব বৰ্ণ পূৰ্ব্বাঃ) চতুৰ্থান্তাঃ (চতুৰ্থ সংজ্ঞক ঘ-ঝ-ঢ়-ধ-ভ বৰ্ণান্তাঃ) ধাতৱঃ তুৰ্য্যাদ্যাঃ (চতুৰ্থ বৰ্ণ পূৰ্ব্বাঃ) স্যুঃ (ভৱেয়ু)।

সৰলাৰ্থ—স আৰু ধ্ব পিছত থাকিলে তৃতীয় বৰ্ণ গ-জ-ড-দ-ব- বৰ্ণ আগত থকা আৰু চতুৰ্থ বৰ্ণ ঘ-ঝ-ঢ়-ধ-ভ- বৰ্ণ শেষত থকা ধাতুবোৰৰ চতুৰ্থ বৰ্ণ পূৰ্ব্ব হব। উদাহৰণ—ধোক্ষি ।

১০৬। দি স লুপ্যপি ।

ব্যাখ্যা---দি স (ৱিভক্ত্যোঃ) লুপি-অপি (লোপে সতি) তৃতীয়াদ্যাঃ ধাতবঃ-চতুৰ্থান্তাঃ-চেৎ-তুৰ্য্যাদাঃ (চতুৰ্থ বৰ্ণ পূৰ্ব্বাঃ) স্যুঃ ।

সৰলাৰ্থ---দি আৰু স বিভক্তিৰ লোপ হলে আদিতে তৃতীয় বৰ্ণ থকা ধাতুবোৰ চতুৰ্থ বৰ্ণান্ত হলেও চতুৰ্থ বৰ্ণ আগত হব।

উদাহৰণ---অধোক্ ।

১০৭। ৰুদ্ স্বপ্ শ্বসনি যক্ষিভ্য ইট্ শিতাদি ৰযস্বৰে ।

ব্যাখ্যা---অযস্বৰে (য স্বৰ ভিন্নে) শিতি পৰে সতি ৰুদ্-স্বপ্-শ্বস্-অনি-যক্ষিভ্যঃ ধাতুভ্যঃ পৰঃ ইট্ প্ৰত্যয়ঃ স্যাৎ ।

সৰলাৰ্থ---য আৰু স্বৰ ভিন্ন শিত্ সংজ্ঞক বৰ্ণ পিছত থাকিলে ৰুদ্-স্বপ্-শ্বস্-অন্-যক্ষি-আদি ধাতুৰ ইট্ প্ৰত্যয় হৰ।

উদাহৰণ---ৰোদিতি ।

১০৮। ঈশীড্জনিভ্যঃ সধ্বোৰিক্ ।

ব্যাখ্যা---সধ্বোঃ (প্ৰত্যয়য়োঃ পৰয়ো সতোঃ) ঈশীড্-জনিভ্যঃ (ঈশ্-ঈড্-জন্-এভ্যঃ ধাতুভ্যঃ পৰঃ) ইট্ প্ৰত্যয়ঃ স্যাৎ ।

সৰলাৰ্থ---প্ৰত্যয়ৰ স আৰু ধৰ পিছত থাকিলে ঈশ-ঈড়্-জন্ ধাতুৰ পিছত ইট্ প্ৰত্যয়ৰ ই হব। উদাহৰণ---ঈশিষে।

১০৯। শাসঃ শিষগুণে হলি ।

ব্যাখ্যা---অগুণে হলি পৰে সতি শাসঃ (শাস্ ধাতোঃস্থানে) শিষ্ স্যাৎ ।

সৰলাৰ্থ---অগুণ হল্ সংজ্ঞক বৰ্ণ পিছত থাকিলে শাস্ ধাতুৰ ঠাইত শিষ্ হব। উদাহৰণ---শিষ্টঃ ।

১১০। অভ্যস্তাঃ শাস্ চ কাস্ যক্ষি দৰিদ্ৰা জাগ্ৰনেকিতাঃ ।

ব্যাখ্যা---শাস্-চকাস্-যক্ষি-দৰিদ্ৰা-জাগৃ-অনেকিতাঃ (কৃতদ্বিৰ্বচনাঃ) ধাতৰঃ অভ্যস্তাঃ সংজ্ঞকাঃ স্যুঃ ।

সৰলাৰ্থ---শাস্-চকাস্-যক্ষি-দৰিদ্ৰা-জাগৃ আৰু দ্বিৰ্বচন হোৱা ধাতুৰ অভ্যস্ত সংজ্ঞা হৰ। উদাহৰণ---শাসতি ।

১১১। অভ্যস্তাদন্তো নো লোপঃ ।

ব্যাখ্যা---অভ্যস্তাৎ (অভ্যস্ত সংজ্ঞকাদ্ধাতোঃ পৰঃ) অন্তঃ নঃ (নকাৰঃ) লোপঃ স্যাৎ ।

সৰলাৰ্থ---অভ্যস্ত সংজ্ঞক ধাতুৰ শেষত থকা ন বৰ্ণৰ লোপ হব।
উদাহৰণ---যক্ষতি।

১১২। শিতি দ্বিঃ স্যাৎ জুহোত্যাদেঃ ।

ব্যাখ্যা---শিতি (শিত্ সংজ্ঞক বৰ্ণে পৰে সতি) জুহোত্যাদেঃ ধাতোঃ দ্বিঃ (দ্বিৰ্ব্বচনং) স্যাৎ।

সৰলাৰ্থ---শিত্ সংজ্ঞক বৰ্ণ পিছত থাকিলে জুহোত্যাদি ধাতুৰ দ্বিৰ্ভাব হব। উদাহৰণ---জুহোতি।

১১৩। জুহোতে ৰ্নোব্ ।

ব্যাখ্যা---শিতি বিষয়ে অগুণে স্বৰে পৰে সতি জুহোতেঃধাতোঃউব্ ন স্যাৎ।

সৰলাৰ্থ---শিত্ সংজ্ঞক অগুণ স্বৰ পিছত থাকিলে জুহোত্যাদি ধাতুৰ উকাৰৰ ঠাইত উব্ নহব। উদাহৰণ---জুহৰতি।

১১৪। শ্ল ধাতোঃ স্যাদিয়ভ্যাসে ।

ব্যাখ্যা---শিতি পৰে সতি অভ্যাসে বিষয়ে শ্ল ধাতোঃ স্থানে ইয়্ স্যাৎ।

সৰলাৰ্থ---শিত্ সংজ্ঞা পিছত থাকিলে শ্ল ধাতুৰ অভ্যাসত ইয়্ হব।
উদাহৰণ---ইয়ৰ্ত্তি।

১১৫। নিজ্ বিজ্ বিষাং গুণঃ কাৰ্য্যঃ ।

ব্যাখ্যা---শিতি পৰে সতি অভ্যাসে বিষয়ে নিজ্-বিজ্-বিষাং ধাতূনাং গুণঃ যুষ্মাভিঃ কাৰ্য্যঃ।

সৰলাৰ্থ---শিত্ সংজ্ঞা পিছত থাকিলে নিজ্-বিজ্-বিষ্ ধাতুৰ অভ্যাসত আপোনালোকে গুণ কৰিব। উদাহৰণ---নেনেক্তি।

১১৬। পৃভৃঞ্ মাঙ্ হাঙকাৰ ইঃ ।

ব্যাখ্যা---শিতি পৰে সতি অভ্যাসে বিষয়ে পৃ-ভৃঞ্-মাঙ্-হাঙ্ ধাতূনাং অকাৰঃ-ইঃ স্যাৎ।

সৰলাৰ্থ---শিত্ সংজ্ঞা পিছত থাকিলে পৃ-ভৃ-মা-হা-ধাতুৰ অভ্যাসৰ অকাৰৰ ঠাইত ই হব। উদাহৰণ---পিপৰ্ত্তি।

১১৭। অভ্যস্তস্যাকাৰো হল্যতনাৰী ।

ব্যাখ্যা---অতনৌ (তনু সংজ্ঞক ভিন্নে) হলি (হল্-সংজ্ঞকে পৰে সতি) অভ্যস্তস্য ধাতোঃ আকাৰঃ-ইঃ স্যাৎ।

সৰলাৰ্থ---তনু সংজ্ঞা ভিন্ন হল্ সংজ্ঞক বৰ্ণ পিছত থাকিলে অভ্যস্ত ধাতুৰ আকাৰৰ ঠাইত ই হব। উদাহৰণ---মিমীতে।

১১৮। স্বৰে হগুণে লোপ্যঃ ।

ব্যাখ্যা---অগুণে স্বৰে পৰে সতি অভ্যস্তস্য ধাতোঃ আকাৰঃ-ভৱতিঃ লোপ্যঃ ।

সৰলাৰ্থ---অগুণ স্বৰ পিছত থাকিলে অভ্যস্ত ধাতুৰ আকাৰৰ লোপ হব। উদাহৰণ---মিমতে।

১১৯। ভীহাকোৰী হ্ৰস্বঃ পক্ষে ।

ব্যাখ্যা---অতনৌ হলি পৰে সতি ভীহাকোঃ ধাত্বোঃ পক্ষে (বিকল্পেন) ঈঃ হ্ৰস্বঃ স্যাৎ।

সৰলাৰ্থ---অতনু হল্ সংজ্ঞক বৰ্ণ পিছত থাকিলে ভী আৰু হা ধাতুৰ পিছত হোৱা ঈ প্ৰত্যয় বিকল্পে হ্ৰস্ব হব। উদাহৰণ---বিভিতঃ।

১২০। নিত্যং দৰিদ্ৰাতেঃ ।

ব্যাখ্যা---অতনৌ হলি পৰে সতি দৰিদ্ৰাতেঃ ধাতোঃ নিত্যং ঈঃ-হ্ৰস্বঃ স্যাৎ।

সৰলাৰ্থ---অতনু হল্ সংজ্ঞক বৰ্ণ পিছত থাকিলে দৰিদ্ৰা ধাতুৰ পিছত হোৱা ঈ প্ৰত্যয় নিত্যন্তে হ্ৰস্ব হব। উদাহৰণ---দৰিদ্ৰিতঃ।

১২১। দাধোৰীলুক্ ।

ব্যাখ্যা---অতনৌ হলি পৰে সতি দাধোঃ (দা-ধা-অনয়োঃ) ঈঃ লুক্ স্যাৎ।

সৰলাৰ্থ---অতনু হল্ সংজ্ঞক বৰ্ণ পিছত থাকিলে দা আৰু ধা ধাতুৰ পিছত ঈকাৰৰ লোপ হব। উদাহৰণ---দত্তঃ।

১২২। দধো ধৎ স্যাৎ তথ সধ্বে পৰে ।

ব্যাখ্যা---ত-থ-স-ধ্বে পৰে দধোঃ (দাধা-ধাত্বোঃ-দকাৰ-ধকাৰশ্চ স্থানে ধৎ স্যাৎ।

সৰলাৰ্থ—ত-থ-স-ধৰ পিছত থাকিলে দা-ধা ধাতুৰ দ আৰু ধ বৰ্ণৰ ঠাইত ধৎ হব। উদাহৰণ—ধত্তঃ।

১২৩। ৱৰ্ত্তমানে ৱৰ্ত্তমানা।

ব্যাখ্যা—ৱৰ্ত্তমানে (ক্ৰিয়াধিকৰণত্বে সতি) ধাতোঃ পৰঃ ৱৰ্ত্তমানা ৱিভক্তিঃ স্যাৎ।

সৰলাৰ্থ—ৱৰ্ত্তমান কালৰ ক্ৰিয়া হোৱা বুজালে ধাতুৰ পিছত ৱৰ্ত্তমানা বিভক্তি হব। উদাহৰণ—যজতে।

১২৪। স্মেনাতীতে।

ব্যাখ্যা—স্মেন (স্ম শব্দ যোগে সতি) অতীতে (ভূতে-অপি) ৱৰ্ত্তমানা ৱিভক্তিঃ স্যাৎ।

সৰলাৰ্থ—স্ম শব্দৰ যোগত অতীত কাল বুজালেও ধাতুৰ পিছত ৱৰ্ত্তমানা বিভক্তি হব। উদাহৰণ—পিনষ্টি স্ম।

১২৫। পুৰা তু ৱা।

ব্যাখ্যা—পুৰা শব্দযোতে তু (কিন্তু) ৱা (ৱিকল্পেন) অতীতে ৱৰ্ত্তমানা ৱিভক্তিঃ স্যাৎ।

সৰলাৰ্থ—পুৰা শব্দৰ যোগত বিকল্পে অতীত কালত ৱৰ্ত্তমানা বিভক্তি হব। উদাহৰণ—বসন্তি পুৰা।

১২৬। প্ৰত্যুত্তৰে ন নুভ্যাঞ্চ।

ব্যাখ্যা—প্ৰত্যুত্তৰে (পৃষ্ট প্ৰতি ৱচনে-অৰ্থে গম্যমানে সতি) ননুভ্যাং শব্দাভ্যাং যোগে চ) ভূতে কালে ৱা ৱৰ্ত্তমানা ৱিভক্তিঃ স্যাৎ।

সৰলাৰ্থ—প্ৰত্যুত্তৰ কৰা অৰ্থ বুজালে ন আৰু নু শব্দৰ যোগত ভূতকালত বিকল্পে ৱৰ্ত্তমানা বিভক্তি হব। উদাহৰণ—নাকাৰ্যম্—ন কৰোমি চ।

১২৭। যাৱৎ পুৰা ভৱিষ্যতি।

ব্যাখ্যা—যাৱৎ পুৰা চ যোগে সতি ভৱিষ্যতি কালে ধাতোঃ পৰঃ ৱৰ্ত্তমানা ৱিভক্তিঃ স্যাৎ।

সৰলাৰ্থ—যাৱৎ আৰু পুৰা শব্দৰ যোগত ভৱিষ্যত কাল হলেও ধাতুৰ পিছত ৱৰ্ত্তমানা বিভক্তি হব। উদাহৰণ—যাৱদ্ভৱতি-ন ব্ৰবীমি।

ইতি—প্ৰথম বিন্যাস।

১২৮। ৱিধ্যাদিষু লিঙ্ লোটৌ ।

ব্যাখ্যা---ৱিধ্যাদিষু (ৱিধি প্ৰভৃতি অৰ্থেষু গম্যমানেষু সৎসু ধাতোঃ পৰৌ লিঙ্ লোটৌ স্তঃ ।

সৰলাৰ্থ---বিধি অৰ্থাৎ অজ্ঞাত জ্ঞাপন কৰা আদি অৰ্থ বুজালে ধাতুৰ পিছত বিধিলিঙ্ আৰু লোট্ বিভক্তি ব্যৱহাৰ কৰা হব। উদাহৰণ---ভুঞ্জীত শ্ৰাদ্ধে।

১২৯। আশিষি সম্ভাৱনায়াঞ্চ ।

ব্যাখ্যা---আশিষি (আশীৰ্ব্বাদে-অৰ্থে গম্যমানে সতি) সম্ভাৱনায়াঞ্চ গম্যমানায়াং সত্যাৎ ধাতোঃ পৰৌ লিঙ্লোটৌ স্তঃ ।

সৰলাৰ্থ---আশীৰ্ব্বাদ অৰ্থ হলে আৰু কোনো কিছু সম্ভাৱনা অৰ্থ বুজালে ধাতুৰ পিছত লিঙ্ আৰু লোট্ বিভক্তি ব্যৱহাৰ কৰা হব। উদাহৰণ---পায়াৎঃ ।

১৩০। ইচ্ছাৰ্থোপ পদে সতি কামাবিভঞ্জনে চ স্তঃ ।

ব্যাখ্যা---ইচ্ছাৰ্থোপ পদে (ইচ্ছাৰ্থ ধাতুপপদে সতি) কামাভিব্যঞ্জনে চ (ইচ্ছা জ্ঞাপনে-অৰ্থে গম্যমানে চ সতি) ধাতোঃ পৰৌ লিঙ্ লোটৌ স্তঃ ।

সৰলাৰ্থ---ইচ্ছাৰ্থক ধাতুৰ যোগত অভিলাষ অৰ্থ বুজালে ধাতুৰ পিছত বিধিলিঙ্ আৰু লোট বিভক্তি হব। উদাহৰণ---অধীয়ীৰাঃ ।

১৩১। কামপ্ৰৱেদনে হকচ্চিৎ লিঙ্ স্যাৎ ।

ব্যাখ্যা---কাম প্ৰৱেদনে (কাম জ্ঞাপনেহৰ্থে গম্যমানে চ সতি) অকচ্চিৎ (কচ্চিৎ শব্দাপ্ৰয়োগে সতি) ধাতোঃ পৰঃ সৰ্ব্বকালে লিঙ্ ৱিভক্তিঃ স্যাৎ ।

সৰলাৰ্থ---অভিলাষ জনোৱা অৰ্থ হলে আৰু কচ্চিৎ শব্দ প্ৰয়োগ নহলে সকলো কালতে ধাতুৰ পিছত বিধিলিঙ্ বিভক্তি হব। উদাহৰণ---অধীয়ীত ।

১৩২। সম্ভাব্যতে যদি । অলমিত্যা লমোহনুক্তৌ ।

ব্যাখ্যা---সম্ভাৱনাৰ্থ ধাত্বনুক্তৌ সত্যাং, অলমিতি যদি সম্ভাব্যতে, তদা অলমো-অনুক্তৌ চ ধাতোঃ পৰঃ লিঙ্ ৱিভক্তিঃ স্যাৎ ।

সৰলাৰ্থ---সম্ভাৱনাৰ্থক ধাতু নেথাকিলে আৰু অলম্ শব্দ ব্যৱহাৰ নহলে কিন্তু অলম্ শব্দৰ অৰ্থ সমৰ্থ হোৱা বুজালে ধাতুৰ পিছত লিঙ্ বিভক্তি হব। উদাহৰণ---ভিন্দ্যাৎ।

১৩৩। ভৱিষ্যন্তী চ ৱা যদি । সম্ভাৱনাৰ্থ ধাতূক্তৌ ।

ব্যাখ্যা---সম্ভাৱনাৰ্থ ধাতূক্তৌ সত্যাং, যদি (যৎ শব্দা প্ৰয়োগে সতি) ধাতোঃ পৰঃ ৱা (বিকল্পেন) ভৱিষ্যন্তী ৱিভক্তিঃ স্যাৎ।

সৰলাৰ্থ---সম্ভাৱনাৰ্থক ধাতুৰ যোগত যৎ শব্দৰ প্ৰয়োগ নহলে ধাতুৰ পিছত বিকল্পে ভৱিষ্যতি বিভক্তি হব। উদাহৰণ--দদ্যাৎ-দাষ্যতি।

১৩৪। হেতু হেতু মতোৰপি ।

ব্যাখ্যা---হেতু হেতুমতোঃ (কাৰণ-কাৰ্য্যয়োঃ) অপি ধাতোঃ পৰঃ ভৱিষ্যতি কালে ৱা লিঙ্ স্যাৎ।

সৰলাৰ্থ---হেতু হেতুমৎ অৰ্থাৎ কাৰণ আৰু কাৰ্য্য বুজালে ধাতুৰ পিছত বিকল্পে ভৱিষ্যত কালত লিঙ্ হব। উদাহৰণ---শতেন যাতয়েৎ।

১৩৫। লোডধীষ্ট প্ৰেষণাদৌ স্ম যোগে ।

ব্যাখ্যা---অধীষ্ট প্ৰেষণাদৌ অৰ্থে গম্যমানে স্ম যোগে চ সতি ধাতো পৰঃ লোট্ স্যাৎ।

সৰলাৰ্থ---অধীষ্ট আৰু প্ৰেষণ ক্ৰমে অধ্যয়ন আৰু প্ৰেৰণ কৰা অৰ্থ বুজালে আৰু স্ম শব্দৰ যোগ হলে ধাতুৰ পিছত লোট বিভক্তি হব। উদাহৰণ---পাঠয়তুস্ম।

১৩৬। অনুমতা ৱপি ।

ব্যাখ্যা---অনুমতৌ-অপি-অৰ্থে গম্যমানে সতি ধতোঃ পৰঃ লোট্ স্যাৎ।

সৰলাৰ্থ---অনুমতি অৰ্থ প্ৰকাশ কৰিলে ধাতুৰ পিছত লোট বিভক্তি হব। উদাহৰণ---কিমহংকৰৱাণি। বিধিলিঙ্ বিভক্তি যেনে--- যাৎ-যাতাম্-য়ুস্, যাস্-যাতম্-যাত, যাম্-যাৱ-যাম। ঈত-ঈয়াতাম্-ঈৰণ্, ঈথাস্-ঈয়াথাম্-ঈধ্বম্, ঈয়-ঈৱহি-ঈমহি।

১৩৭। অনয়োঃ পূৰ্ব্বৱদখিলং সাধ্যম্ ।

ব্যাখ্যা---অনয়োঃ (লিঙ্ লোটোঃ) পূৰ্ব্বৱৎ (ৱৰ্ত্তমানাৱৎ) অখিলং (সমস্তং) সাধ্যং (সাধনীয়ং) স্যাৎ।

সৰলাৰ্থ---লিঙ্ আৰু লোট্ বিভক্তিৰ সমস্ত কাৰ্য্য ৰ্বৰ্ত্তমানা বিভক্তিৰ সাধ্যৰ দৰে হব।

১৩৮। অকাৰাৎ পৰস্তু যা ইঃ স্যাৎ ।

ব্যাখ্যা---অকাৰাৎ পৰঃ লিঙঃ যা শব্দঃ ইঃ স্যাৎ।

সৰলাৰ্থ---অকাৰৰ পিছত থকা বিধিলিঙৰ যা বিভক্তিৰ ঠাইত ই হব। উদাহৰণ---যজেৎ।

১৩৯। যুৰি য়ুঃ ।

ব্যাখ্যা---অকাৰাৎ পৰঃ-লিঙঃ যুস্ বিভক্তিঃ স্থানে ইয়ুস্ স্যাৎ।

সৰলাৰ্থ---অকাৰৰ পিছত থকা লিঙৰ যুস্ বিভক্তিৰ ঠাইত ইয়ুস্ হব। উদাহৰণ---যজেয়ুঃ।

১৪০। যামিয়ম্ ।

ব্যাখ্যা---অকাৰাৎ পৰঃ-লিঙঃ যাম্ বিভক্তিঃ স্থানে ইয়ম্ স্যাৎ। উদাহৰণ---যজেয়ম্।

১৪১। আল্ুগ্ ঘা কঃ ।

ব্যাখ্যা---লিঙি পৰে সতি হাকঃ হা ধাতোঃ আলুক্ স্যাৎ।

সৰলাৰ্থ---লিঙ্ বিভক্তি পিছত থাকিলে হা ধাতুৰ আকাৰৰ লোপ হব। উদাহৰণ---জহ্যাতাম্।

১৪২। উলোপঃ কৰোতের্যে ।

ব্যাখ্যা---যে পৰে সতি কৰোতেঃ (কৃ ধাতোঃ) উ লোপঃ স্যাৎ।

সৰলাৰ্থ---লিঙ্ বিভক্তিৰ য পিছত থাকিলে কৃ ধাতুৰ আদেশ হোৱা উকাৰৰ লোপ হব। উদাহৰণ---কুৰ্য্যাৎ।

১৪৩। তনোৰভাৱাদতনৃদিতানি কাৰ্য্যাণি কাৰ্য্যাণি যথা তথৈৱ । ভেদাৎ স্বৰঃ ব্যঞ্জনয়ো স্তনাদি স্বাদি ক্ৰিয়াদি প্ৰভৃতে গণস্য ।

ব্যাখ্যা---তনোৰভাৱাৎ (তন্বত্তনু বিভাগেন কাৰ্য্যাভাৱাৎ) অতনু-উদিতানি (কথিতানি) কাৰ্য্যাণি (উ বিকৰ-নাদীনি) কাৰ্য্যাণি (কৰ্ত্ত-

ব্যানি)। যথা ত থৈৱ (যথাযথং) ভেদাৎ স্বৰব্যঞ্জনয়োঃ (স্বৰ-ব্যঞ্জনভেদেন) তনাদি-স্বাদি ক্ৰিয়াদি প্ৰভৃতে র্গণস্য ধাতোঃ যথা কাৰ্য্যাণি-উক্তাণি তথৈৱ কাৰ্য্যাণি কৰ্ত্তব্যানি।

সৰলাৰ্থ---তনু আৰু অতনু সংজ্ঞা হিচাপে আৰু স্বৰ-ব্যঞ্জন আদি ভেদ হিচাপে তনাদি-স্বাদি-ক্ৰ্যাদি প্ৰভৃতি গণীয় ধাতুবোৰৰ যি ভাবে উ বিকৰণ আদি কাৰ্য্য কৰা হৈছে, উল্লেখ কৰা হিচাপে সেই কাৰ্য্যবোৰ কৰা হব। উদাহৰণ---তনুয়াৎ। লোট্ বিভক্তি---তু-তাম্-অন্তু, হি-তম্-ত, আনি-আৱ-আম। তাম্-আতাম্-অন্তাম্, স্ব-আথাম্-ধ্বম্, ঐ-আৱহৈ-আমহৈ।

১৪৪। লোটি হি লোপ্যোঽকাৰাৎ ।

ব্যাখ্যা---অকাৰাৎ পৰঃ লোটি হি বিষয়ে হি ৱিভক্তিঃ লোপ্যঃ স্যাৎ।

সৰলাৰ্থ---অকাৰৰ পিছত থকা লোটৰ হি বিভক্তি লোপ হব। উদাহৰণ---ভজ।

১৪৫। স্বাদি তনাদ্যোৰসংযোগাৎ ।

ব্যাখ্যা---অসংযোগাৎ (সংযোগভিন্নাৎ) স্বাদিতনাদ্যোঃ ধাত্বোঃ পৰঃ-হি লোপঃ স্যাৎ।

সৰলাৰ্থ---সংযুক্ত নহলে স্বাদি তনাদি ধাতুৰ পিছত থকা হি বিভক্তিৰ লোপ হব। উদাহৰণ---সুনু।

১৪৬। ক্ৰ্যাদি হলন্তাম্নীহ্যোৰানৌ ।

ব্যাখ্যা---ক্ৰ্যাদি হলন্তাদ্ধাতোঃ পৰয়োঃ নিহ্যোঃ স্থানে ক্ৰমাদ্ আনৌ স্তঃ।

সৰলাৰ্থ---ক্ৰ্যাদি গণীয় ব্যঞ্জনান্ত ধাতুৰ শেষত আদেশ হোৱা নী আৰু হি বিভক্তিৰ ঠাইত আ আৰু ণ হব। উদাহৰণ---মুষাণ।

১৪৭। ন শ্চ গ্ৰহঃ ।

ব্যাখ্যা---গ্ৰহঃ (গ্ৰহ ধাতোঃ) পৰয়োঃ নিহ্যোঃ স্থানে নঃ স্যাৎ।

সৰলাৰ্থ---গ্ৰহ ধাতুৰ পিছত থকা নী আৰু হিৱি ভক্তিৰ ঠাইত ণ হব। উদাহৰণ---গৃহাণ।

১৪৮। ধুটো হের্ধিঃ।

ব্যাখ্যা---ধুটঃ পৰঃ হেঃ (হি ৱিভক্তিঃ স্থানে ধিঃ স্যাৎ।)

সৰলাৰ্থ---ধুট্ সংজ্ঞক বৰ্ণ পিছত থাকিলে হি বিভক্তিৰ ঠাইত ধি হব। উদাহৰণ---উড্চি।

১৪৯। ঐ আৱহে আমহে চ কধাদেৰতন্ শ্চ ৱা।

ব্যাখ্যা---কধাদেঃ ধাতোঃ পৰা ঐ-আৱহে-আমহৈ চ ৱিভক্তয়ঃ ৱা (ৱিকল্পেন) অতনুঃ স্যাৎ।

সৰলাৰ্থ---কধাদি ধাতুৰ পিছত থকা ঐঃআৱহে-আমহে বিভক্তিৰ বিকল্পে অতন্ সংজ্ঞা হব। উদাহৰণ---কদ্ধৈ।

১৫০। সৃতের্নিত্যম।

ব্যাখ্যা---সৃতেঃ (সৃ ধাতোঃ পৰাঃ) ঐ-আৱহৈ আমহে চ ৱিভক্তয়ঃ নিত্যং-অতনু সংজ্ঞঃ স্যাৎ।

সৰলাৰ্থ---সৃ ধাতুৰ পিছত ঐ-আৱহে-আমহৈ বিভক্তিৰ নিত্যন্তে অতন্ সংজ্ঞা হব। উদাহৰণ---সুৰৈ।

১৫১। ৱিদেৰাম্ ৱা।

ব্যাখ্যা---ৱিদেঃ (ৱিদ্ ধাতোঃ পৰঃ) লোটঃ স্থানে ৱা আম স্যাৎ।

সৰলাৰ্থ---ৱিদ্ ধাতুৰ পিছত লোট বিভক্তি থাকিলে আম্ প্ৰত্যয় হব।

১৫২। কৰোত্বাদ্যাস্ততঃ পৰাঃ।

ব্যাখ্যা---ততঃ (আমন্তাদ্ধাতোঃ পৰাঃ) কৰোত্বাদ্যাঃ (কৰোতু আদি প্ৰয়োগাঃ) ভৱন্তিঃ প্ৰযোক্তব্যাঃ।

সৰলাৰ্থ---আম্ প্ৰত্যয় হলে ধাতুৰ পিছত কৰোতু আদি প্ৰয়োগবোৰ আপোনালোকে কৰিব। উদাহৰণ---ৱিদাঙ্কৰোতু।

১৫৩। দেহি ধেহি জুহুধ্যেধি জহি শাধি জহাহি চ। নিপাতনাৎ।

ব্যাখ্যা---দেহি ধেহীত্যাদি প্ৰয়োগাঃ নিপাতনাৎ (শিষ্টাচাৰাৎ) সিদ্ধ্যন্তি।

সৰলাৰ্থ---দেহি-ধেহি-জুহুধি-এধি-জহি-শাধি আৰু জহাহি আদি পদবোৰ শিষ্টসকলৰ প্ৰয়োগত নিপাতনত সিদ্ধ হৈছে।

১৫৪। ধাতুমাত্ৰাৎ তুহ্যোৰাশিষি তাৎ শ ৰা ।

ব্যাখ্যা—আশিষি (আশীৰ্ব্বাদে-অৰ্থে গম্যমানে সতি) ধাতুমাত্ৰাৎ পৰয়োঃ-তুহ্যোঃ স্থানে ৰা (বিকল্পেন) তাৎ শঃ স্যাৎ।

সৰলাৰ্থ—আশীৰ্ব্বাদ অৰ্থ বুজালে ধাতুৰ পিছত থকা তু আৰু হি বিভক্তিৰ ঠাইত বিকল্পে তাৎশ প্ৰত্যয় হব। উদাহৰণ-- ৰুদ্ধাৎ।

১৫৫। হ্যস্তনী হ্যোঽৰধৌ ভূতে।

১৫৬। মাস্মযোগে হ্যদ্যতন্যপি।

ব্যাখ্যা—হ্যৱধৌ (গতেঽহ্নি ৰাচ্যে) ভূতে কালে (ক্ৰিয়াধিকৰণত্বে-অৰ্থে গম্যমানে সতি) ধাতোঃ পৰঃ হ্যস্তনী বিভক্তিঃ স্যাৎ যথা দি' তাম্-অন্, স-তম্-ত, অম্-ৱ-ম, ত-আতাম্-অন্ত, থাস্-আথাম্-ধ্বম্, ই-ৱহি-মহি। মাস্ম যোগে চ সতি সৰ্ব্বকালে ধাতোঃ পৰৌ হ্যস্তন্যদ্যতনৌ স্যাতাম্।

সৰলাৰ্থ—যোৱা দিনৰ অতীত বুজালে ধাতুৰ পিছত হ্যস্তনী বিভক্তি আৰু মাস্ম শব্দৰ যোগত ধাতুৰ পিছত হ্যস্তনী আৰু অদ্যতনী বিভক্তি হব। হ্যস্তনী যেনে ঃ---দি-তাম্-অন্, স-তম্-ত, অম্-ৱ-ম, ত-আতাম্-অন্ত, থাস্-আথাম্-ধ্বম্, ই-ৱহি-মহি।

১৫৭। অড্ ধাত্বাদাৱচাং বৃদ্ধিৰ্লঙ লুঙ্ ক্ৰিয়াতিপত্তিষু।

ব্যাখ্যা—লঙ্-লুঙ্-ক্ৰিয়াতিপত্তিষু বিভক্তিষু পৰাসু সৎসু ধাত্বাদে-অট্ স্যাৎ, অচাং স্থানে বৃদ্ধি শ্চ স্যাৎ।

সৰলাৰ্থ—লঙ্-লুঙ্ আৰু ক্ৰিয়াতিপত্তি বিভক্তি পিছত থাকিলে ধাতুৰ আগত অট্ প্ৰত্যয়ৰ অ হব আৰু অচ্ বৰ্ণৰ ঠাইত বৃদ্ধি হব। উদাহৰণ—অযজৎ।

১৫৮। অস্তীণ্ য়কাৰাদাদাৰাট্।

ব্যাখ্যা—লঙ্ লুঙ্ ক্ৰিয়াতিপত্তিষু বিভক্তিষু পৰাসু সতিষু অস্তীণ্ যকাৰাৎ (অস্ ধাতো ৰাদৌ-ইন্-যকাৰান্ত-আদৌ) আৎ স্যাৎ।

সৰলাৰ্থ—লঙ্-লুঙ্ আৰু ক্ৰিয়াতিপত্তি বিভক্তি পিছত থাকিলে অস্ ধাতুৰ আগত আৰু ই ধাতুৰ যকাৰৰ আগত আট্ প্ৰত্যয়ৰ আ হব। উদাহৰণ—আসীৎ।

১৫৯। নৈতে স্ম্যৰ্মাস্ম মাস্বয়ে।

ব্যাখ্যা—লঙ্-লুঙ্ ক্রিয়াতিপত্তিষু বিভক্তিষু পৰাষু সতিষু মাস্ম মান্বয়ে (মা মাস্ম যোগে চ সতি) এতে (অড্‌বৃদ্ধ্যাটঃ) প্রত্যয়াঃ ন স্যুঃ।

সৰলাৰ্থ—লঙ্-লুঙ্ আৰু ক্ৰিয়াতিপত্তি বিভক্তি পিছত থাকিলে ধাতুৰ আগত অট্ আৰু আট্ প্ৰত্যয়, আৰু অচ্ বৰ্ণৰ বৃদ্ধি আদি কাৰ্য্য একোৱেই নহব। উদাহৰণ—মাস্মকৰোৎ।

১৬০। ৰসোৰ্ব্বিসৰ্গঃ পদান্তে।

ব্যাখ্যা—পদান্তে সতি ৰসোঃ (ৰ বৰ্ণস্য স বৰ্ণস্য চ স্থানে) বিসৰ্গঃ স্যাৎ।

সৰলাৰ্থ—পদৰ শেষত থকা ৰ আৰু স বৰ্ণৰ ঠাইত বিসৰ্গ হব। উদাহৰণ—অৰজঃ।

১৬১। লিঙ্গৱৎ প্ৰথমো ধুটাম্।

ব্যাখ্যা—লিঙ্গৱৎ (লিঙ্গস্যেৱ পদান্তে সতি-অঘোষে চ পৰে সতি) ধুটাং স্থানে স্বকীয় ৱৰ্গস্য প্ৰথম ৱৰ্ণঃ স্যাৎ।

সৰলাৰ্থ—লিঙ্গৰ দৰে পদান্ত হলে আৰু অঘোষ বৰ্ণ পিছত থাকিলে ধুট বৰ্ণৰ ঠাইত অৰ্থাৎ ধুট্ সংজ্ঞক বৰ্ণ যি বৰ্গৰ হয় সেই বৰ্গৰ প্ৰথম বৰ্ণ হব।

১৬২। দিসোৰ্ল্লোপো ব্যঞ্জনান্তাৎ।

ব্যাখ্যা—ব্যঞ্জনান্তাৎ ধাতোঃ পৰয়োঃ দি সোঃ-ৱিভক্ত্যোঃ লোপ্যঃ স্যাৎ।

সৰলাৰ্থ—ব্যঞ্জনান্ত ধাতুৰ পিছত থকা দি আৰু স বিভক্তিৰ লোপ হব। উদাহৰণ—অকৰণৎ।

১৬৩। সো লোপে তস্য ৰো ন ৱা।

ব্যাখ্যা—সঃ লোপে সতি তস্য (ধাতোঃ-তৱৰ্ণস্য স্থানে) ন ৱা (বিকল্পেন) ৰঃ স্যাৎ।

সৰলাৰ্থ—বিভক্তিৰ স লোপ হলে ধাতুৰ ত বৰ্ণৰ ঠাইত বিকল্পে ৰ বৰ্ণ হব। উদাহৰণ—অকন্ধম্—অকণঃ।

১৬৪। অন্তে ষষ্টঃ।

ব্যাখ্যা—অন্তে বিৰামে চ সতি (ধাতোঃ ষ বৰ্ণস্য স্থানে) টঃ বৰ্ণঃ স্যাৎ।

সৰলাৰ্থ—পদান্ত আৰু বিৰাম হলে ধাতুৰ ষ বৰ্ণৰ ঠাইত ট বৰ্ণ হব। উদাহৰণ—অপিনট্।

১৬৫। অট্ স্যাদদো দি সি।

ব্যাখ্যা—দি সি পৰে সতি অদঃ পৰঃ (অদ্ধাতোঃ পৰঃ) অট্ স্যাৎ

সৰলাৰ্থ—দি আৰু সি বিভক্তি পিছত থাকিলে অদ্ ধাতুৰ পিছত অট্ প্ৰত্যয় হব। উদাহৰণ—আদৎ।

১৬৬। অস্তে ৰীট্।

ব্যাখ্যা—দিসি পৰে সতি অস্তেঃ (অস্ ধাতোঃ পৰঃ) ইট প্ৰত্যয়ঃ স্যাৎ।

সৰলাৰ্থ—দি আৰু সি বিভক্তি পিছত থাকিলে অস্ ধাতুৰ পিছত ইট্ প্ৰত্যয়ৰ ই হব। উদাহৰণ—আসীৎ।

১৬৭। উভাৰপি ৰুদাদিতঃ।

ব্যাখ্যা—দিসোঃ পৰয়োঃ সতোঃ ৰুদাদিতঃ ধাতুভ্যঃ পৰৌ উভাৰপি (উভৌ-অপি-অটিটৌ) স্যাতাম্।

সৰলাৰ্থ—দি আৰু সি বিভক্তি পিছত থাকিলে ৰুধাদি ধাতুৰ পিছত অট্ আৰু ইট্ প্ৰত্যয় হব। উদাহৰণ—অৰোদৎ।

১৬৮। উৰ্ণ্ণো গুণঃ।

ব্যাখ্যা—দিসোঃ পৰয়োঃ সতোঃ উৰ্ণ্ণঃ ধাতোঃ গুণঃ স্যাৎ।

সৰলাৰ্থ—দি আৰু সি বিভক্তি পিছত থাকিলে উৰ্ণ্ণ ধাতুৰ গুণ হব। উদাহৰণ—প্ৰৌৰ্ণোৎ।

১৬৯। ৰা সস্ত স্তে।

ব্যাখ্যা—হ্যস্তন্যাঃ -ত স্বৰূপে তে পৰে সতি ধাতোঃ সস্য স্থানে ৰা (ৰিকল্পেন) তঃ স্যাৎ।

সৰলাৰ্থ—হ্যস্তনী বিভক্তি উভয় পদৰ ত বৰ্ণ পিছত থাকিলে ধাতুৰ স বৰ্ণৰ ঠাইত ত বৰ্ণ হব। উদাহৰণ—আত্ত।

১৭০। দেৰ্লোপে সস্য তঃ সদা ।*

ব্যাখ্যা—(দেঃ (দি ৱিভক্তেঃ) লোপে সতি সস্য (ধাতোঃ স বৰ্ণস্য স্থানে) সদা (নিত্যং) তঃ স্যাৎ।

সৰলাৰ্থ—দি বিভক্তিৰ লোপ হলে ধাতুৰ স বৰ্ণৰ ঠাইত সদায় ত বৰ্ণ হব। উদাহৰণ—অহিনৎ।

১৭১। ৱিদভ্যস্তাদন উঃ ।

ব্যাখ্যা—ৱিদভ্যস্তাৎ (ৱিদ্ অভ্যস্ত সংজ্ঞকাৎ) হ্যস্তন্যাঃ অন ৱিভক্তেঃ স্থানে উঃ স্যাৎ।

সৰলাৰ্থ—ৱিদ্ ধাতুৰ অভ্যস্ত সংজ্ঞা হলে হ্যস্তনী বিভক্তিৰ অন বিভক্তিৰ ঠাইত উ হব। উদাহৰণ—অৱিদুঃ।

১৭২। ৱা দ্বিষঃ ।

ব্যাখ্যা—দ্বিষঃ পৰঃ হ্যস্তন্যাঃ অনঃ ৱা উস্ স্যাৎ।

সৰলাৰ্থ—দ্বিষ্ ধাতুৰ পিছতো হ্যস্তনী বিভক্তিৰ অন বিকল্পে উস্ হব। উদাহৰণ—অদ্বিষুঃ।

১৭৩। আদন্তত শ্চ ৱা ।

ব্যাখ্যা—আদন্ততশ্চ পৰঃ হ্যস্তন্যাঃ অনঃ ৱা উস্ স্যাৎ।

সৰলাৰ্থ—আদন্ত ধাতুৰ পিছতো হ্যস্তনী বিভক্তিৰ অন বিকল্পে উস্ হব।

১৭৪। অত্ৰোলুক্ ।

ব্যাখ্যা—অত্ৰ (বিকৃতে উসি পৰে সতি) আদন্ত ধাতোঃ পৰঃ আ লুক্ স্যাৎ।

সৰলাৰ্থ—বিকৃত উস্ অৰ্থাৎ হ্যস্তনী বিভক্তিৰ অনৰ ঠাইত হোৱা উস্ পিছত থাকিলে আদন্ত ধাতুৰ আকাৰৰ লোপ হব। উদাহৰণ—অভুঃ।

১৭৫। অভ্যস্তানাম্যন্তা গুণিনঃ ।

ব্যাখ্যা—অত্ৰ ৱিকৃতে উসি পৰে সতি অভ্যস্তাঃ (অভ্যস্ত সংজ্ঞকাঃ ধাতৱঃ) নামান্তাঃ চেৎ গুণিনঃ স্যুঃ।

—২৪

সৰলাৰ্থ—হ্যস্তনীৰ অন বিভক্তিৰ ঠাইত হোৱা উস্ পিছত থাকিলে আৰু অভ্যস্ত সংজ্ঞক ধাতুৰ শেষত থকা নামি সংজ্ঞক স্বৰৰ গুণ হব। উদাহৰণ—অজাগৰুঃ।

১৭৬। নোপান্ত নামিনোঽচি তনৌ।

ব্যাখ্যা—তনৌ (তনু সংজ্ঞকে) অচি (অচ্ বৰ্ণে পৰে সতি) উপান্ত নামিনঃ অভ্যস্তাঃ গুণিনশ্চ ন স্যুঃ।

সৰলাৰ্থ—তনু সংজ্ঞক অচ্ বৰ্ণ পিছত থাকিলে উপান্ত হোৱা নামি সংজ্ঞক বৰ্ণৰ আৰু ধাতুৰ অভ্যস্ত বৰ্ণবো গুণ নহব। উদাহৰণ—অনেনিজম্। ২য় বিন্যাসঃ।

১৭৭। অথ ভাৱে কৰ্ম্মণ্যপি সৰ্ব্বস্মাদাত্মনে পদং প্ৰাহুঃ।

ব্যাখ্যা—অথ (কৰ্ত্তৰি ৱাচ্যে ধাতূনাং সাধ্য কথনান্তৰতঃ) ভাৱে ৱাচ্যে কৰ্ম্মণি অপি ৱাচ্যে চ সতি সৰ্ব্বস্মাৎ ধাতোঃ পৰঃ আত্মনে পদং প্ৰাহুঃ।

সৰলাৰ্থ—কৰ্ত্তৃ বাচ্যত ধাতুৰ সাধ্য সাধনৰ নিয়ম কোৱাৰ পিছত ভাৱ আৰু কৰ্ম্ম বাচ্যত সকলো ধাতুৰ পিছত হোৱা আত্মনে পদৰ বিষয়ে কোৱা হব।

১৭৮। তত্ৰ তু শিতি যক্।

ব্যাখ্যা—তত্ৰ (ভাৱ কৰ্ম্ম ৱাচ্যে) শিতি (শিত্ সংজ্ঞকে পৰে সতি) সৰ্ব্বস্মাৎ ধাতোঃ পৰঃ যক্ স্যাৎ।

সৰলাৰ্থ—শিত্ সংজ্ঞক বৰ্ণ পিছত থাকিলে ভাৱ আৰু কৰ্ম্ম বাচ্যত ধাতুৰ শেষত যক্ প্ৰত্যয়ৰ য হব। উদাহৰণ—গম্যতে।

১৭৯। ঋদন্ত স্যেৰ গুণে।

ব্যাখ্যা—অগুণে (প্ৰত্যয়ে পৰে সতি) ধাত্বন্তস্য ঋকাৰস্য স্থানে ইৰ্ স্যাৎ।

সৰলাৰ্থ—অগুণ প্ৰত্যয় পিছত থাকিলে ধাতুৰ শেষত থকা ঋকাৰৰ ঠাইত ইৰ্ হব। উদাহৰণ—তীৰ্য্যতে।

১৮০। উৰ্ স্যাদোষ্ঠ্যাৎ পৰস্থস্য।

ব্যাখ্যা—অগুণে প্ৰত্যয়ে পৰে সতি ওষ্ঠ্যাৎ (ওষ্ঠ্য সংজ্ঞকবৰ্ণাৎ) পৰস্থস্য (পৰভূতস্য) ধাতোঃ ঋকাৰস্য স্থানে উৰ্ স্যাৎ।

সৰলাৰ্থ—অগুণ প্ৰত্যয় পিছত থাকিলে ওষ্ঠ্য সংজ্ঞক বৰ্ণৰ পিছত থকা ধাতুৰ ঋকাৰৰ ঠাইত উৰ্ হব। উদাহৰণ—পূৰ্য্যতে।

১৮১। অগুণে হলি ৰবুপান্তো নামীদীৰ্ঘোভৱত্য কুৰ্চ্চুৰ্য্যোঃ।

ব্যাখ্যা—অগুণে হলি পৰে সতি অকুৰ্চ্চুৰ্য্যোঃ (কুৰ্ চুৰ্ ভিন্নানাং ধাতূনাং) ৰবুপান্তঃ (ৰবয়ো ৰুপান্তঃ) নামী দীৰ্ঘঃ ভৱতি।

সৰলাৰ্থ—অগুণ হল্ সংজ্ঞক বৰ্ণ পিছত থাকিলে কুৰ্ আৰু চুৰ্ ভিন্ন ধাতুৰ ৰ আৰু ব বৰ্ণ উপান্ত হোৱা নামী সংজ্ঞক বৰ্ণ দীৰ্ঘ হব। উদাহৰণ—তীৰ্য্যতে।

১৮২। কিতি হলি মাহাকৃস্যতিগৈ পাস্থাদামন্ত ঈকাৰঃ।

ব্যাখ্যা—কিতি হলি (কানুবন্ধি হল্ সংজ্ঞক বৰ্ণে পৰে সতি) মাহাক্-স্যতিগৈ পাস্থাদাং (ধাতূনাং) অন্তঃ-ঈঃ স্যাৎ।

সৰলাৰ্থ—ক অনুবন্ধি হল্ সংজ্ঞক বৰ্ণ পিছত থাকিলে মা-হা-সো-গৈ-পা-দা-স্থা আদি ধাতুৰ শেষত থকা আকাৰৰ ঠাইত ঈ হব। উদাহৰণ—মীয়তে।

১৮৩। দাহ্‌পিদ্দাধৌ।

ব্যাখ্যা—অপিৎ (পানুবন্ধি দাপ্ দৈপ্ ধাতূবৰ্জ্জয়িত্বা) দাধা ইত্যেতৌ দা সংজ্ঞকৌ স্তঃ।

সৰলাৰ্থ—প অনুবন্ধি দাপ্ আৰু দৈপ্ ধাতুৰ বাহিৰে দা আৰু ধ ধাতুৰ দা সংজ্ঞা হব। উদাহৰণ—দীয়তে।

১৮৪। নামী যকি দীৰ্ঘঃ স্যাৎ।

ব্যাখ্যা—যকি (যক্ প্ৰত্যয়ে পৰে সতি) অন্ত নামী দীৰ্ঘঃ স্যাৎ।

সৰলাৰ্থ—যক্ প্ৰত্যয় পিছত থাকিলে ধাতুৰ শেষৰ নামী সংজ্ঞক বৰ্ণ দীৰ্ঘ হব। উদাহৰণ—হীয়তে।

১৮৫। তনস্তা বা।

ব্যাখ্যা—যক্ প্ৰত্যয়ে পৰে সতি তনঃ (তন্ ধাতোঃ স্থানে) বা তা স্যাৎ।

সৰলাৰ্থ—যক্ প্ৰত্যয় পিছত থাকিলে তন্ ধাতুৰ ঠাইত বিকল্পে তা হব। উদাহৰণ—তন্যতে তায়তে।

১৮৬। ঋকাৰস্য ৰি ।

ব্যাখ্যা---যকি পৰে সতি ধাতো ঋকাৰস্য স্থানে ৰি স্যাৎ।

সৰলাৰ্থ---যক্ প্ৰত্যয় পিছত থাকিলে ধাতুৰ ঋকাৰৰ ঠাইত ৰি হব। উদাহৰণ---ক্ৰিয়তে ।

১৮৭। জাগ্ৰৰ্ত্তি সংযোগান্ত ঋতাং গুণঃ ।

ব্যাখ্যা---যকি পৰে সতি জাগ্ৰত্তি সংযোগান্ত ঋতাং (জাগৃ-ঋ-সংযুক্ত ঋকাৰান্ত ধাতূনাঞ্চ) গুণঃ যুষ্মাভিঃ কাৰ্য্যঃ ।

সৰলাৰ্থ---যক্ প্ৰত্যয় পিছত থাকিলে জাগৃ-ঋ আৰু সংযুক্ত ঋকাৰান্ত ধাতুৰ ঋকাৰৰ ঠাইত গুণ কৰিব। উদা---জাগৰ্য্যতে ।

১৮৮। প্ৰাদিভ্য উহে হ্ৰস্বো যে কিতি ।

ব্যাখ্যা---কিতি (কানুবন্ধি) যে পৰে সতি প্ৰাদিভ্যঃ (উপসৰ্গেভ্যঃ-পৰঃ) উহেঃ (উহ ধাতোঃ) হ্ৰস্বঃ স্যাৎ ।

সৰলাৰ্থ---ক অনুবন্ধি য প্ৰত্যয় পিছত থাকিলে প্ৰাদি উপসৰ্গৰ পিছত থকা উহ্ ধাতুৰ হ্ৰস্ব হব। উদাহৰণ---অভ্যুহ্যতে ।

১৮৯। শীঙঃ শয়ীৰিতঃ ।

ব্যাখ্যা---কানুবন্ধি যে প্ৰত্যয়ে পৰে সতি শীঙঃ (শীঙ্ধাতোঃ স্থানে) শয় শিষ্টৈ ঈৰিতঃ (কথিতঃ)।

সৰলাৰ্থ---ক অনুবন্ধি য প্ৰত্যয় পিছত থাকিলে শী ধাতুৰ ঠাইত শয় হব বুলি শিষ্টসকলে কয়। উদাহৰণ---শয্যতে ।

১৯০। খন্ জন্ সন্ ৰা খা জা সাঃ স্যুঃ ।

ব্যাখ্যা---কানুবন্ধি যে প্ৰত্যয়ে পৰে সতি খন্-জন্-সন্-ধাতূনাং স্থানে ৰা (বিকল্পেন) খা-জা-সা-আদেশাঃ স্যুঃ ।

সৰলাৰ্থ---ক অনুবন্ধি য প্ৰত্যয় পিছত থাকিলে খন্-জন্-সন্ ধাতুৰ ঠাইত বিকল্পে খা-জা-সা আদেশ হব। উদাহৰণ---খন্যতে ।

১৯১। ৰচি স্বপ্ যজ্ ৰদি ৰপি শ্বি ৱেঞ্ ব্যেঞ্ ৰহি হবয়াম্। ৰসঃ সঃ ষশ্চৈককৃষ্ণঃ কিতি স্যাৎ সম্প্ৰসাৰণম্।

ব্যাখ্যা---কিতি (কানুবন্ধি প্ৰত্যয়ে পৰে সতি) ৰচি স্বপ্-যজ্-ৰদি-ৰপি-শ্বি-ৱেঞ্-ব্যেঞ্-ৰহি-হবয়াম্ (ধাতূনাং) একক্ৰষ্ণ ঃ (একৰাৰং) সম্প্ৰসাৰণং স্যাৎ। ৰসশ্চ (ধাতোঃ) সম্প্ৰসাৰণং স্যাৎ ৰসঃ সঃ স্থানে ষঃ স্যাৎ।

সৰলাৰ্থ---ক অনুবন্ধি প্ৰত্যয় পিছত থাকিলে ৰচ্-স্বপ্-যজ্-ৰদ্-ৰপ্-শ্বি-ৱেঞ্-ৰহ আৰু হেঞ ধাতুৰ এবাৰ সম্প্ৰসাৰণ হব। ৰস ধাতুৰ স বৰ্ণ ষ হব। উদাহৰণ---উচ্যতে।

১৯২। গ্ৰহি জ্যা ব্যধ্ ৰশি প্ৰচ্ছি ব্ৰশ্চি ভ্ৰজ্জিব্যচোঽগুণে।

ব্যাখ্যা---অগুণে প্ৰত্যয়ে পৰে সতি গ্ৰহি-জ্যা-ব্যধ্-ৰশি-প্ৰচ্ছি-ব্ৰশ্চি ভ্ৰজ্জি-ব্যচঃ ধাতৰঃ সম্প্ৰসাৰণং স্যাৎ।

সৰলাৰ্থ---অগুণ প্ৰত্যয় পিছত থাকিলে গ্ৰহ্-জ্যা-ব্যধ্-ৰশ্-প্ৰচ্ছ-ব্ৰশ্চ-ভ্ৰজ্জ-ব্যচ্ ধাতুৰ সম্প্ৰসাৰণ হব। উদাহৰণ---গৃহ্যতে।

১৯৩। এচাং পঠস্থিতান্তানামাকাৰো বিষয়ে হ ন নঃ।

ব্যাখ্যা---অননঃ (অন্‌ভিন্নস্য বিষয়ে সতি) পাঠস্থিতান্তানাং এচাং স্থানে আত্বং স্যাৎ।

সৰলাৰ্থ---অন্ ভিন্ন প্ৰত্যয় পিছত থাকিলে ধাতুৰ শেষত থকা এচ্ সংজ্ঞক বৰ্ণৰ ঠাইত আকাৰ হব। উদাহৰণ-গ্লায়তে।

১৯৪। আকাৰ লুগ্ দৰিদ্ৰাতেৰশিত্য সননাকণি।

ব্যাখ্যা---অসননা কণি (সন্-অন্-অকণ্ ভিন্নে প্ৰত্যয়ে পৰে সতি অশিতি চ পৰে সতি দৰিদ্ৰাতেঃ (দৰিদ্ৰা ধাতোঃ) আকাৰঃ লুক্ স্যাৎ।

সৰলাৰ্থ---সন্-অন্-অকণ্ প্ৰত্যয় ভিন্ন আৰু শিত্ সংজ্ঞক ভিন্ন আন বৰ্ণ পিছত থাকিলে দৰিদ্ৰা ধাতুৰ আকাৰ লোপ হব। উদাহৰণ---দৰিদ্ৰিতা।

১৯৫। দীধীৱেব্যো ৰিহায়ামং গুণ বৃদ্ধ্যোৰভাজনম্ ।
যে ৰ্ণয়োস্তয়োৰী লুক্ ।

ব্যাখ্যা—আমং ৰিহায় (আম্ প্ৰত্যয়ং পৰিত্যজ্য) দী ধীৱেব্যো (ধাত্বোস্ত) গুণ বৃদ্ধোৰ ভাজনং স্যাৎ) (গুণ বৃদ্ধৌ ন স্যাৎ) যে ৰ্ণয়োঃ (য ই ৰ্ণয়োঃ পৰয়োঃ সতোঃ) তয়োঃ দীধীৱেব্যোঃ ধাত্বোঃ ই লুক্ স্যাৎ ।

সৰলাৰ্থ—আম্ প্ৰত্যয় নহলে দীধী আৰু ৱেৰী ধাতুৰ গুণ আৰু বৃদ্ধি নহব। য আৰু ই পিছত থাকিলে উক্ত ধাতু দুটাৰ ঈকাৰৰ লোপ হব। উদাহৰণ—দীধ্যতে।

১৯৬। অশিত্যস্তের্ভূঃ ।

ব্যাখ্যা—অশিতি (শিতি ভিন্নে প্ৰত্যয়ে পৰে সতি) অস্তেঃ (অস্ ধাতোঃ স্থানে ভূঃ স্যাৎ ।)

সৰলাৰ্থ—শিত্ সংজ্ঞক ভিন্ন প্ৰত্যয় পিছত থাকিলে অস্ ধাতুৰ ঠাইত ভূ হব। উদাহৰণ—ভূয়তে ।

১৯৭। ব্ৰুৱো ৰচ্ ।

ব্যাখ্যা—অশিতি পৰে সতি ব্ৰুৱঃ (ব্ৰু ধাতোঃ স্থানে) ৰচ্ স্যাৎ ।

সৰলাৰ্থ—শিত্ সংজ্ঞক ভিন্ন প্ৰত্যয় পিছত হলে ব্ৰু ধাতুৰ ঠাইত ৰচ্ হব। উদাহৰণ—উচ্যতে।

১৯৮। অজেৰ্ব্বীৰ ননাদিষু ।

ব্যাখ্যা—অননাদিষু (অনাদি ভিন্ন) অশিতি প্ৰত্যয়েষু পৰেষু সৎষু অজেঃ (অজ্ ধাতোঃ স্থানে) ৰীঃ স্যাৎ।

সৰলাৰ্থ—অন্ ভিন্ন আশিত্ প্ৰত্যয় পিছত থাকিলে অজ্ ধাতুৰ ঠাইত ৰী হব। উদাহৰণ—ৰীয়তে।

১৯৯। অৱৰ্জ্জনাভোজনয়ো শচক্ষঙঃ খ্যাঞ্ ৰিধীয়তে ।

ব্যাখ্যা—অশিতি পৰে সতি (অৱৰ্জ্জনাভোজনয়োঃ (ৱৰ্জ্জনভোজনেভিন্নে অৰ্থে চ) চক্ষঙঃ (চক্ষ ধাতোঃ স্থানে) খ্যাঞ্ ৰিধীয়তে।

সৰলাৰ্থ—শিত্ ভিন্ন প্ৰত্যয় পিছত থাকিলে বৰ্জ্জন আৰু ভোজন কৰা অৰ্থ নুবুজালে চক্ষ ধাতুৰ ঠাইত খ্যা হব। উদাহৰণ—আখ্যায়তে ।

(ইতি যক্ প্ৰকৰণম্)

২০০। ভৱিষ্যতি শ্বঃ প্ৰভৃতৌ কালে শ্বস্তন্যুদীৰিতা।

ব্যাখ্যা—শ্বঃ (অনাগতে অহ্নি) প্ৰভৃতৌকালে ভৱিষ্যতি (ক্ৰিয়াধিকৰণত্বে বিৱক্ষিতে সতি) ধাতোঃ পৰঃ শ্বস্তনী বিভক্তিঃ শিষ্টৈঃ উদীৰিতাঃ (কথিতাঃ)। যথা—তা-তাৰৌ-তাৰস্। তাসি-তাস্থস্-তাস্থ। তাস্মি-তাস্বস্-তাস্মস্। তা-তাৰৌ-তাৰস্। তাসে-তাসাথে-তাধ্বে। তাহে-তাস্বহে-তাস্মহে।

সৰলাৰ্থ—শ্বঃ অৰ্থাৎ অহাকালি প্ৰভৃতি ভৱিষ্যত কাল বুজালে ধাতুৰ পিছত শ্বস্তনী বিভক্তি ব্যৱহাৰ হ'ব বুলি শিষ্টসকলে কয়। শ্বস্তনী বিভক্তি যেনে—তা-তাৰৌ-তাৰস্। তাসি-তাস্থস্-তাস্থ। তাস্মি-তাস্বস্-তাস্মস্। তা-তাৰৌ-তাৰস্। তাসে-তাসাথে-তাধ্বে তাহে-তাস্বহে-তাস্মহে।

২০১। অস্যাং কৃপেঃ স্যাদুভয়ম্ ।

ব্যাখ্যা—অস্যাং (শ্বস্তন্যাং) কৃপেঃ (কৃপ্ ধাতোঃ পৰঃ) (উভয় পদং স্যাৎ।

সৰলাৰ্থ—শ্বস্তনী বিভক্তি হ'লে কৃপ্ ধাতু উভয় পদী হ'ব। উদাহৰণ—কল্প্তা।

২০২। ইট্ তাসে পৰতো ভৱেৎ ।

ব্যাখ্যা—তাসে বিভক্তৌ পৰতঃ কৃপঃ ধাতোঃ পৰঃ ইট্ ভৱেৎ।

সৰলাৰ্থ—তাসে বিভক্তি পিছত থাকিলে কৃপ্ ধাতুৰ পিছত ইট্ প্ৰত্যয় হ'ব। উদাহৰণ—কল্পিতাসে।

২০৩। অনেকাচঃ শ্বি শীঙ্ ডী শ্ৰি ক্ষু যু ৰু ক্ষ্ণু নু বৃঞ্ বৃঞঃ। উদৃদন্তাশ্চৈত এবাজন্তাঃ সেটঃ ।

২০৪। অপৰেঽনিটঃ ।

ব্যাখ্যা—অনেকাচঃ (অনেক স্বৰ বিশিষ্টাঃ ধাতবঃ) শ্বি-শীঙ্- ডী-শ্ৰি-ক্ষু-যু-ৰু-ক্ষ্ণু-নু-বৃঙ্-বৃঞঃ ধাতবঃ উদ্‌দন্তা অজন্তাশ্চ (এতে ধাতবঃ) সেটঃ স্যুঃ। অপৰে (উক্তেভ্যো অপৰে স্বৰান্তাঃ ধাতবঃ অনিটাঃ স্যুঃ।

সৰলাৰ্থ—অনেক স্বৰবিশিষ্ট, শ্বি-শী-ডী-শ্ৰি-ক্ষু-যু-ৰু-ক্ষু-নু-বৃঙ্-বৃ, উকাৰান্ত, ঋকাৰান্ত আৰু অজন্ত ধাতুবোৰ সেৎ হব অৰ্থাৎ নিত্যন্তে ইট্ প্ৰত্যয় যুক্ত হব। ইয়াৰ বাহিৰে আন স্বৰান্ত ধাতুবোৰৰ ইট্ প্ৰত্যয় নহব। উদাহৰণ—দাতা।

২০৫। দীঙ্‌মীনাতি মিনোতী নামেচামাত্বম্ ।

ব্যাখ্যা—দীঙ্ মীনাতি মিনোতীনাং (ধাতূনাং) এচাং স্থানে আত্বং স্যাৎ।

সৰলাৰ্থ—দীঙ্-মীঙ্ আৰু মিঞ্ ধাতুৰ এচ্ সংজ্ঞক বৰ্ণৰ ঠাইত আ হব। উদাহৰণ—মাতা।

২০৬। লিয়স্তু বা।

ব্যাখ্যা—লিয়স্তু (লীঙ্ ধাতোঃ) এচাং স্থানে বা আত্বং স্যাৎ।

সৰলাৰ্থ—লীঙ্ ধাতুৰ এচ্ বৰ্ণৰ ঠাইত বিকল্পে আ হব। উদাহৰণ—বিলেতা।

২০৭। মিম্যোৰ্ন খলচোৰ্ঘে চ লিয়ঃ।

ব্যাখ্যা—খলচোঃ (খল্-অচ্ প্ৰত্যয়য়োঃ পৰয়োঃ সতোঃ) মিম্যোঃ (মিঙ্-মীঞোঃ ধাত্বোঃ) এচাং স্থানে আত্বং ন স্যাৎ, খলচোঃ পৰয়োঃ ঘে চ পৰে সতি, লিয়ঃ (লিঙ্ ধাতোঃ) এচাং স্থানে আত্বং ন স্যাৎ।

সৰলাৰ্থ—খল্ আৰু অচ্ প্ৰত্যয় হলে মীঞ্ আৰু মিঞ্ ধাতুৰ এচ্ বৰ্ণৰ ঠাইত আ নহব। খল্, অচ্ আৰু ঘ প্ৰত্যয় হলেও লিঙ্ ধাতুৰ এচ্ বৰ্ণৰ ঠাইত আ নহব। উদাহৰণ—বিলয়ঃ।

২০৮। যনস্বৰাদি ভিন্নানামশিতামাদি ৰিড্ ভৱেৎ।

ব্যাখ্যা—যন স্বৰাদি ভিন্নানাং (যাদি-নাদি-স্বৰাদি-ৰৰ্জিতানাং) অশিত্যাং (খস্তনী ৰিভক্তীনাং) আদি অৱয়ৱঃ সন্ ইট্ প্ৰত্যয়ঃ স্যাৎ।

সৰলাৰ্থ—প্ৰত্যয়ৰ য-ন আৰু স্বৰ ভিন্ন খস্তনী বিভক্তিৰ আগত ইট্ প্ৰত্যয়ৰ ই হব। উদাহৰণ—জাগৰিতা।

২০৯। ইড্‌দীৰ্ঘো ৰা বৃ ঋদন্তাদপৰস্মৈ সিজাশিষোঃ।

ব্যাখ্যা—অপৰস্মৈ সিজাশিষোঃ (পৰস্মৈপদিনঃ সিচ্ আশিষ্ ৰিভক্তি ভিন্নয়োঃ) বৃ ঋ দন্তাদ্ধাতোঃ পৰঃ ইট্ স্যাৎ। ৰা (ৰিকল্পেন) ইট দীৰ্ঘশ্চ স্যাৎ।

সৰলাৰ্থ---পৰস্মৈপদী সিচ্ আৰু আশীঃ বিভক্তি ভিন্ন আন বিভক্তি হলে ঋ আৰু ঋদন্ত ধাতুৰ পিছত ইট্ প্ৰত্যয় হব আৰু বিকল্পে ইট্ দীৰ্ঘ হব। উদাহৰণ---ৱৰীতা।

২১০। স্যাদাত্মনে পদাযোগে স্নুক্ৰমিভ্যামিড়াগমঃ।

ব্যাখ্যা---আত্মনে পদাযোগে (অব্যৱহিত ব্যৱহিত ৰূপেন আত্মনে পদ সম্বন্ধাভাৱে সতি) স্নুক্ৰমিভ্যাং ধাতুভ্যাং পৰ ইড়াগমঃ স্যাৎ।

সৰলাৰ্থ---কৰ্ত্তৃ আৰু কৰ্ম্মৰ আত্মনে পদৰ লগত সম্বন্ধ নহলে স্নু আৰু ক্ৰম্ ধাতুৰ পিছত ইট্ আগম হব। উদাহৰণ--প্ৰস্নবিতা।

২১১। কৰ্ত্ৰাত্মনে পদ প্ৰাপ্তৌ ক্ৰমঃ কৃতি ত্বনেড্ ভৱেৎ।

ব্যাখ্যা---কৃতি (কৃৎ প্ৰত্যয়ে পৰে সতি) কৰ্ত্ৰাত্মনে পদ প্ৰাপ্তৌ (কৰ্ত্তৰি আত্মনে পদ প্ৰাপ্তৌ সত্যাং) ক্ৰমঃ (ক্ৰম্ ধাতোঃ) ইট্ ন ভৱেৎ।

সৰলাৰ্থ---কৃৎ প্ৰত্যয় হলে আৰু কৰ্ত্তৃপদত আত্মনে পদ ব্যৱহাৰ হলে ক্ৰম্ ধাতুৰ পিছত ইট্ প্ৰত্যয় নহব। উদাহৰণ---প্ৰক্ৰন্তা।

২১২। ৱা স্বৃ সূয়তি ধূঞ্ সূতি ৰধাদ্যুদনু ৱন্ধিতঃ।

ব্যাখ্যা---স্বৃ-সূয়তি-ধূঞ্-সূতি-ৰধাদ্যুদনুৱন্ধিতঃ (ৰাধ্-উদন্ ৱন্ধিতঃ ধাতুভ্যঃ পৰঃ) ৱা ইট্ প্ৰত্যয়ঃ স্যাৎ।

সৰলাৰ্থ---স্বৃ-সূ-ধূঞ্ আৰু ৰধ্ আদি উদনুৱন্ধি ধাতুৰ পিছত বিকল্পে ইট্ প্ৰত্যয় হব। উদাহৰণ---স্বৰিতা।

২১৩। ৰধিৰ্নশি তৃপি দৃপৌ দ্ৰুহি স্নুহি মুহি স্নিহ।

ব্যাখ্যা---ৰধিৰ্নশি তৃপ্ দৃপৌ দ্ৰুহি স্নুহি মুহি স্নিহঃ-এতে দিৱাদ্যন্তৰ্গতাঃ ধাতৱঃ ৰধাদয়ঃ স্যুঃ।

সৰলাৰ্থ---ৰধ্-নশ্-তৃপ্-দৃপ্-দ্ৰুহ্-স্নুহ্-স্নিহ আদি দিৱাদি গণীয় ধাতুৰ ৰধাদি সংজ্ঞা হব।. উদাহৰণ---ৰধিতা।

২১৪। স্নুহাদীনাং হস্যঘত্বং ৱিকল্পেন ধুড়ন্তয়োঃ।

ব্যাখ্যা---ধুড়ন্তয়োঃ পৰয়োঃ সতোঃ স্নুহাদীনাং ধাতূনাং হস্য স্থানে ৱা ঘত্বং স্যাৎ।

সৰলাৰ্থ—ধুট্ সংজ্ঞক বৰ্ণ পিছত থাকিলে আৰু অন্ত হলে মুহ্-মুহ্ আৰু স্নিহ্ ধাতুৰ হ বৰ্ণৰ ঠাইত বিকল্পে ঘ বৰ্ণ হব। উদাহৰণ—মোগ্ধা।

২১৫। ধুটি স্বৰান্মজ্জিনশোর্নুট্।

ব্যাখ্যা—ধুটি (ধুট্ সংজ্ঞকে পৰে সতি) মজ্জিনশোঃ ধাত্বোঃ স্বৰাৎ পৰঃ-নুট্ স্যাৎ।

সৰলাৰ্থ—ধুট্ সংজ্ঞক বৰ্ণ পিছত হলে মজ্জ আৰু নশ্ ধাতুৰ স্বৰৰ পিছত নুট্ প্ৰত্যয়ৰ নকাৰ হব। উদাহৰণ—নংষ্টা।

২১৬। ধুড়ন্তয়োৰ্জ্জাদি জোলুক্।

ব্যাখ্যা—ধুড়ন্তয়োঃ পৰয়োঃ সতোঃ—আদি জঃ (আদি জৰ্বৰ্ণস্য) লুক্ স্যাৎ।

সৰলাৰ্থ—ধুট্ বৰ্ণ পিছত থাকিলে আৰু অন্ত হলে ধাতুৰ আদি জ বৰ্ণৰ লোপ হব। উদাহৰণ—মঙ্‌ক্তা।

২১৭। ভ্ৰজ্জাদের্জস্য ষো ভবেৎ।

ব্যাখ্যা—ধুড়ন্তয়োঃ পৰয়ো সতোঃ ভ্ৰজ্জাদেঃ ধাতোঃ জস্য স্থানে ষঃ ভবেৎ।

সৰলাৰ্থ—ধুট্ সংজ্ঞা পিছত থাকিলে আৰু অন্ত হলে ভ্ৰজ্জাদি ধাতুৰ জ বৰ্ণৰ ঠাইত ষ হব। উদাহৰণ—ভ্ৰষ্টা।

২১৮। ৰা সম্প্ৰসাৰণং ভ্ৰজ্জেঃ।

ব্যাখ্যা—ধুড়ন্তয়োঃ পৰয়ো সতোঃ ভ্ৰজ্জেঃ (ভ্ৰজ্জ ধাতোঃ) ৰা সম্প্ৰসাৰণং স্যাৎ।

সৰলাৰ্থ—ধুট্ সংজ্ঞা পিছত থাকিলে আৰু অন্ত হলে ভ্ৰজ্জ ধাতুৰ ৰ বৰ্ণৰ বিকল্পে সম্প্ৰসাৰণ হব। উদাহৰণ—ভৰ্ষ্টা।

২১৯। ব্ৰশ্চে শ্চঃ ষঃ শলোপ শ্চ।

ব্যাখ্যা—ধুড়ন্তয়োঃ পৰয়োঃ সতোঃ ব্ৰশ্চেঃ (ব্ৰশ্চ ধাতোঃ) চঃ (চকাৰস্য স্থানে) ষঃ স্যাৎ, শ লোপ শ্চ স্যাৎ।

সৰলাৰ্থ—ধুট্ সংজ্ঞক বৰ্ণ পিছত থাকিলে আৰু অন্ত হলে ব্ৰশ্চ ধাতুৰ চ বৰ্ণৰ ঠাইত ষ হব আৰু আগৰ শ বৰ্ণ লোপ হব। উদাহৰণ—ব্ৰষ্টা।

২২০। ষ্ঠিৰো দীৰ্ঘো'হপৰোক্ষায়াম্ ।

ব্যাখ্যা---অপৰোক্ষায়াং পৰস্যাং সত্যাং ষ্ঠিৱঃ ধাতোঃ দীৰ্ঘঃ স্যাৎ।

সৰলাৰ্থ---পৰোক্ষা ভিন্ন বিভক্তি পিছত থাকিলে ষ্ঠিৱ ধাতু দীৰ্ঘ হব। উদাহৰণ---ষ্ঠীৱিতা।

২২১। ইটো দীৰ্ঘো গ্ৰহেস্তথা।

ব্যাখ্যা---তথা (অপৰোক্ষায়াং পৰস্যাং সত্যাং) গ্ৰহেঃ (গ্ৰহঃ পৰঃ) ইট্ দীৰ্ঘঃ স্যাৎ।

সৰলাৰ্থ---পৰোক্ষা ভিন্ন বিভক্তি হলে গ্ৰহ ধাতুৰ পিছৰ ইট্ দীৰ্ঘ হব। উদাহৰণ---গ্ৰহীলা।

২২২। শক্ ৯ঃ কান্তে।

ব্যাখ্যা---কান্তে (ক ৱৰ্ণান্ত ধাতু গণ মধ্যে) শক্ ৯ঃ ধাতোঃ অনিটঃ শিষ্টৈ নিগদিতঃ।

সৰলাৰ্থ---ক বৰ্ণান্ত ধাতুৰ ভিতৰত শক্ ৯ ধাতু অনিট্ হব বুলি শিষ্টসকলে কয়। উদাহৰণ---শক্তা।

২২৩। চান্তে পচি ৰচি সিচো মুঞ্চতি ৰিচৌৰিচিশ্চ।

ব্যাখ্যা---চান্তে (চ বৰ্ণান্ত ধাতূনাং মধ্যে) পচি-ৰচি-সিচঃ ধাতৱঃ-অপি মুঞ্চতি-ৰিচৌ-ৰিচিশ্চ-ধাতৱঃঅনিটঃ শিষ্টৈ নিপদিতাঃ।

সৰলাৰ্থ---চ বৰ্ণান্ত ধাতুৰ ভিতৰত পচ্-ৰচ্-সিচ্ আৰু মুচ্-ৰিচ্-ৰিশ ধাতু অনিট হব বুলি শিষ্টই কয়। উদাহৰণ---পক্তা।

২২৪। একঃ প্ৰচ্ছিঃ।

ব্যাখ্যা---ছান্তে ধাতুগণমধ্যে একঃ প্ৰচ্ছিঃ ধাতোৰনিটঃ স্যাৎ।

সৰলাৰ্থ---ছ বৰ্ণান্ত ধাতুৰ ভিতৰত মাত্ৰ প্ৰচ্ছ ধাতু অনিট্ হব। উদাহৰণ---প্ৰষ্টা।

২২৫। যুজি ৰুজি সৃজি ভ্ৰস্জি যজয়ঃ। অথো মস্জি ভন্‌জি ত্যজি ভুজি নিজি স্বন্‌জি ৰিজিৰঃ, তথা ৰন্‌জিঃ সন্‌জি ভজতি ৰপি জান্তে নিগদিতাঃ।

ব্যাখ্যা—জান্তে (জ বৰ্ণান্ত ধাতুগণ মধ্যে) যুজি-ৰুজি-সৃজি-ভ্ৰস্জি-যজয়ঃ ধাতৱঃ-অনিটাঃ স্যুঃ-তথা ৰন্‌জিঃ মস্জি-ভন্‌জি-ত্যজি-ভুজি-নিজি-স্বন্‌জি-ৰিজিৰঃ ধাতৱঃশ্চ অনিটাঃ শিষ্টৈঃ নিগদিতা।

সৰলাৰ্থ—জ বৰ্ণান্ত ধাতু যেনে—যুজ্-ৰুজ্-সৃজ্-ভ্ৰস্জ-যজ্-মস্জ-ভন্‌জ্-ত্যজ-ভুজ্-নিজ্-স্বন্‌জ্ ৰন্‌জ্ আৰু ৰিজ্ আদি ধাতু অনিট্ হব বুলি শিষ্টসকলে কয়। উদাহৰণ—যোক্তা।

২২৬। অদি তুদিনুদয়ঃ স্বিদ্যতি ৰিদ্যতি ৰিন্দতি ৰিনত্তয় শিছদ্ ভিদৌ। খিদি শদি সদয়ঃ স্কন্দি ক্ষুদি হদি পদয়ো দ কাৰান্তে।

ব্যাখ্যা—দকাৰান্তে (দ কাৰান্ত ধাতুগণমধ্যে) অদি-তুদি-নুদয়ঃ ধাতৱঃ-অনিটাঃ স্যুঃ। স্বিদ্যতি-ৰিদ্যতি ৰিন্দতি ৰিনত্তয়ঃ ধাতৱঃ-অনিটাঃ স্যুঃ। শিছদ্ ভিদৌ ধাতু-অনিটৌ স্যাতাম্। খিদি শদি সদয়ঃ ধাতৱঃ-অনিটাঃ। স্কন্দি হদি ক্ষুদি পদয়ঃ ধাতৱঃ-অনিটাঃ শিষ্টৈ নিগদিতাঃ।

সৰলাৰ্থ—দকাৰান্ত ধাতুৰ ভিতৰত অদ্-তুদ্-নদ্-স্বিদ্-ৰিদ্-ছিদ্-ভিদ্-খিদ্-শদ্-সদ্-স্কন্দ-ক্ষুদ্-হদ্-পদ ধাতুবোৰ অনিট্ বুলি শিষ্ট-সকলে কয়। উদাহৰণ—অত্তা।

২২৭। ৰুধি ৰাধি ক্ষুধি ৰন্ধি ক্ৰুধি ৰধি সিধি যুধি বুধি ব্যধয়ঃ। শুধি সাধী অপি ধান্তে।

ব্যাখ্যা—ধান্তে (ধ ৰ্বণান্ত ধাতুগণমধ্যে) ৰুধি-বাধি-ৰন্ধি-ক্ষুধি-ক্ৰুধি-ৰধি-সিধি-বুধি-যুধি-ব্যধয়ঃ-ধাতবঃ, শুধি-সাধী-অপি ধাতৱশ্চ অনিটাঃ স্যুঃ।

সৰলাৰ্থ—ধ বৰ্ণান্ত ধাতুৰ ভিতৰত ৰুধ্-বাধ্-ৰন্ধ-ক্ষুধ্-ক্ৰুধ-ৰধ্-সিধ্-যুধ্-বুধ্-শুধ্-সাধ্ আদি ধাতুবোৰ অনিট্ হব। উদাহৰণ—যোদ্ধা।

২২৮। মন্যতি হন্তী নকাৰান্তে।

ব্যাখ্যা—নকাৰান্তে (নকাৰান্ত ধাতুগণ মধ্যে) মন্যতি (মন-ধাত্বোঃ) হন্তী (হন্ ধাতোশ্চ) অনিটৌ শিষ্টৈঃ-নিগদিতৌ।

সৰলাৰ্থ—নকাৰান্ত ধাতুৰ ভিতৰত মন্ আৰু হন্ ধাতু অনিট্ হব। উদাহৰণ—মন্তা।

২২৯। আপি ৰপি স্বপি তপ্ ত্রিপি ক্ষিপি শপি লিপি লুপি সৃপি ছুপঃ পান্তে।

ব্যাখ্যা—পান্তে (প ৱৰ্ণান্ত ধাতুগণ মধ্যে) আপি-ৰপি-স্বপি-তপ্-ত্রিপি ক্ষিপি-শপি-লিপি-লুপি-সৃপি-ছুপঃ ধাতৱঃ-অনিটাঃ স্যুঃ।

সৰলাৰ্থ—প বৰ্ণান্ত ধাতুৰ ভিতৰত আপ্-ৰপ্-স্বপ্-তপ্-ত্রিপ্-ক্ষিপ্-শপ্-লিপ্-লুপ্-সৃপ্-ছুপ্ ধাতু অনিট্ হ'ব। উদাহৰণ—আপ্তা।

২৩০। যভি ৰভি লভয়ো ভান্তে।

ব্যাখ্যা—ভান্তে (ভ ৱৰ্ণান্ত ধাতুগণমধ্যে) যভ্-ৰভ্-লভ্-ধাতৱঃ অনিটাঃ স্যুঃ।

সৰলাৰ্থ—ভ বৰ্ণান্ত ধাতুৰ যভ্-ৰভ্-লভ্-ধাতু অনিট্ হ'ব। উদাহৰণ—যব্ধা।

২৩১। গচ্ছতি যমি ৰম্ নমো মান্তে।

ব্যাখ্যা—মান্তে (ম ৱৰ্ণান্ত ধাতুগণমধ্যে) গচ্ছতি যমি ৰম্ নমঃ (গম্ যম্-ৰম্-নম্ ধাতৱঃ)—অনিটাঃ স্যুঃ।

সৰলাৰ্থ—ম কাৰান্ত ধাতুৰ ভিতৰত গম্-যম্-ৰম্-নম্—ধাতু অনিট্ হ'ব। উদাহৰণ—গন্তা।

২৩২। ক্ৰুশি ৰিশি লিশি পশ্যতি স্পৃশোৰিশি মৃশি দিশি দন্শিৰিমে ভৱন্তি শান্তে।

ব্যাখ্যা—শান্তে (তালব্য শাকাৰান্ত ধাতুগণমধ্যে) ক্ৰুশি-ৰিশি-লিশি-পশ্যতি-স্পৃশোৰিশি-মৃশি-দিশি-দন্শি (ক্ৰুশ্-ৰিশ্-লিশ্-দৃশ্-স্পৃশ্-ইশ্-মৃশ্-দিশ্-দন্শ্ ধাতৱঃ অনিটাঃ স্যুঃ।

সৰলাৰ্থ—তালব্য শকাৰান্ত ধাতুৰ ভিতৰত ক্ৰুশ-ৰিশ্-লিশ্-দৃশ্-স্পৃশ্-দংশ্-মৃশ্-দিশ্-দন্শ্ ধাতুবোৰ অনিট হব। উদাহৰণ—ক্ৰোষ্টা।

২৩৩। কৃষি পিষি ত্বুষি পুষ্যতি ত্বিষি শ্লিষি ৰিষি শিষি বিশি তৃষয়ঃ শুষিশ্চ ষান্তে।

ব্যাখ্যা—ষান্তে (মূৰ্দ্ধণ্য শকাৰান্ত ধাতুগণ মধ্যে) কৃষি পিষি দুষি পুষ্যতি ত্বিষি শ্লিষি শুষিশ্চ (কৃষ্-পিষ্-দুষ্-পুষ্-ত্বিষ্-দ্বিষ্-শ্লিষ্-বিষ্-তৃষ্-শিষ্ শুষ-ধাতৱশ্চ) অনিটাঃ স্যুঃ।

সৰলাৰ্থ—ষ ৰ্ণান্ত ধাতুৰ ভিতৰত কৃষ-পিষ-দুষ্-পুষ্-ত্বিষ্-শ্লিষ্-শিষ্-বিষ্-তৃষ আৰু শুষ্ ধাতু অনিট্ হব। উদাহৰণ—কষ্টা।

২৩৪। ৰসতি ঘসৌ দ্বৌ সান্তে।

ব্যাখ্যা—সান্তে (দন্ত্য স কাৰান্ত ধাতুগণমধ্যে) ৰসতি ঘসৌ (ৰস্-ঘস্ দ্বৌ) অনিটৌ স্তঃ।

সৰলাৰ্থ—দন্ত্য সকাৰান্ত ধাতুৰ ভিতৰত ৰস্ আৰু ঘস্ ধাতু অনিট্ হব। উদাহৰণ—ৰস্তা।

২৩৫। মেহতি লিহিদোগ্ধিৰোহতয়ঃ। অপি দহি দিহি নহি ৰহয়ো হান্তে নিষ্টঙ্কিতা অনিটঃ।

ব্যাখ্যা—হান্তে (হ ৰ্ণান্ত ধাতুগণ মধ্যে) মেহতি লিহি দোগ্ধি ৰোহ-তয়ঃ (মেহ্-লিহ্-দুহ্-ৰুহ্ ধাতৱঃ) অপি দহি দিহি দিহি নহি ৰহয়ঃ (দহ্-দিহ্ নহ-ৰহ্ ধাতৱশ্চ) অনিটঃ নিষ্টঙ্কিতাঃ (অৱধাৰিতাঃ)।

সৰলাৰ্থ—হ বৰ্ণান্ত ধাতুৰ ভিতৰত মেহ্-লিহ্-দুহ্-ৰুহ্ আৰু দহ্-নহ্-ৰহ্ ধাতুবোৰ অনিট্ হব। উদাহৰণ—মেঢ়া।

২৩৬। আ ও ঢ়ে স্যাৎ সহি ৰহোঃ।

ব্যাখ্যা—ঢ়ে পৰে সতি সহি ৰহোঃ (সহ্-ৰহ্-ধাত্বোঃ) পৰস্যাকাৰস্য স্থানে ওঃ স্যাৎ।

সৰলাৰ্থ—ঢ় পিছত থাকিলে সহ আৰু ৰহ ধাতুৰ পিছত হোৱা আকাৰৰ ঠাইত ও হব। উদাহৰণ—সোঢ়া।

২৩৭। নহের্দ্ধো ঢাপ ৰাদকঃ।

ব্যাখ্যা—নহেঃ (নহ্ ধাতোঃ) ঢাপৰাদকঃ (ঢ বাধকঃ) হস্য স্থানে ধঃ স্যাৎ।

সৰলাৰ্থ—মূৰ্দ্ধণ্য ঢ বৰ্ণক বাধা দি নহ ধাতুৰ হ বৰ্ণৰ ঠাইত ধ হব। উদাহৰণ—নদ্ধা।

২৩৮। ত কাৰাদৌ পাক্ষিকেটঃ সহীষুৰিষিলুভ্ৰুষঃ।

ব্যাখ্যা—ত কাৰাদৌ প্ৰত্যয়ে পৰে সতি ঃসহীষুৰি ষিলুভ্ৰুষ (সহ্-ঈশ্-উষ্-ৰিষ্লুভ্-ৰুষ্ ধাতৱঃ) পাক্ষিকেটঃ (পক্ষে-ইট্ যুক্তাঃ স্যুঃ)।

সৰলাৰ্থ—তকাৰাদি প্ৰত্যয় হলে সহ্-ঈশ্-উষ্-ৰিষ্-লুভ্-ৰুষ্ ধাতুৰ পিছত বিকল্পে ইট্ প্ৰত্যয় হব। উদাহৰণ—সহিতা।

২৩৯। ভাৱে কৰ্ম্মণ্যপি তদ্বৎ কৰ্ত্তৰ্য্যাত্মনে পদে ৰূপম্।
অশিতি স্তাদন্যত্ৰ স্যাদধিকং যত্তদাচক্ষে।

ব্যাখ্যা—অশিতি স্তাৎ-অন্যত্ৰ বিষয়ে (শিত্‌ভিন্নে-অদ্যতনীস্ত ৱিভক্তেৰণল্যা বিষয়ে) কৰ্ত্তৰি আত্মনে পদে যৎ ৰূপং ভাৱে কৰ্ম্মণি-অপি ৱাচ্যে চ তদেৱ ৰূপং স্যাৎ, যদাধিকং সাধ্যং ভৱতি তদাচক্ষে (কথামিয়)।

সৰলাৰ্থ—শিত্ সংজ্ঞক ভিন্ন অদ্যতনীৰ ত বিভক্তিৰ বাহিৰে আন বিভক্তিত কৰ্ত্তৰি আত্মনে পদত যি ৰূপ হ'ব ভাৱ বাচ্য আৰু কৰ্ম বাচ্যতো একেৰূপেই হব। তাতকৈ অধিক সাধ্য যি হব তাকেই ইয়াত কোৱা হব।

২৪০। স্বৰান্ত ধাতু গ্ৰহি হন্ দৃশিভ্যো ভাৱ কৰ্ম্মণোঃ।
ভাসীস্যাদ্যতনীম্বিজ্বদিড্ ৱা স ইট্ পৰং প্ৰতি।

ব্যাখ্যা—ভাৱকৰ্ম্মণোঃ ৱাচ্যয়োঃ সতোঃ তাসীস্যাদ্যতনীষু ৱিভক্তিষু পৰাষু সতিষু চ স্বৰান্ত ধাতু গ্ৰহি হন্ দৃশিভ্যঃ ধাতুভ্যঃ পৰঃ ৱা (ৱিকল্পেন) ইজ্বদিদ্ স্যাৎ। স ইট্ পৰং প্ৰতি দীৰ্ঘঃ স্যাৎ।

সৰলাৰ্থ—ভাৱ আৰু কৰ্ম্মবাচ্য হলে তা-সীস্ আৰু অদ্যতনী বিভক্তি হলে গ্ৰহ্-হন্-দৃশ্ ধাতুৰ পিছত বিকল্পে ইচ্ প্ৰত্যয়ৰ দৰে ইট্ প্ৰত্যয় হব, সেই ইট্ ধাতুৰ পিছত বিকল্পে দীৰ্ঘ হব।
উদাহৰণ—গ্ৰহীষ্যতে—গ্ৰাহিষ্যতে।

২৪১। আশিষ্যা শীঃ।

ব্যাখ্যা---আশিষি অর্থে গম্যমানে সতি ভৱিষ্যতি কালে ধাতোঃ পৰাঃ আশীৰ্বিভক্তিঃ স্যাৎ যথা যাৎ-যাস্তাম্-যাসুস্, যাস্-যাস্তম্-যাস্ত, যাসম্-যাস্ব-যাস্ম। সীষ্ট-সীয়াস্তাম্-সীৰন, সীষ্ঠাস্-সীয়াস্থাম্-সীধ্বম্, সীয়-সীৱহি-সীমহি। ইয়ং লীঙ্ চ।

সৰলার্থ---আশীৰ্ব্বাদ অৰ্থ বুজালে ভৱিষ্যত কালত ধাতুৰ পিছত আশীঃ বিভক্তি হব। যেনে---যাৎ-যাস্তাম্-যাসুম্ যাস্-যাস্তম্-যাস্ত যাসম্-যাস্ব-যাস্ম; সীষ্ঠসীয়াস্তাম্-সীৰণ; যীষ্ঠাস্-সীয়াষ্ঠায্-সীধ্বম্; সীৱ-সীৱহি-সীমহি। ইয়াক লিঙ্ বিভক্তি বুলিও কব।

২৪২। যোহস্যা যত্বৎ।

ব্যাখ্যা---অস্যাঃ (আশীৰ্ব্বিভক্ত্যাঃ) যঃ (য প্ৰত্যয়ঃ) যত্বৎ (যকাৰ ৱৎ কাৰ্য্যং স্যাৎ)।

সৰলার্থ---আশীঃ বিভক্তিৰ য বৰ্ণৰ ঠাইত য প্ৰত্যয়ৰ দৰে সকলো সাধন কাৰ্য্য কৰা হব। উদাহৰণ---ভূয়াৎ।

২৪৩। ন প্ৰাদ্যন্তস্যেণো দীৰ্ঘঃ।

ব্যাখ্যা---যে পৰে সতি প্ৰাদ্যন্তস্য (প্ৰাদ্যন্তে প্ৰৱৰ্ত্তমানস্য) ইণঃ (ইন্ প্ৰত্যয়ঃ) দীৰ্ঘঃ ন স্যাৎ।

সৰলার্থ---আশীঃ বিভক্তিৰ য পিছত থাকিলে প্ৰাদি উপসৰ্গযুক্ত ধাতুৰ পিছত ইণ্ প্ৰত্যয় দীৰ্ঘ নহব। উদাহৰণ---উদিয়াৎ।

২৪৪। মাদীনামা একাৰোযে।

ব্যাখ্যা---যে পৰে সতি মাদীনাং (মা-জহাত্যাদি সপ্তধাতুনাং আকাৰস্য স্থানে) একাৰঃ স্যাৎ।

সৰলার্থ---বিভক্তিৰ য পিছত থাকিলে মা-হাক্-স্যতি-গৈ-পা-স্থা-দা আদি ধাতুৰ আকাৰৰ ঠাইত একাৰ হব। উদাহৰণ---মেয়াৎ।

২৪৫। ৱা সংযোগাদী নামস্থঃ।

ব্যাখ্যা---অস্থঃ (স্থা ধাতু ভিন্নানাং) সংযোগাদীনাং ধাতুনামাকাৰঃ ৱা (ৱিকল্পেন) একাৰঃ স্যাৎ।

